# অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ



সম্পাদক

শ্ৰীহৰিপ্ৰসাদ নেওগ

সহযোগী সম্পাদক

শ্ৰীনন্দ তালুকদাৰ

শ্ৰীনগেন শইকীয়া




অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট

*Ambikagiri Raychaudhury Smritigrantha*, commemoration volume edited by Prof. Hariprashad Neog, M. A., assisted by Prof. Nanda Talukdar, M. A., Prof. Nagen Saikia, M. A., and published by the General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat, January 1968.

প্ৰকাশক
শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম

গুৱাহাটী কাৰ্য্যালয়
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন
গুৱাহাটী-১
অসম



মূল্য ২৫ [illegible]

ছপাশাল
শ্ৰীগুৰু প্ৰেছ
গুৱাহাটী-১১
অসম

# প্ৰধান সম্পাদকৰ নিবেদন

১৯৬৭ চনৰ ১লা জানুৱাৰী তাৰিখে অসম সাহিত্য সভাৰ ৩৪শ ডিব্ৰুগড় সন্মিলনৰ সামৰণি পৰাৰ লগে লগেই হৰিষত বিষাদ বতৰাই সমগ্ৰ অসম চানি পেলালে। সেই দিনাই ৰাতি দেশপ্ৰাণ ৰায়চৌধুৰী ডাঙৰীয়া হঠাৎ অজ্ঞান হৈ পৰে আৰু ২ জানুৱাৰীৰ দিনা কাল-সন্ধিয়া ৰায়চৌধুৰী ডাঙৰীয়াই চিৰদিনৰ কাৰণে ইহ সংসাৰৰপৰা বিদায় লয়।

অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা সন্মিলনৰ সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰী ডাঙৰীয়া বাৰ্ধক্যজনিত অসুখত ভুগিছিল যদিও ইমান অপ্ৰত্যাশিতভাৱে তেখেতে এৰি থৈ যাব বুলি কোনেও ভবা নাছিল। অসম সাহিত্য সভাৰ প্ৰতিনিধিসকল দিহাদিহি ঘৰ পোৱাৰ লগে লগে এই শোকবাৰ্তাৰ সন্মুখীন হয়। গুৱাহাটীত প্ৰাক্তন সভাপতিজনাৰ মৃতদেহত অসম সাহিত্য সভাৰ হৈ মাল্য প্ৰদান কৰা হয়। দেশ জৰি শোক সভা পাতি ৰায়চৌধুৰীৰ বিদেহ আত্মাৰ চিৰশান্তিৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়। ১ ফেব্ৰুৱাৰী আদ্য শ্ৰাদ্ধৰ দিনটো ৰায়চৌধুৰী স্মৃতি দিৱস হিচাপে পালন কৰিবলৈ অসম সাহিত্য সভাই আহ্বান জনায়। এই দিৱসটোত সাহিত্য সভাৰ শাখাসমূহৰ লগতে অন্যান্য ভাষা-সংস্কৃতি-মূলক অনুষ্ঠানে যথানিয়মে পালন কৰে।

৫ ফেব্ৰুৱাৰী তাৰিখৰ যোৰহাটত বহা কাৰ্য্য-নিৰ্বাহক সভাই এই গৰাকী জাতীয়তাবাদী চিন্তাশীল মনীষী বিপ্লৱী কবি-সাহিত্যিক অম্বিকাগিৰীৰ ৰায়চৌধুৰীৰ মৃত্যুত শোক প্ৰকাশ কৰাৰ লগতে ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ উলিওৱাৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু এই প্ৰধান সম্পাদককে সেই দায়িত্ব প্ৰদান কৰে। প্ৰধান সম্পাদকে দুয়োগৰাকী সহকাৰী সম্পাদকৰ সহযোগত এই স্মৃতি গ্ৰন্থখনিৰ সম্পাদনা সম্পন্ন কৰে। এই কাৰ্য্যত আমাৰ সঁহাৰিত যি সকল সদাশয় ব্যক্তিৰপৰা সহযোগিতা লাভ কৰা হৈছে তেখেতসকলক অসম সাহিত্য সভাৰ হৈ কৃতজ্ঞতা জনোৱা হৈছে।

ইতিমধ্যে যোৱা ১২ নৱেম্বৰ তাৰিখে আন এগৰাকী প্ৰাক্তন সভাপতি গৱেষক পণ্ডিত ডিম্বেশ্বৰ নেওগৰ স্মৃতিগ্ৰন্থৰ উন্মোচনী কাৰ্য্য সম্পন্ন

হৈছে। নেওগ স্মৃতিগ্ৰন্থৰ দৰে এই গ্ৰন্থখনো ৰায়চৌধুৰীৰ প্ৰথম মৃত্যু বাৰ্ষিকী দিৱসৰ দিনাই ৰাইজৰ হাতত দিবলৈ পাই আমি ধন্য মানিছোঁ।

পুথিখনিয়ে ৰায়চৌধুৰীৰ গুণমুগ্ধ তথা উত্তৰ সাধকসকলৰ চিন্তা-মানসত কিঞ্চিতমান প্ৰভাৱ পেলাব পাৰিলে সাহিত্য সভাৰ উদ্দেশ্য সফল হব। কাৰণ সাহিত্য সভাই স্মৃতি নিবন্ধ প্ৰকাশৰ আঁচনি হাতত লোৱাৰ উদ্দেশ্যও হৈছে এয়েই। ইতি—

শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১

# আগকথা

"মই মোৰ জীৱনত কোনো সময়তেই কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ কোনো চিন্তা আৰু কাম কৰা নাই। সাহিত্য, সামাজিক, ৰাজনৈতিক, ৰাজহুৱা কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ চলাটো অৰ্থাৎ ৰাজহুৱা জীৱনত বাহিৰত এটা আৰু ভিতৰত আন এটা বুলি দেখুৱাটো সাধু-চোৰৰ ব্যৱসায় বুলি মই ভাল নাপাওঁ।" 'দেশেই ভগবান' বুলি ভবা অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'তুমি' কাব্যৰ প্ৰেৰণা সম্পৰ্কে লিখোঁতে এই স্পষ্ট মতবাদ প্ৰকাশ কৰি থৈ গৈছে। আজন্ম কঠোৰ সংগ্ৰামী ৰায়চৌধুৰীয়ে জন্মভূমিক প্ৰাণেৰে ভাল পাইছিল আৰু এই উৎকট ভালপোৱা প্ৰকাশ পাইছিল তেওঁৰ গীত, কবিতা, প্ৰবন্ধ আৰু বিভিন্ন চিন্তাপ্ৰসূত আলচসমূহৰ মাজত।

ৰায়চৌধুৰীৰ কাৰণে মহাত্মা গান্ধীৰ দৰে নিজৰ জীৱনেই তেওঁৰ বাণী আছিল। সৰুৰেপৰা নিজৰ জন্মভূমিৰ মাটিৰ গন্ধত উদ্বাউল হৈ তেওঁ দেশৰ মুক্তি-সংগ্ৰামত জঁপিয়াই পৰিছিল। গান্ধীজীৰ আহ্বানত স্বাধীনতা সংগ্ৰামৰ কঠোৰ পণ লৈ তেওঁ শেষত সন্ত্ৰাসবাদীৰ ভূমিকা লয়। জাতীয় আন্দোলনৰ কাৰণে প্ৰয়োজনীয় প্ৰচাৰ প্ৰস্তুতিও তেওঁ আৰম্ভ কৰে। লৌহ কাৰাগাৰৰ মাজতো তেওঁ ক্ষান্ত নাথাকিল। তেওঁৰ ভিতৰৰ বাঘটো গুজৰি উঠিল। বিপ্লৱ, বিদ্ৰোহ, কঠোৰ সংগ্ৰাম এয়েই হ'ল ৰায়চৌধুৰীৰ একমাত্ৰ উৎস। তেওঁ মুক্তি-সংগ্ৰামৰ গান লিখিলে। উদাত্ত সুৰেৰে দেশবাসীক আহ্বান জনালে 'আজি বন্দো কি ছন্দে' এই ধ্বনিৰে। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত বোলে ৰায়চৌধুৰীৰ মুক্তি আন্দোলনৰ গীতৰ সুৰত বিৰাট সভাগৃহ কঁাহ পৰি জীণ গৈছিল।

এইজন ৰায়চৌধুৰীয়েই ধুনীয়া বৰগীত গাইছিল আৰু অধ্যাত্ম সাধনাৰ চূড়ান্ত প্ৰকাশ 'তুমি' কাব্য ৰচনা কৰিছিল। 'তুমি' কাব্যৰ পাতনি প্ৰসঙ্গত উল্লেখ কৰা ড° বাণীকান্ত কাকতিৰ এষাৰ কথা এইখিনিতে প্ৰণিধানযোগ্য হব। ৰায়চৌধুৰীয়ে বোলে ৰাজনীতিৰ পৰিবৰ্তে সাহিত্য সাধনাই কৰা হ'লে তেওঁ বিশ্বকবিৰ সন্মান লাভ কৰিব পাৰিলেহেঁতেন। 'তুমি' ৰায়চৌধৰীৰ অন্তৰৰ গোপন তলিৰপৰা ওলোৱা

এটি গভীৰ উপলব্ধিৰ প্ৰকাশ। সেয়েহে তাত লুকাই আছে গভীৰ আধ্যাত্মিক উৎস।

কৰ্মবীৰ চন্দ্ৰনাথৰ সহযোগী হৈ 'চেতনা'ৰ সম্পাদনা কৰি ৰায়চৌধুৰীয়ে সাংবাদিক জীৱনৰ পাতনি মেলে। ইয়াৰ পিচত জাতীয় কংগ্ৰেছত থকা অৱস্থাতেই তেওঁ সংৰক্ষিণী সভাৰ জন্ম দিয়ে। 'সংৰক্ষিণী দৰ্শন' ৰায়চৌধুৰীৰ নিজা উদ্ভাৱন। লগে লগেই তেওঁ কংগ্ৰেছ এৰি অসমৰ জাতীয় জীৱনৰ মাজত সোমাই পৰে। সংৰক্ষিণী সভাৰ পিচতে তেওঁ 'জাতীয় মহাসভা'ৰ জন্ম দিয়ে। 'ডেকা অসম' কাকত প্ৰতিষ্ঠা কৰি ৰায়চৌধুৰীয়ে সংৰক্ষিণীৰ আদৰ্শবাদ প্ৰচাৰ কৰে। ৰায়চৌধুৰীয়ে এই মতবাদ প্ৰচাৰ কৰিবৰ কাৰণে কঠোৰ সংগ্ৰাম কৰিব লগা হৈছিল। শেষত বাসসংগ্ৰামেই তেওঁৰ জীৱনৰ গভীৰ সমস্যা হৈ পৰিল। তেওঁ কাৰাগাৰত থকা কালত ছপাখানা অগ্নিদগ্ধ হৈছিল। পিচতো গুৱাহাটীত তেওঁৰ ঘৰ-মাটি উচ্ছেদ কৰা হৈছিল। কিন্তু নিজৰ আদৰ্শত জাহ যাবলৈ বিচৰা সকলৰ কাৰণে এই সংগ্ৰাম নিচেই সাধাৰণ। সেই বাবেই সকলো কষ্ট ৰায়চৌধুৰী ডাঙৰীয়াই মূৰ পাতি লবলৈ সক্ষম হ'ল।

'ডেকা অসম' উলিয়াওঁতে নিজে ছপা আখৰ বছাৰপৰা সম্পাদন, মুদ্ৰণ আৰু কাগজ বিক্ৰি কৰালৈকে তেওঁ সকলো কৰিছিল। যিটো উকা সত্য তাক তেওঁ প্ৰকাশ কৰিবলৈ সঙ্কোচ কৰা নাছিল। তেওঁৰ সংৰক্ষিণী দৰ্শনৰ আধাৰত 'ডেকা অসম' কাকতৰ উপৰিও 'ডেকা অসমৰ ডেকা-ডেকেৰীৰ বেদ' 'ভাৰতীয় স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ' আদি উল্লেখযোগ্য মৌলিক ৰচনা।

'তুমি' 'বীণা' কাব্যৰ উপৰিও তেওঁৰ 'বেদনাৰ উল্কা' 'স্থাপন কৰ কৰ স্থাপন কৰ' কবিতা আৰু ৰচনা সঙ্কলন 'আহুতি' উল্লেখযোগ্য পুথি। 'বেদনাৰ উল্কা' কবিতাখনিয়ে সাহিত্য একাডেমীৰপৰা মৰণোত্তৰ পুৰস্কাৰ লাভ কৰিছে। কাৰাগাৰত লিখা 'বিদ্ৰোহৰ কবিতা-খিনিৰ ইংৰাজী অনুবাদ *Songs of the Cell* নামেৰে প্ৰকাশ পায়।

১৯৫০ চনত ৰায়চৌধুৰী ডাঙৰীয়া অসম সাহিত্য সভাৰ ২১ শ মাৰ্ঘেৰিটা সন্মিলনৰ সভাপতি নিৰ্বাচিত হৈছিল। সেই সন্মিলনতে অসমীয়া ভাষাক অসমৰ শাসকীয় ভাষাৰূপে ঘোষণা কৰিবলৈ দাবী কৰা হয়। নেফাত অসমীয়া ভাষা প্ৰচলনৰ দাবী ৰায়চৌধুৰীৰ নেতৃত্বতে প্ৰতিপন্ন কৰা হয়। ইয়াৰ আগতে সাহিত্য সভাৰ সঙ্গীত শাখাৰ সভাপতি হৈছিল।

অসমত সমস্যাৰ নামত ৰায়চৌধুৰীয়ে জঁপিয়াই পৰিছিল। ছাদুল্লা



চৰকাৰৰ সময়ৰেপৰা পমুৱা সমস্যা, ছিলট বিচ্ছেদ, ভগনীয়া সমস্যা, তদুপৰি গোৱালপাৰাক লৈ হোৱা পৰিস্থিতি, অসমৰ সীমা নিৰ্ণয়, উদ্যোগ প্ৰতিষ্ঠান আৰু ৰেলৱেত অসমীয়াৰ অধিকাৰ স্থাপন, ৰাজ্যিক ভাষা, লোক পিয়ল আদি প্ৰতিটো সমস্যাতে ৰায়চৌধুৰীয়ে নেতৃত্ব দিবলৈ আগ বাঢ়ি আহিছিল। ৰাজ্যিক ভাষা আন্দোলনৰ সময়ত ৰায়চৌধুৰীয়ে সাহিত্যিক পেঞ্চন ওলোটাই দিছিল আৰু সত্যাগ্ৰহ কৰিবলৈও প্ৰস্তুত হৈছিল। উৎকট দেশ-প্ৰেম আৰু জাতীয়তাবাদী আদৰ্শ লৈ আত্মৰক্ষাৰ বাবে কৰা প্ৰস্তুতি আছিল তেওঁৰ সত্যাগ্ৰহী অন্তৰৰ প্ৰকৃত উৎস। গতিকে প্ৰতি মুহূৰ্ততে তেওঁ উপলব্ধি কৰিছিল অসমৰ অস্তিত্ব যেন বাহিৰৰ গোজপোটা স্বাৰ্থৰ গৰাহত ক্ৰমে নিঃশেষ হৈ আহিছে। সেয়েহে তেওঁ নিষ্ফল আক্ৰোশত কেতিয়াবা আৰ্তনাদ কৰি উঠিছিল 'দেশখন আৰু গেল'।

ৰায়চৌধুৰীৰ সন্মুখত আছিল ডেকা শক্তি। অসমৰ ডেকাৰ বাহুত শ্ৰীমন্ত শঙ্কৰদেৱে ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হোৱা বাহুবল নাথাকিলে, উপস্থিত কৰ্তব্যত জঁপিয়াই পৰা লাচিতৰ দৃঢ় মনোবল নাথাকিলে, বুকুত অদম্য সাহস, অন্তৰত গভীৰ আশাবাদ, চকুত তীক্ষ্ণ দৃষ্টি নাথাকিলে সি কৰ্মঠ ডেকাই হব নোৱাৰে। সেইবাবে তেওঁ ডেকা শক্তিক উদাত্ত সুৰেৰে আহ্বান কৰিছিল। সেই ডেকা কৰ্মবিমুখ, এলেহুৱা আৰু সোপা-সেৰেলুৱা হব নোৱাৰে, তেওঁৰ সকীয়নি আছিল—

'কৰ্মবিমুখ এলেহুৱাৰ ওফোন্দনিত ভৰি থকা
ভেম ভাণ্ডৰ আবৰ্জনাত
কৰ্মধাৰাৰ দীপ্ত শিখা জ্বলাই দে
জ্বলাই দে।

কুটিলতাৰ প্ৰতাৰণাৰ ভণ্ডামীবোৰ
ফাকি ফুকাৰ জঠৰতা
নিৰ্ভীকতাৰ হাফৰ মুখত গলাইদে
গলাইদে।'

এনে সুৰতে এয়া দেশৰ মাটিত তেওঁ বিচাৰিছিল ডেকা শক্তিৰ আত্মপ্ৰতিষ্ঠা। অসমৰ ডেকা শক্তিৰ সন্মুখত প্ৰচণ্ড ধুমুহা। তাত যদি সেই শক্তি স্থিৰেৰে থাকিব পাৰে তেতিয়াহে জাতীয় অস্তিত্ব ৰক্ষা পৰিব। তেওঁ এই ডেকা শক্তিক আহ্বান কৰিছিল—"ডেকা অসম তুমি এই ভয়াবহ আঘাতৰপৰা কঠোৰ শৃঙ্খলতা আৰু অটল নিৰ্ভীক দৃঢ়তাৰে বুকু ফুলাই থিয় দি বিপুল কৰ্মোদ্যমেৰে ধ্বংসৰ পৰিবৰ্তে আত্মৰক্ষাৰ আশীৰ্বাদ লাভ

কৰা। নহ'লে এই ধুমুহাত তুমি ভাগিছিগি ধূলি হৈ কৰবাত গৈ ছিটিকি পৰি নিৰুদ্দিষ্ট হবা। ক'তো ডেকা অসমৰ চিন-চাব নাথাকিব।''

জীৱনৰ প্ৰয়োজনো হ'ল কেৱল দেশৰ মাটিৰ ৰূপ-ৰসেৰে পৰিপুষ্ট অন্তৰৰ মানৱীয় আবেদনৰ বাবে। কবিয়ে কৈছে—

'যাৰ হৃদয়ত দেশ সেৱনৰ
আত্মাহুতিৰ অনলশিখা নাই
তাৰ জীৱনত নাই অৱাৱত
প্ৰয়োজনৰ উচচ দাবী ভাই ॥'

মানুহ হ'লেই আত্মবিকাশৰ প্ৰচণ্ড হাবিয়াস থাকিব লাগিব। সেয়ে নহ'লে মানুহ নামৰ সাৰ্থকতাই নাই। নিজকে চিনি পোৱাৰ মাজেদিহে বিশ্বৰ মানৱ সত্তাক বুজাটো প্ৰকৃততে সম্ভৱ। গতিকে ৰায়চৌধুৰীৰ জীৱন দৰ্শনত আত্ম মাতে অহং সিন্ধু মথি সৃষ্টি কৰা আত্ম উপলব্ধিতেই আৱদ্ধ নহয়। আত্ম উপলব্ধি হ'ল বিশ্বমানৱতা বোধৰ প্ৰথম খোজ। নিজৰ ভাষাতেই তেওঁ হ'ল—

'মই জীৱননীতিক, মানৱনীতিক
অসীম অপাৰ মহা মানৱীয়
জীৱন সেৱাই মোৰ প্ৰতীক'

স্বকীয় জীৱন-দৰ্শনক কেন্দ্ৰ কৰি এইজন কবি-সাহিত্যিকে জীৱনৰ শেষ সময়লৈকে কঠোৰ সংগ্ৰাম কৰিলে। বয়সত চাৰিকুৰি বছৰীয়া বৃদ্ধ হ'লেও শেষলৈকে তেওঁৰ অন্তৰৰ জুইকুৰা দপদপকৈ জ্বলি থাকিল। সেই অনলশিখাতে যেন কবিয়ে আত্মাহুতি দিলে। কবিৰ শেষ আশাৰ সম্বল দেশৰ ডেকা শক্তি লৈ তেওঁ মাত্ৰ অতৃপ্ত বেদনাৰ বাহিৰে একো থৈ যাব নোৱাৰিলে। স্বাধীন দেশত আজি চাৰিওফালে সঙ্কট— গভীৰ সঙ্কট। ইয়াক নিৰাময় কৰিবলৈ দেশপ্ৰাণ কবি ৰায়চৌধুৰীয়ে অন্তৰত অদম্য সাহস, মুখত উজ্জ্বল আশাৰ বাণী, হাতত আগ্নেয় অস্ত্ৰ স্বৰূপ কলম লৈ তেওঁ শেষ চেষ্টা কৰিলে। কিন্তু জীৱন কালত এই সংগ্ৰামৰ শেষ নহ'ল। কবিয়ে শেষ বিদায় ললে।

'জীৱনৰে মোৰ আবেলি পৰত
বিদায় লবৰে হ'ল
মোৰ বিদায় লবৰে হ'ল—
বিদায় পৰৰ বেদনাটো মাথোঁ
হাতৰ মঠিত ৰ'ল।'



অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি এইজনা কবি মনীষীৰ প্ৰথম মৃত্যু বাৰ্ষিকীত এই স্মৃতি নিবন্ধখনি যুগুত কৰিবলৈ সক্ষম হোৱাত আমি সুখী হৈছোঁ।

গ্ৰন্থখনি যুগুত কৰোঁতে আমি ৰায়চৌধুৰীৰ পৰিয়ালবৰ্গৰ বহুতো প্ৰকাৰে সহায় পাইছোঁ। ৰায়চৌধুৰীৰ কন্যা শ্ৰীশুচিব্ৰতা ৰায়চৌধুৰী আৰু পুত্ৰ অধ্যাপক ভগগিৰী ৰায়চৌধুৰীৰ যোগেই পৰিয়ালৰ সদৌজনলৈ আমি কৃতজ্ঞতা জনাইছোঁ।

যি সকল সদাশয় লোকে এই নিবন্ধটিত প্ৰবন্ধ দি সহায় কৰিছে তেখেত-সকল ইয়াৰ বাবে অশেষ কৃতজ্ঞতাৰ পাত্ৰ। অৱশ্যে আৰু অধিক সময় পোৱা হ'লে কিজানি আমি আশানুৰূপভাৱে সঙ্কলনটি যুগুত কৰিব পাৰিলোঁহেঁতেন। তথাপি অসম সাহিত্য সভাৰ এই প্ৰচেষ্টাত ইয়ানকে ৰূপ দিবলৈ পাই আমি নিজেই কৃতাৰ্থ মানিছোঁ।

শেষত আমি কৃতজ্ঞতা সহকাৰে শ্ৰীগুৰু প্ৰেছৰ গুৰীয়াল অসম সাহিত্য সভাৰ আজীৱন সভ্য শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰ নাম উল্লেখ কৰিছোঁ। তেখেত আৰু তেখেতৰ সহকৰ্মী শ্ৰীনিত্যানন্দ তামুলী আৰু জমিৰুদ্দিন আহমদকে মুখ্য কৰি সদৌজনৰেপৰা পোৱা সহায় সহযোগৰ কথা আমি পাহৰিব নোৱাৰোঁ। পুথিখনিৰ সম্পাদনৰ কামত সহায় কৰা বাবে অধ্যাপক শ্ৰীযোগেশ দাস, অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্মা আৰু অধ্যাপক শ্ৰীভূপেন্দ্ৰকুমাৰ বৰ্মাৰ ওচৰত আমি কৃতজ্ঞ। পৰিশেষত কবিজনাৰ পৱিত্ৰ আত্মাৰ উদ্দেশ্যে আমি শ্ৰদ্ধা জনাইছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১

সম্পাদক

# সূচীপত্ৰ

# জাতীয় আন্দোলনত অম্বিকাগিৰী ৰায়চৌধুৰী

শ্ৰীঅমিয়কুমাৰ দাস

আজি অসম কেশৰী স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰীৰ মৃত্যু-বাৰ্ষিকী। আজি অসমৰ পুনৰ সংগঠনৰ কথা ওলোৱাত যি পৰিস্থিতিৰ মাজেদি আমি যাবলগীয়া হৈছে তাৰে চাই মোৰ মনলৈ ইংৰাজ কবি এজনৰ কবিতাৰ এফাঁকি কথাৰ দৰে কবলৈ মন যায়—

"Thou shouldst be living at this hour"
Assam hath need of thee.

ৰায়চৌধুৰীৰ সিৰেদি বৈ যোৱা তেজ যদি কোনোবাই বিশ্লেষণ কৰি চালেহেঁতেন তেন্তে অসম আৰু অসমীয়ালৈ প্ৰেমৰ উপাদানেৰে তেওঁৰ তেজ গঠিত হোৱা বুলি পালেহেঁতেন। অসম আৰু অসমীয়াৰ কেনেকৈ মঙ্গল হয়, এয়ে তেওঁৰ একমাত্ৰ ধ্যান আছিল। অসমৰ কিবা অলপ বেয়া দেখিলেই ভাবপ্ৰৱণ কবিৰ অন্তৰলৈ এটা ব্যাকুলতা আহে, তেওঁ অস্থিৰ হৈ পৰে, কেনেকৈ দেশৰ বেয়া গুচাই ভাল কৰিব পাৰি। আৰু অসমৰ ভাল দেখিলে তেওঁ আনন্দত অধীৰ হয়। তেওঁ যি সময়ত ডেকা, সেই সময়ত অসমত অসমীয়া ভাষাত আলোচনী কাকত নিচেই তাকৰ আছিল আৰু যি কেইখন আলোচনী চলি আছিল সেইবিলাকৰো অৱস্থা ভাল নাছিল। এই কথাষাৰেই তেওঁৰ অন্তৰলৈ ব্যাকুলতা আনিলে। দাৰিদ্ৰ্যৰ লগত সংগ্ৰাম কৰি চলিবলগীয়া হৈছিল যদিও, তালৈ ভ্ৰূক্ষেপ নকৰি স্বৰ্গীয় কৰ্মপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ লগ হৈ এটা ছপাখানাৰ দিহা কৰি 'চেতনা' নাম দি ১৯১৮ চনত এখন মাহেকীয়া আলোচনী কাকত উলিয়াত লাগিল। ১৯১৮ চনটো অকল যে ভাৰতৰ জাতীয় বুৰঞ্জীত সদায় স্মৰণীয় হৈ থাকিব সেইটো নহয়, অসমৰ কাৰণেও এই বছৰটো স্মৰণীয়; নতুন নতুন ঘটনাৱলীৰ ঘাত-প্ৰতিঘাতত অসমলৈ এটা নতুন প্ৰেৰণা আহিবলৈ ধৰিলে। বৃটিচ সাম্ৰাজ্য জাৰ্মান আক্ৰমণত বিপন্ন।

ভাৰতৰ সাহায্য এই সময়ত তেওঁলোকৰ বাবে বৰকৈ প্ৰয়োজন হ'ল। ভাৰতীয় সৈন্যবাহিনীয়ে যিদৰে ফ্ৰান্সৰ মাৰ্ণৰ ৰণক্ষেত্ৰত নিজৰ তেজৰ বৰগুনি দি ফ্ৰান্সৰ ৰাজধানী প্যেৰী মহানগৰীৰ অনিবাৰ্য্য পতন আৰু ইংৰাজৰ সৈন্যবাহিনীকো আগন্তুক ধ্বংসৰপৰা ৰক্ষা কৰিলে তালৈ চাই বৃটিচ ৰাষ্ট্ৰনায়কসকল বিস্ময়ত পুলকিত হ'ল। এই যুদ্ধৰ অন্তত কেনেকৈ ভাৰতে আকাঙক্ষা কৰা স্বায়ত্ত শাসন ভাৰতক দিব পাৰি তাকেই জল্পনা-কল্পনা কৰি অৱশেষত কমঞ্চ সভাত এই সম্পৰ্কে ঘোষণা কৰা হ'ল। এই ঘোষণাই ভাৰতবাসীৰ অন্তৰলৈ এটা নতুন প্ৰেৰণা আনিলে।

এই পৰিস্থিতিৰ সমুখ হবলৈ কি ব্যৱস্থা কৰিব পাৰি এই প্ৰশ্ন অসমৰ মনলৈকো আহিল। অসম দেশখন ভাৰতবৰ্ষৰ এটা চুকত। শিক্ষাত পিচ পৰা, বেহা-বেপাৰ, বাণিজ্য সকলোতে পিচ পৰা। পৰিবহনৰ বিষয়তো সকালোতকৈ পিচত। পৰিবহনত পিচ পৰা দেখি অসমলৈ মানুহ চাকৰিৰ বাহিৰে আন কথাত আহিবলৈ ভয় কৰিছিল। গুৱাহাটীৰ-পৰা চিলঙলৈকে যাওঁতে টোঙ্গা গাড়ীত তিনি দিন লাগিছিল। অসমত বাতৰি কাকত নথকাত কিবা এটা ঘটনা ঘটিলেও বাইজৰ চকুত পেলোৱা ৰৰ টান আছিল। অসমত চাহ বাগিচা খুলি ইংৰাজ সদাগৰসকল বহা বাবে ব্ৰহ্মপুত্ৰ নৈয়েদি জাহাজ চলাচলৰ ব্যৱস্থা হ'ল যদিও ভাৰতৰ ৰাজধানী কলিকতালৈ জাহাজেদি যাওঁতে প্ৰায় এসপ্তাহ লাগিছিল। অসমত ইংৰাজ চাহ খেতিয়কসকলৰেই অসমত প্ৰতিপত্তি। তেওঁলোকৰ যিহকে মন যায়, তাকে কৰিবলৈকো তেওঁলোকে পিচ নুহুহকিছিল। চাহ বাগিচা-বিলাকৰ লণ্ডনত থকা ইংৰাজ মালিকসকলৰ যিখন সমিতি আছিল তালৈ অসমৰ চীফ্ কমিছনাৰ নালাগে ভাৰতৰ ভাইচৰয়েও ভয় কৰিছিল।

অসম পিচ পৰা অৱস্থাত থাকিলেও ৰাজনীতিৰ ফালৰপৰা অসমৰ এটা গুৰুত্ব আছিল। আৰু ইংৰাজ ৰাষ্ট্ৰনায়কসকলে এই কথাষাৰ উপলব্ধি কৰিলেও অসমক আগবঢ়াই লৈ যাবলৈ কোনো দিহা কৰা নাছিল ; কাৰণ অসমত ৰাজনৈতিক অনুষ্ঠান গঢ়ি উঠা নাছিল। অসমৰ কথা ভালকৈ সকলোকে জনাবলৈ বাতৰি কাকত নাছিল। অসমৰ ৰাইজৰ মুখৰ মাত নাছিল। আন্তৰ্জাতীয় ৰাজনীতিত অসমৰ গুৰুত্ব থকা বাবে লৰ্ড কাৰ্জন এই শতাব্দীৰ আৰম্ভৰ লগে লগে অসমলৈ আহিল। লৰ্ড কাৰ্জন আহোঁতে অসমে দুখৰ কথা জনালে। কিন্তু সহানুভূতিৰ সমিধান নাপালে। এই বাবে সেই সময়ৰ চীফ্ কমিছনাৰ চাৰ হেনৰী কটনে জীৱন সোঁৱৰণত বেজাৰ কৰিবলগীয়া হৈছিল। "ভাবিছিলোঁ ভাৰতৰ এলাগী ছোৱালী অসমে এইবেলি ভাল সাজ-পাৰ পাব কিন্তু সেইটো হৈ



নুঠিল।" ১৯১৮ চনত কমঞ্চ সভাত ভাৰতৰ শাসন সংস্কাৰ সম্পৰ্কে ঘোষণা হোৱাত এই পৰিস্থিতিত অসমে কেনেকৈ থিয় দিয়ে এই কথাষাৰ অসমৰ চিন্তাশীল লোকসকলে ভাবিবলৈ ধৰিলে। এনে এটা পৰিস্থিতিত অসমপ্ৰাণ ৰায়চৌধুৰীয়ে একো নকৰাকৈ থিৰেৰে কেনেকৈ বহি থাকে ?

১৯১৮ চনৰ জানুৱাৰী মাহত ৰায়চৌধুৰী কলিকতা ওলালগৈ। সেই সময়তেই তেওঁৰ লগত আমাৰ দেখা হয়। অৱশ্যে তেওঁৰ কবিতা পুথি 'তুমি' তাৰ আগতেই আমি পঢ়িবলৈ পাইছিলোঁ। আৰু বৰগীত গাওঁতাসকলৰ ভিতৰত তেওঁ অসমত এজনা শ্ৰেষ্ঠ গায়ক বুলি শুনিবলৈ পাইছিলোঁ।

মহাপুৰুষৰ তিথি উপলক্ষে তেওঁ তেজপুৰলৈ যাব বুলি ছাত্ৰসকলৰ মাজত এটা উদ্দীপনাৰ কথাও মোৰ মনলৈ আহে। কিন্তু তেওঁ যাব পৰা নাছিল।

যি হওক, তেওঁ স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মাৰ লগ হৈ গুৱাহাটীৰ পাণবজাৰত অৰুণা প্ৰেছ পাতি 'চেতনা' চলোৱাত লাগিল। পুঁজি তাকৰ হোৱা বাবে তেওঁ যথেষ্ট অসুবিধাত পৰিবলগীয়া হৈছিল। নিজেই কম্পো-জিটৰ, নিজেই মেচিনমেন, নিজেই মেনেজাৰ এইদৰে চলাবলগীয়া হ'ল। এইদৰে তেওঁৰ অন্তৰৰ ধ্যান 'চেতনা' চলাই থাকোঁতে ১৯২১ চনত অসহযোগ আন্দোলন আহিল। ইয়াৰ কিছুদিনৰ আগতে তেওঁৰ লগৰীয়া স্বৰ্গীয় চন্দ্ৰ শৰ্মা তেজপুৰলৈ আহি আইন ব্যৱসায় চলাবলগীয়া হোৱাত তেওঁ আৰু অকলশৰীয়া হ'ল।

১৯২১ চনৰ জানুৱাৰী মাহৰ লগে লগে অসমলৈকো এই আন্দোলনৰ ঢৌ পালেহি। কটন কলেজৰ ছাত্ৰসকলে মহাত্মা গান্ধীৰ আহ্বানত কি সঁহাৰি দিয়ে এয়ে প্ৰশ্ন আছিল আৰু এই লৈ তেওঁলোকৰ মাজত উখল-মাখল লাগিল। তেওঁলোকৰ কিছুমানে ৰায়চৌধুৰীৰ লগত পৰামৰ্শ কৰিবলৈ যোৱাত তেওঁ উৎসাহ দিবলৈ ধৰিলে। মহাত্মা গান্ধীয়ে ভাৰত মাতৃৰ মুক্তিৰ সন্ধান দিছে। এনে এটা পৰিস্থিতিত ৰায়চৌধুৰীয়ে কেনেকৈ আন এটা পৰামৰ্শ দিয়ে ? অৱশ্যে সেই সময়ত বহুতো লোক আছিল যিসকলে অসমৰ ছাত্ৰসকলক কলেজ এৰাত বাধা নিদিয়াকৈ নাছিল। সেই সময়ত গুৱাহাটীৰ পাণবজাৰত হৰিসভাৰ প্ৰাঙ্গণত মুকুন্দ দাসৰ বঙালী যাত্ৰাও চলি আছিল। মুকুন্দ দাসৰ যাত্ৰাত অভিনীত হোৱা নাটৰ বিষয়বস্তু আছিল স্বদেশী ভাবৰ উদ্দীপনা। বঙ্গ-বিচ্ছেদত বঙ্গদেশে যি স্বদেশী আন্দোলন আৰম্ভ কৰিছিল সেই আন্দোলনত অসমৰো কিছুমান ডেকাই যোগ নিদিয়াকৈ নাছিল। স্বদেশী আন্দোলনে যি জাতীয়

জাগৰণৰ সৃষ্টি কৰিছিল দেশৰ কথা চিন্তা কৰি বিয়াকুল হোৱা লোক আঁতৰত থকাটো টান আছিল। ভাৰতৰ মুক্তিৰ বাবে বঙ্গদেশৰ কিছুমান ডেকাই গুপ্ত সমিতি পতাতো লাগিছিল। অসমতো ইয়াৰ প্ৰভাৱ নপৰাকৈ নাছিল; আৰু ভাবপ্ৰৱণ বায়চৌধুৰীও ইয়াৰ প্ৰভাৱত পৰা বুলি আমি শুনিছিলোঁ।

১৯২১ চনৰ জানুৱাৰী মাহত মহাত্মা গান্ধীৰ আহ্বানত অসমৰ বিশেষকৈ গুৱাহাটীৰ ছাত্ৰসমাজলৈ চাঞ্চল্য আহিল। ইয়াৰ লগতে গুৱাহাটীত মুকুন্দদাসৰ যাত্ৰা অভিনয়ত স্বদেশী ভাবৰ উদ্দীপনা—ছাত্ৰসকলৰ লগতে বায়চৌধুৰীয়েও এই যাত্ৰাত ৰস নোপোৱাকৈ নাছিল। মুকুন্দ দাসে যাত্ৰাত গীত গোৱা এইফাঁকি কথা সকলোৰে মুখে মুখে হ'ল।

"বি-এ, এম-এ পাছ্ কৰে চাকৰি যদি নাহি মিলে—
মিশে যানা চাষাৰ দলে।"

এই ভাবটো এটা নতুন ভাব। কলেজত পঢ়াৰ অৰ্থ আছিল যেন গাঁৱলীয়া জীৱন, গাঁৱলীয়া সংস্কৃতি সকলোকে অৱজ্ঞা কৰা। বায়চৌধুৰীয়েও ছাত্ৰসকলক এই আদৰ্শ লবলৈ উৎসাহ দিবলৈ ধৰিলে। ছাত্ৰসকলে স্কুল-কলেজ বৰ্জন কৰাৰ লগতেই অসমতো কিছুমান উকীলে আদালত এৰি গাঁৱলৈ গৈ মহাত্মা গান্ধীৰ বাণী প্ৰচাৰত লাগিল। কিন্তু ভাবপ্ৰৱণ বায়চৌধুৰীয়ে কেনেকৈ প্ৰেছ্ এৰি এইসকলৰ লগত গাঁৱে গাঁৱে ফুৰি মহাত্মাৰ বাণী প্ৰচাৰ কৰিব পাৰে? এফালে 'চেতনা' আনফালে নতুন জাগৰণ। যি হওক বায়চৌধুৰীয়ে আলোচনীখনৰ জৰিয়তেই এই কামত সহায় কৰিবলৈ ধৰিলে।

লাহে লাহে আগষ্ট মাহ পালেহি। মহাত্মা গান্ধীয়েও মৌলানা মহম্মদ আলীৰে সৈতে অসম দেশ ভ্ৰমণ কৰি অসমবাসীৰ মনলৈ এটা বিপুল উৎসাহ আনি দিলে। অসমত আদালত বৰ্জন কৰা উকীলৰ সংখ্যাও বাঢ়িল, লগতে উকীলৰ মহৰী কিছুমানেও আদালতলৈ যোৱা এৰিলে। গাঁৱলীয়া মকৰ্দমা গাঁৱতে নিষ্পত্তি কৰিবলৈ উকীল কিছুমানে যত্ন কৰিলে। গুৱাহাটীৰ কছাৰী ঘৰলৈ মানুহ অহাটো কমিবলৈ ধৰিলে।

'চেতনা'ত বায়চৌধুৰীয়ে মহাত্মাৰ অসম ভ্ৰমণকে আদি কৰি আন্দোলন সম্পৰ্কীয় কথা প্ৰচাৰ কৰি আন্দোলনত সহায় কৰিবলৈ ধৰিলে। লাহে লাহে ডিচেম্বৰ মাহ পালেহি। বহুতো নেতা আৰু কৰ্মী গ্ৰেপ্তাৰ হ'ল আৰু দেশৰ জনতাৰ মাজত এটা নতুন উদ্দীপনাৰ ধল আহিল।



মহাত্মায়ো 'ইয়ং ইণ্ডিয়া' বোলা তেখেতৰ সাপ্তাহিক কাকতখনত অসমবাসীক উদ্দীপনাৰ শলাগ লৈ লিখিবলৈ ধৰিলে। অসমে ভাৰতৰ জাতীয় জাগৰণত গৌৰৱময় অংশ লোৱাৰ বাবে মহাত্মাৰ শলাগত ভাবপ্ৰৱণ বায়চৌধুৰীয়ে ছপাখানা আৰু কাকতখন লৈ কেনেকৈ বহি থাকিব পাৰে? বিশেষকৈ দমন নীতিৰ হেঁচাত ভাৰতৰ বহুতো ছপাখানা আৰু কাকত বন্ধ হোৱাত নতুন পৰিস্থিতিৰ সৃষ্টি হৈছিল। বায়চৌধুৰীয়ে অৰুণা প্ৰেছ আৰু 'চেতনা' তেওঁৰ সম্পৰ্কীয় শ্ৰীগৰ্গনাৰায়ণ চৌধুৰীক গতাই দি আন্দোলনৰ কামত একাণপতীয়াকৈ লাগি গ'ল। আন্দোলনত কাম কৰিবলৈ বুলি বৰপেটা পালেগৈ, লগে লগে আন বহুতো কৰ্মীৰ লগত গ্ৰেপ্তাৰ হ'ল।

বৰপেটাত জেইল নাছিল; তাত আছামীসকলকহে বিচাৰৰ বাবে আটক কৰি থবলৈ এটা সৰু লক্-আপ আছিল। এই লক্-আপতেই বায়চৌধুৰীক ৰখা হ'ল। আৰু বিচাৰৰ পাচত তেওঁক আন বন্দীসকলৰ দৰে গুৱাহাটী নাইবা তেজপুৰ জেইললৈ বদলি কৰাৰ কথা হ'ল। আগৰেপৰা বায়চৌধুৰীৰ বায়ুৰোগ আছিল। জেইলত এটা সৰু ঘৰত বহুতো বন্দীৰ লগত একেলগে থাকিবলগীয়া হৈ প্ৰায়েই মূৰৰ কামোৰণি হবলৈ ধৰিলে।

সেই সময়ত নতুনকৈ এম-বি পাছ্ কৰি অহা ডেকা ডাক্তৰ স্বৰ্গীয় ভুৱনেশ্বৰ বৰুৱা বৰপেটাত আছিল আৰু ছাৰ্জন হিচাবে তেৱেঁই এই লক্-আপৰ চাৰ্জত আছিল। স্বৰ্গীয় বৰুৱায়ো এই আন্দোলনত যোগ দিয়াৰ কথা ভাবিলেও চৰকাৰৰ বৃত্তিৰে সৈতে ডাক্তৰি পঢ়িবলগীয়া হোৱাত যোগ দিবলৈ অক্ষম হৈছিল। তথাপিও তেওঁৰ সহানুভূতি থকাত ৰাজনৈতিক বন্দীসকলক লক্-আপত পাৰ্যমানে সুবিধা দিয়াত পিচ হোঁহকা নাছিল আৰু বায়চৌধুৰীৰ বাবে সুকীয়া খাদ্য আদি দিবলৈ ধৰিলে। এইবাবে মহকুমাধিপতি বিঞ্জম্যেন চাহাবৰ লগত বিবাদৰ সৃষ্টি হ'ল। 'আণ্ডাৰ ট্ৰায়েল' হিচাবে কেইবামাহ থকাৰ পাচত মহকুমাধিপতিয়ে তেওঁক বিচাৰত ১৷৷ বছৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিলে আৰু লগে লগে বদলিৰ বাবে ব্যৱস্থা কৰিলে। জেইলৰ নিয়ম মতে কোনো বন্দী আন জেইললৈ বদলি কৰিবলগীয়া হ'লে ডাক্তৰে বন্দীজন স্বাস্থ্যৰ ফালৰপৰা বদলিৰ উপযুক্ত নে লিখি দিব লাগে। ডাক্তৰ বৰুৱাই তেওঁক চিকিৎসা কৰি থকাত বদলিৰ অনুপযুক্ত বুলি লিখি দিলে। ইয়াকে লৈ মহকুমাধিপতি বিঞ্জম্যেন চাহাব বিৰক্ত হৈ উঠিল। বিঞ্জম্যেন চাহাবে বিচাৰিছিল বায়চৌধুৰীক হাতকেৰেয়াৰে সৈতে গাঁওবিলাকৰ মাজেদি খোজ কঢ়াই ১৬ মাইল আঁতৰৰ সৰভোগ ৰেলষ্টেচনলৈ নিয়াই ট্ৰেইনেৰে তেজপুৰ জেইললৈ পঠাব। কিন্তু

ডাক্তৰ বৰুৱাই বিধিপথালি দিয়াত তেওঁৰ উদ্দেশ্য সফল নহ'ল। ডাক্তৰ বৰুৱাক বহুতো বুজোৱাত লাগিল—'একো নহয়, আপুনি লিখি দিয়ক।' কিন্তু বৰুৱাৰ প্ৰত্যুত্তৰ হ'ল—'আপুনি তাকে লিখিত হুকুম দিয়ক।' বিগ্গমেন চাহাবে বুজাই কয়—'আপোনাৰ একো নহয়।' কিন্তু সেই সময়ত দক্ষিণ ভাৰতৰ কালিকট জেইলৰপৰা কিছুমান মোপলা বন্দীক বদলি কৰি নিওঁতে গৰমত দুজনমান মৃত্যু মুখত পৰিছিল। সেইবাবে ভাৰতবৰ্ষৰ বাতৰি কাকতত আন্দোলন হোৱাত এই সম্পৰ্কে তদন্ত কৰাবলৈ গৰ্ভৰ্ণমেণ্টে ব্যৱস্থা লৈছিল। সেইবাবে ডাক্তৰ বৰুৱাই ক'লে—'আপুনি একো নহয় বুলি কৈছে হয়, কিন্তু এই ১৬ মাইল চ'ত মহীয়া ৰ'দত (সেই সময়ত চ'ত মাহ আছিল) সৰভোগলৈ খোজ কাঢ়ি যাওঁতে বাটত যদি কিবা হয়, তেন্তে আপুনি মোক ৰক্ষা কেনেকৈ কৰিব? গৰ্ভৰ্ণমেণ্টে মোৰ ওপৰতহে জগৰ ধৰিব। সেইবাবে, আপুনি লিখিত আদেশ দিয়ক। তেতিয়া আপোনাৰ আদেশমতে মই কাম কৰা বুলি দেখুৱাব পাৰিম।" ডাক্তৰ বৰুৱাৰ এনে প্ৰত্যুত্তৰত বিগ্গমেন চাহাবৰ ৰায়চৌধুৰীৰ ওপৰত প্ৰতিশোধ লোৱাৰ হেঁপাহ নিজতেই মাৰ নিয়াব লগীয়া হ'ল। এইবাবে ৰায়চৌধুৰীক জানিবা এখন গৰুৰ গাৰীৰে সৰভোগলৈ আনিব লগীয়া হ'ল।

তেজপুৰ জেইলতো ৰায়চৌধুৰীৰ দুখৰ সীমা নোহোৱা হ'ল। জেইলৰ চুপাৰিণ্টেণ্ডেণ্ট আছিল কৰ্ণেল ৰিচি (Ritchie) ভাৰতৰ জাতীয় আন্দোলনৰ সম্পূৰ্ণ বিৰোধী। তেওঁ ৰাজনৈতিক বন্দীসকলৰ লগত কঠোৰ ব্যৱহাৰ কৰাত লাগিল। তেলৰ ঘানি, 'আলো'পাত খুন্দা, শিল ভঙা আদি কামত দিয়াত লাগিল। ৰায়চৌধুৰীৰ মূৰ ঘূৰণি থকা বাবে ঘানি ঘূৰোৱাত কিছু নোৱাৰি 'আলো'পাত খুন্দিবলৈ দিছিল। 'আলো'পাতত এটা বিষাক্ত ৰস থাকে। সেই ৰস আহি গাত পৰিলে গাত ফোহা হয়, সেইবাবে গা ৰক্ষা কৰিবলৈ 'গালী' কাপোৰ দিলেও হাতত যেনে তেনেকৈ ৰস লাগেই। এইবাবে ৰায়চৌধুৰীয়ে অশেষ নিৰ্য্যাতন ভোগ কৰিবলগীয়াত পৰিছিল। ইয়াৰ পাচত তেওঁক শিল ভাঙিবলৈ দিয়া হ'ল। এইবিলাক নিৰ্য্যাতনৰ মাজেদিয়েই কবি ৰায়চৌধুৰীয়ে অন্তৰৰ অনুভূতিৰে সৈতে তেওঁৰ প্ৰসিদ্ধ 'কাৰাগাৰৰ গীত' 'তই ভাঙিব লাগিব শিল' বোলা গীত-টোৰ ৰচনা কৰিলে। এইদৰে ডেৰ বছৰ কাৰাদণ্ড ভোগ কৰি ১৯২৩ চনত তেওঁ মুকলি হৈ আহিল। তেওঁৰ অবৰ্তমানত অকস্মাতে ছাপাখানাত জুই লাগি ছাপাখানাৰ বহুতো সাজ-সৰঞ্জাম পুৰি গ'ল। জেইলৰপৰা উভতি আহি ছাপাখানাৰ দুৰৱস্থা দেখিও জীৱন সংগ্ৰামত তেওঁ পৰাজয়



স্বীকাৰ নকৰিলে। আকৌ কেনেকৈ নতুনকৈ গঢ়িব পাৰি তাৰ বাবে দুগুণ উৎসাহেৰে লাগি গ'ল। এই সময়তেই তেওঁ এখন পুস্তিকা ছাপা-খানাৰপৰা প্ৰকাশ কৰিলে। এই পুস্তিকাখনৰ কি শিৰোনামা আছিল পাহৰিছোঁ কিন্তু এই পুস্তিকাখন গভৰ্ণমেণ্টে বাজেয়াপ্ত কৰিলে। ইয়াৰ বিষয় বস্তু কি আছিল তাকো আমি চাব পৰা নাছিলোঁ; কিন্তু শুনাত শুনিছিলোঁ চৰকাৰী চাকৰিয়াল সকলৰ সম্পৰ্কে লিখা। এইদৰে ৰায়-চৌধুৰী জীৱনৰ বাটত সংগ্ৰামৰ মাজেদিয়েই আগবাঢ়ি যাবলৈ ধৰিলে।

ইতিমধ্যে তেওঁৰ ৰাজনৈতিক মতৰ কিছু পৰিবৰ্তন ঘটিল। অস-মতেই উপযুক্ত অসমীয়া প্ৰাৰ্থীয়ে চৰকাৰী চাকৰি নাপায়। শিক্ষিত বেকাৰৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। কবি ৰায়চৌধুৰীৰ ভাব-প্ৰৱণ মনত অসমীয়া ডেকাসকলৰ এই দুখৰ অৱস্থাত বেজাৰ দিবলৈ ধৰিলে। আন-ফালে অসমলৈ বিদেশী সোঁত ববলৈ ধৰিলে। পূৰ্ববঙ্গৰপৰা অহা বহুতো লোকক চৰকাৰে মাটি দিয়াত লাগিল। এইবিলাক সমস্যাই ৰায়চৌধুৰীৰ মন আৰু ব্যাকুল কৰি তুলিলে।

ৰাজনীতি ক্ষেত্ৰত তেওঁ কংগ্ৰেছৰপৰা অলপ আঁতৰি গ'লেও গুৱা-হাটীত বহা কংগ্ৰেছৰ অধিবেশন সফলতাৰে সৈতে সম্পন্ন হোৱাত তেওঁ আনন্দত অধীৰ নোহোৱাকৈ নাছিল। তেওঁ 'চেতনা'ত লিখিলে—"অস-মীয়া জাতিৰ পক্ষে, গুৱাহাটী চহৰৰ পক্ষে, গুৱাহাটী কংগ্ৰেছৰ কাৰ্য্য-কাৰক সকলৰ পক্ষে এইটো কম গৌৰৱৰ কথা নহয়।" গুৱাহাটী অধি-বেশন মুকলি কৰা হৈছিল তেওঁৰ এটা বিখ্যাত সঙ্গীতৰে—'আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ।' কংগ্ৰেছৰ লগতে পতা প্ৰদৰ্শনীৰ শলাগ লৈ ৰায়চৌধুৰীয়ে 'চেতনা'ত ক'লে, "মহাত্মাৰ জাতি-গঠন কাৰ্য্যত অসমীয়া জাতি কিমান আগ বাঢ়িছে গুৱাহাটী কংগ্ৰেছত অসমীয়া হাতে কটা সূতাৰ কাপোৰৰ ইমান প্ৰতিপত্তিটোৱে তাৰ ভালকৈ প্ৰমাণ দিছে। অসমীয়া জাতিৰ এই বিষয়ক গৌৰৱৰ মূলত নগাঁওৰ গাঁৱলীয়া ভাইসকল আৰু শ্ৰীযুত কৃষ্ণনাথ শৰ্মা ডাঙৰীয়া। নগাঁৱৰ দৰে অসমৰ গোটেই কিখন জিলাতে যদি হাতেৰে সূতা কটা কাৰ্য্যটো এনে আন্তৰিকভাৱে ধৰা হ'লহেঁতেন তেনেহ'লে অসমীয়া জাতিয়ে নিজৰ অভাৱ খিনি পুৰাইও ভাৰতৰ আধা আধি লোকক নিজ হাতে কটা কাপোৰ যোগোৱা গৌৰৱ লাভ কৰিব পাৰিলেহেঁতেন।" এইদৰে কংগ্ৰেছ আন্দো-লনৰ সাৰ্থকতাৰ কথাই তেওঁ ক'লে।

দেশৰ উপযুক্ত ডেকাসকলে অসম গভৰ্ণমেণ্টৰ তলত চাকৰি বিষয়ত অৱহেলিত হোৱা কথাষাৰে আৰু অসমৰ মাটি নিগাজী অসমীয়া লোক-

সকলৰ ভৱিষ্যতলৈ নাভাবি বিদেশৰপৰা অহা পমুৱাসকলক পত্তন দিয়া কথাষাৰে তেওঁৰ মনলৈ ইমান ব্যাকুলতা আনিছিল যে তেওঁ মাজতে কংগ্ৰেছ আৰু স্বৰাজিষ্টসকলৰ ওপৰত আশা এৰি দি নিজে বেলেগে এটা স্বকীয়া দল গঠন কৰাৰ কথাও পাতিছিল কিন্তু শেহত তেনে কথালৈ নগ'ল।

স্বৰ্গীয় ৰায়চৌধুৰীৰ লগত এদিন লিখকৰ এই বিলাক কথা লৈয়ে আলোচনা হৈ থাকোঁতে স্বৰ্গীয় ডক্টৰ বাণীকান্ত কাকতি আহি সোমাল। তেওঁ ক'লে—"ৰায়চৌধুৰী, আপুনি ৰাজনীতিৰ কথা এৰি পেলাওক। কবিতা-তেই ভালকৈ লাগক।"

কিন্তু তেওঁৰ ভাবপ্ৰৱণ মনত দেশৰ এইবিলাক কথাই দুখ নিদিয়াকৈ থাকে কেনেকৈ? তেওঁ কংগ্ৰেছ নেতা, স্বৰাজিষ্ট নেতাসকলৰ সমালোচনা কৰিলেও কংগ্ৰেছ আৰু অসহযোগ আন্দোলনৰ মূল দৃষ্টিভঙ্গীৰপৰা আঁতৰি যোৱা নাছিল আৰু সেই বাবে 'চেতনা'ত লিখিছিল—"কাউন্সিল এছেম্বলীত তৰ্ক-বিতৰ্ক বাদ-বক্তৃতাৰ ফুলজাৰী উৰুৱালে জাতীয় বন্ধন কোনো কালে মুকলি কৰি লব নোৱাৰি। তাৰ নিমিত্তে লাগিব নিজৰ বিলাস-সুখৰ ভোগ ত্যাগ কৰি জাতি সেৱাৰ একুৱা জলন্ত জুই অন্তৰত লৈ গাঁৱে গাঁৱে ফুৰি গাঁৱলীয়া বিৰাট নৰনাৰায়ণৰ এজন ভিতৰুৱা হৈ কাম কৰা কঠোৰ ব্ৰত। এয়ে আছিল তেওঁৰ মূল দৃষ্টিভঙ্গী। এই দৃষ্টিভঙ্গী থকা বাবে ১৯৩০ চনত যেতিয়া কংগ্ৰেছৰ পুৰণি নেতাসকলে স্বাধীনতা আন্দোলনত যোগ দিবলৈ অসমৰ্থ হ'ল আৰু যেতিয়া অসমত নতুনকৈ কংগ্ৰেছ পুনৰগঠিত হ'ল ৰায়চৌধুৰীয়ে সত্যাগ্ৰহী উলিৱাৰ দায়িত্ব ললেহি। অৱশ্যে এই ক্ষেত্ৰত তেওঁ পাচলৈ কাম কৰিব নোৱাৰিলেও ইয়াতেই তেওঁৰ আচল মনৰ চিনাকি দিছিল। ১৯৪৬ চনত যেতিয়া বৃটিচ শাসকসকলে ভাৰত এৰি যাবলৈ দিহা কৰিছে আৰু তেওঁলোকৰ ব্যৱস্থামতে অসমক বঙ্গদেশৰ লগত 'গ্ৰুপিঙ'ত সুমুৱাৰ জল্পনা-কল্পনা চলিছে তেতিয়াও ৰায়চৌধুৰীয়ে অসম জাতীয় মহাসভাৰ পক্ষৰপৰা ডেপুটেচন লৈ দিল্লীত কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ ওচৰত ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ জনালে। তেওঁৰ মৃত্যুৰ আগতে বিদেশত ছপা হোৱা কাকত এখন তেওঁৰ হাতত পৰিলহি। সেইখন কাকতত বঙ্গদেশকে লৈ ভাৰতৰ এই পূৰ্বখণ্ডত কেনেকৈ নতুনকৈ সংগঠিত কৰিব পাৰি তাৰে কথা প্ৰকাশ পাইছে। এইখন কাকত পঢ়ি তেওঁ ব্যাকুল হৈ উঠিল। আৰু এয়েই তেওঁৰ মৃত্যুৰ কাৰণ হ'ল। এয়ে আছিল স্বৰ্গীয় ৰায়চৌধুৰী।

# অসম, অসমীয়া আৰু অম্বিকাগিৰী

শ্ৰীউমেশচন্দ্ৰ শৰ্মা

এটি সংস্কাৰকামী উজ্জ্বল বংশৰ, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ শোণিত প্ৰৱাহিত পিতৃ, আৰু তেৰাৰ চৰিত পুথি প্ৰণেতা শ্ৰীৰামচৰণ ঠাকুৰ পৰিয়ালৰ মাতৃৰ গৰ্ভত পুণ্যভূমি অসমৰ বৰপেটা ধামত জন্ম গ্ৰহণ কৰিছিল অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী দেৱে ১৮০৭ শকৰ ৪ পুহৰ এটি শুভক্ষণত। বাল্যকালৰপৰাই আছিল তেখেত সমাজ-সেৱী। এই সেৱাৰ, এই সংস্কাৰৰ মনোভাৱ তেখেতে সম্ভৱতঃ উত্তৰাধিকাৰ সূত্ৰেই লাভ কৰিছিল। সিংহ পুৰুষ অম্বিকাগিৰীয়ে ছাত্ৰাৱস্থাৰপৰাই দেশ-সেৱাৰ মহান ব্ৰত পালন কৰিছিল সেয়েই তেখেতে বিশ্ববিদ্যালয়ৰ কোনো ডিগ্ৰী লাভ কৰিব পৰা নাছিল। উচ্চ ইংৰাজী স্কুলৰ শিক্ষাই তেখেতৰ শেষ শিক্ষা। ষোল বছৰীয়া ছাত্ৰ অম্বিকাগিৰীৰ ৰাজহুৱা জীৱনৰ আৰম্ভ হয় বঙ্গ-ভঙ্গ আন্দোলনৰ সময়ত ইং ১৯০৪ চনত। সেই তেতিয়াৰপৰাই শ্ৰীঅম্বিকাগিৰীয়ে মৃত্যুৰ কাললৈকে অবিৰাম দেশ সেৱাতে আত্ম-নিয়োগ কৰি অসম তথা ভাৰতত ৰেকৰ্ড স্থাপন কৰি গ'ল। তেখেতে নিজেই কৈছে :—

"এই ব্ৰত হৈছে মোৰ তিল তিলকৈ জগতৰ যাৱতীয় শক্তিৰ উৎস আহৰণ কৰি মোৰ জীৱন বিপুল শক্তিত পৰিপূৰ্ণ কৰি তোলা। এই ব্ৰত হৈছে মোৰ আকাশ বতাহ, মাটি, পানী সকলোৰে স্তূপীকৃত আৱৰ্জনা-ৰাশিত প্ৰচণ্ড বিপ্লৱৰ মহা মন্থন তোলা। মোৰ এই মহা বৈপ্লৱিক মন্থন ব্ৰত হৈছে, শৃঙ্খলাবদ্ধ নিষ্পেষিত নৰ-নাৰায়ণক মুক্তিৰ বিশাল মুকলিলৈ উলিয়াই আনিবলৈকে দানৱীয় আক্ৰমণৰ বিৰুদ্ধে মোৰ জীৱন বলিদান।"

মনীষী অম্বিকাগিৰীৰ এই ব্ৰত তেখেতে আখৰে আখৰে পালন কৰিছিল। তেখেতৰ ৰাজনৈতিক মতবাদ অতি সহজ সৰল আৰু স্পষ্ট, তেখেতৰ ৰাজনীতি, সমাজনীতি বা অৰ্থনীতিত ব্যক্তিগত স্বাৰ্থৰ কোনো

গন্ধ-ভাপ নাই,—দেশৰ আৰু জাতিৰ সমষ্টিগত স্বাৰ্থই হৈছে ব্যক্তিৰো স্বাৰ্থ এয়েই ৰায়চৌধুৰী দেৱৰ স্পষ্ট মত। ভোগ-বিলাসৰ উজ্জ্বল ভৱিষ্যৎ-পূৰ্ণ জীৱনৰ যথা সৰ্বস্ব, দেশ তথা জাতিৰ আহ্বানত সমৰ্পণ কৰিছিল দেশ-প্ৰাণ অম্বিকাগিৰীয়ে। তেখেতৰ মতেই হৈছে মানুহ যি দেশৰ পৱিত্ৰ ভূমিত জন্ম গ্ৰহণ কৰে, যি দেশৰ উৰ্বৰ ভূমিত উৎপন্ন খাদ্য খাই জল-বায়ু সেৱন কৰি, জী থাকে ডাঙৰ-দীঘল হয় আৰু যি দেশত একেলগে জন্ম লাভ কৰা মানুহ বিলাকৰ লগত সুখ-দুখৰ সম ভাগৰ অধিকাৰী হয় সেই দেশ আৰু দেশবাসীৰ সেৱাত আত্মনিয়োগ কৰাই হৈছে জীৱনৰ প্ৰধান-তম্ উদ্দেশ্য। সেয়েই তেখেতে কৈছে :

যি জীৱনত দেশ সেৱনত
আত্মাহুতিৰ অনল শিখা নাই,
সেই জীৱনত নাই অবাৰত
প্ৰয়োজনৰ উচচ দাবী ভাই।

অসম দেশ, অসমীয়া জাতি আৰু শ্ৰীঅম্বিকাগিৰী এই তিনিওটা অভেদ বস্তু। অসম দেশ আৰু অসমীয়া জাতিৰ সেৱা কৰা, হিত চিন্তা কৰা আৰু ইয়াৰ সংৰক্ষণ, সংবৰ্ধন আৰু পৰিপোষণৰ কাৰণেই জন্ম লৈছিল অম্বিকাগিৰীয়ে আৰু সেই চিন্তাতেই প্ৰাণৰ শেষ নিশ্বাস পেলাইছিল এই জাতীয় বীৰ জনে।

অম্বিকাগিৰী আছিল বিপ্লৱী, বিদ্ৰোহী। দলিত, শোষিত নিষ্পেষিত জনগণৰ মুক্তি সাধনৰ উদ্দেশ্যেই তেখেতৰ এই প্ৰচণ্ড বিপ্লৱ। অতীত গৌৰৱেৰে মহিমা মণ্ডিত এই অসম দেশ আৰু অসমীয়াৰ ওপৰত যেতিয়া বাহিৰৰ শোষণ আৰম্ভ হ'ল, ৰায়চৌধুৰী দেৱৰ প্ৰাণে কান্দি উঠিল বীৰ হুঙ্কাৰেৰে অসম কেশৰী গৰজি উঠিল, স্বদেশ আৰু স্বজাতি ৰক্ষাৰ হকে দৃঢ় সঙ্কল্প ললে—দেশবাসীক আহ্বান জনালে :

জাগ ডেকা তেজ জাগ আজি জাগ
আগ্নেয়গিৰী উগাৰি জাগ
এলাহৰ গাঁঠি ভাঙি গুড়া কৰি
কৰ্ম ধাৰাৰে ধৰণী ঢাক।
জাগ ডেকা তেজ জাগ আজি জাগ
স্বৰ্গ মৰ্ত্য কঁপাই জাগ
বিনাশি জাতিৰ দুখ দাৰিদ্ৰ্য
ঘৃণিত গলিত গোলামী দাস।



ডেকা শক্তিৰ প্ৰতি আহ্বান জনালে মহাৰথী অম্বিকাগিৰীয়ে, "ডেকা অসম! তুমি খেতিয়ক, বনুৱা, উকীল, মুক্তিয়াৰ, হাকিম, চব্‌ডেপুটি, আমোলা, কেৰেণী, মহৰী, বেপাৰী, খামাৰী, ধনী, ঋণী, মুনিহ-তিৰুতা যিয়েই নোহোৱা এবাৰ সমগ্ৰভাৱে দেশৰ সামূহিক দুৰ্দশালৈ লক্ষ্য কৰি মুক্তিৰ উন্মাদনাত উজ্জীৱিত হৈ তোমাৰ জন্মভূমিত নিজস্ব স্থিতিটো উপলব্ধি কৰি ব্যক্তিগত নীচ স্বাৰ্থৰ খকটো পৰিহাৰ কৰি, দেশৰ, জাতিৰ সমূহীয়া স্বাৰ্থৰ উচচ মৰ্য্যাদাটো আগত লৈ বীৰ হুঙ্কাৰেৰে কৰ্মক্ষেত্ৰত অৱতীৰ্ণ হোৱাহি। তোমাৰ ভাষা, সাহিত্য, সংস্কৃতি, সভ্যতা, জাতীয় আদৰ্শ আৰু চিন্তাধাৰাৰ উন্নতিগামী গতি আনৰ বলিশালত। তুমি নিজে সচেতন হৈ আত্মৰক্ষাৰ জ্ঞান অন্তৰত চপাই, নিজে যদি কৰ্ম পথত সোমাই নতৰা, কাৰ ওপৰত তুমি কি আশা কৰিব পাৰা? আহা, তোমাৰ সেই আলস্য আৰু মূৰ্খতা সম্ভূত পৈশাচিক পাৰিপাশ্বিকতাৰপৰা তুমি মুক্ত হৈ ওলাই আহা, নিজ দেশত নিজ অস্তিত্বৰ আত্মৰক্ষাৰ বাবে বীৰ হুঙ্কাৰেৰে কৰ্মক্ষেত্ৰত নামি পৰাহি। জাতিৰ সামূহিক জীৱনৰ মঙ্গলৰ হকে ব্যক্তি-গত জীৱন বিসৰ্জন দিবলৈ সাজু হোৱাহি।"

অম্বিকাগিৰী আছিল বিদ্ৰোহী বিপ্লৱী, সংস্কাৰকামী—তেখেতে নিজেই কৈছে—"মই বিদ্ৰোহী, বিপ্লৱী, পৃথিৱীৰ মাটিত, পানীত, আকাশত; মই বিদ্ৰোহী বিপ্লৱী, বিশ্বৰ মনোজগতত; মই বিদ্ৰোহী বিপ্লৱী, সৃষ্টিধাৰাৰ গতিৰ মুখত; মই বিদ্ৰোহী বিপ্লৱী, ব্ৰহ্মাণ্ডৰ মেৰু দণ্ডৰ সাঁফ-বিলাকত; মোৰ বিদ্ৰোহ বিপ্লৱ মাটিৰ মানুহৰ শুন্য গৰ্ভ গলিত গৰ্বৰ অতল স্পৰ্শ নাৰকীয় খালবিলাকত। অপাৰ অসীম অনন্ত উৎসাহেৰে সকলোকে আচ্ছন্ন কৰি চলিছে আজি মোৰ বিদ্ৰোহ বিপ্লৱ। মই আজি ব্ৰহ্মাণ্ডত বিপ্লৱৰ ধূমকেতু।"

তেখেতৰ এই বিপ্লৱ বিদ্ৰোহ কেৱল তেখেতৰ মাতৃভূমি অসম বা ভাৰতৰ ভিতৰতেই নহয় এই বিদ্ৰোহ বিশ্বব্যাপী বিদ্ৰোহ। জগতৰ দলিত শোষিত নিষ্পেষিত নৰনাৰায়ণৰ মুক্তিৰ বিদ্ৰোহ। সত্য, প্ৰেম, দয়া, ক্ষমা আৰু অহিংসাৰ পৱিত্ৰ মন্ত্ৰেৰে জনগণক দীক্ষিত কৰি সাম্য মৈত্ৰী আৰু স্বাধীনতাৰ সুদৃঢ় ভেটিত মানৱ সমাজক থিয় কৰাই জগতত চিৰশান্তি প্ৰতিষ্ঠা কৰাই আছিল দেশ প্ৰাণ অম্বিকাগিৰীৰ প্ৰাণৰ আকাংক্ষা। সেই মহান উদ্দেশ্যেই অসম-কেশৰীয়ে অসমত অসমীয়া, বঙ্গত বঙালী, বিহাৰত বিহাৰী, উৰিষ্যাত উৰীয়া, পাঞ্জাৱত পাঞ্জাবী, মাদ্ৰাজত মাদ্ৰাজী আদি জাতিবিলাকৰ নিজ নিজ ভৌগোলিক সীমাৰেখাৰ ভিতৰত নিজ নিজ ভাষা সংস্কৃতিৰ উৎকৰ্ষ সাধন কৰি সবল ভাৰতীয় মহাজাতি গঠনৰ আৰু

সেই দৰেই বিশ্বমানৱ সমাজ গঠনৰ সপোন দেখিছিল। এই সপোন বাস্তৱত পৰিণত কৰাৰ উদ্দেশ্যেই তেখেতে ভিন্ ভিন্ সময়ত ভিন্ ভিন্ অনুষ্ঠান গঢ়ি তাৰ জৰিয়তে দেশবাসীক এই মহান উদ্দেশ্য সাধনত আত্ম-নিয়োগ কৰিবলৈ আহ্বান জনাইছিল। এই উদ্দেশ্য আগত লৈয়েই ইং ১৯২৬ চনত ৰায়চৌধুৰী দেৱে 'অসম সংৰক্ষিণী সভা' গঠন কৰে। তেখেতে নেতৃত্বৰ লালসা লৈ এই সভা গঠন কৰা নাছিল, তেখেতৰ ওৰে জীৱনতে নেতৃত্ব, পদমৰ্য্যাদা, ধন-দৌলতৰ আশা আমি দেখা নাপালোঁ। তেখেতে তেখেতৰ সুদীৰ্ঘ তিনিকুৰি বছৰীয়া ৰাজহুৱা জীৱনত কেতিয়াও নীতিৰপৰা বিচলিত হোৱা নাছিল। তেখেতৰ আদৰ্শ আছিল স্পষ্ট— তেখেতৰ মতে সুকীয়া সুকীয়া ৰাজ্য আৰু সেই ৰাজ্যৰ জাতীয়তা গঠন এটা স্বাভাৱিক বিধান। সেই বিধান অনুসৰিয়েই ভাৰতত অসমীয়াৰ অসম, বঙ্গালীৰ বঙ্গ, পাঞ্জাবীৰ পাঞ্জাব ইত্যাদি। এই নীতিকেই ৰায়চৌধুৰী দেৱে আজীৱন প্ৰচাৰ কৰিলে কিন্তু ইয়াৰ মূলতত্ত্ব কোনোৱে উপলব্ধি কৰিব নোৱাৰিলে যদিও শেষত আজি সমগ্ৰ ভাৰততে এই নীতি প্ৰৱৰ্তনৰ চেষ্টা চলিল। ১৯২৬ চনতে প্ৰতিষ্ঠিত অসম সংৰক্ষিণী সভাই যেতিয়া এই নীতি প্ৰচাৰ কৰে আমাৰ অসমৰ তথাকথিত নেতাসকলে ইয়াক সঙ্কীৰ্ণ প্ৰাদেশিকতা বুলি আখ্যা দিয়ে, কিন্তু ৰায়চৌধুৰী দেৱে সেই বিলাকলৈ কৰ্ণপাত নকৰি অবিৰত ভাৱে সংৰক্ষিণী নীতি সমগ্ৰ অসমতে প্ৰচাৰ কৰে। তেখেতৰ কঠোৰ সঙ্কল্প যে তেখেতে যেন জানি বা নাজানি কেতিয়াও সপোনতো যেন কোনো প্ৰকাৰে অসম তথা অসমীয়াৰ অনিষ্ট সাধন নকৰে। তেখেতৰ সংৰক্ষিণী নীতি দেশৰ আভ্যন্তৰীণ সমস্যা সমাধানৰ এটা প্ৰধান সূত্ৰ। তেখেতে অসমীয়া জাতিটোক সংগঠিত কৰি তোলাৰ উদ্দেশ্যে 'অসম সংৰক্ষিণী সভা', 'অসম জাতীয় মহা সভা', 'শিক্ষা প্ৰচাৰ সমিতি,' 'গৰীৱ সমাজ' আদি প্ৰতিষ্ঠা কৰিছিল কিন্তু তেখেতক এইবিলাক স্বদেশ-হিতৈষী কাৰ্য্যত বাধা দিওঁতা দেশদ্ৰোহী দলৰ অভাৱ নাছিল। আজি অসমৰ প্ৰায়বিলাক ক্ষেত্ৰতে দেখিবলৈ পোৱা হয় অম্বিকাগিৰী ৰায়চৌধুৰী দেৱে ৪০।৫০ বছৰ আগতে কৈ যোৱা কথা বা কামকে সামান্য শব্দ গাঁথনিৰ পৰিৱৰ্তন কৰি, কৰিবলৈ লোৱা হৈছে।

এই নিৰ্য্যাতিত দেশসেৱকজনৰ জীৱনত দুৰ্ভোগৰ সীমা নাই কিন্তু সেই সকলোবিলাকক তেখেতে হাঁহি মুখেৰে মূৰ পাতি লৈ স্বদেশ আৰু স্বজাতিৰ সেৱাৰপৰা এদিনলৈকো আঁতৰি থকা নাই। ভাৰতীয় জাতীয় কংগ্ৰেছৰ অসহযোগ আন্দোলনত ইং ১৯২১ চনত যেতিয়া দেশ-প্ৰাণ অম্বিকাগিৰীৰ দুবছৰৰ সশ্ৰম কাৰাদণ্ড হয় তেতিয়া কাৰাবাসৰ সময়তে



তেখেতৰ ঘৰ অগ্নি দগ্ধ হয় আৰু বুকুৰ তেজ দি গঢ় দিয়া তেখেতৰ অৰুণা প্ৰেছো সমূলে ভস্ম হয় লগতে তেখেতৰ অমৰ লিখনীৰ বহু কেইখন পুথিৰ পাণ্ডুলিপিও ধ্বংস হয়। কাৰাবাসৰ কাল ছোৱাত তেখেতে দিনে দিনে জেল কৰ্তৃপক্ষৰপৰা নানা শাস্তি ভোগ কৰিব লগা হৈছিল—সাধাৰণ শাৰীৰ বনুৱাৰ দৰে শিল ভঙা আদি কামো তেখেতৰ ভাগ্যত মিলিছিল— তথাপিও এই মহান নেতা গৰাকী সঙ্কল্পত ভীষ্মৰ দৰে অচল-অটল হৈ আছিল। ইং ১৯৫২ চনত ৰায়চৌধুৰী দেৱক তেখেতে লীজ লৈ ঘৰ সাজি থকা মাটিৰপৰা আমাৰ মানুহেই কেনে অমানুষিকভাৱে উচ্ছেদ কৰিছিল আৰু সেই অমানুষিক অত্যাচাৰকো নিৰ্বিবাদে সহ্য কৰি দেশ সেৱাকেই কৰ্তব্য বুলি ভাবি ধৈৰ্য্য ধৰি আছিল তাক তেখেতে আমালৈ লিখা ২০।১২।৫২ তাংৰ চিঠিৰ পৰাই বুজিব পাৰি—তেখেতে লিখিছিল :—

"আপুনি মোৰ পৰম শ্ৰদ্ধেয় বন্ধু। মোৰ জীৱনৰ নতুন অধ্যায় এটাৰ সম্বাদ আজি আপোনাক দিওঁ। যোৱা ৮ অক্টোবৰৰ দিনা মই থকা মাটিৰ মালিকে পুৱা ৮ বজাত মই ঘৰত নথকা অৱস্থাত ২৫।৩০ জন মানুহ আৰু চৰকাৰী পিয়াদা লৈ ধাৰাসাৰ বৰষুণৰ ভিতৰতে, মোৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালী কিটিক ঘৰৰপৰা বাহিৰ কৰি দি সকলো বস্তু-বাহানি, কাগজ-পত্ৰ পুথি আদি ধাৰাসাৰ বৰষুণৰ পানী বৈ থকা চৰকাৰী নৰ্দমাত পেলাই অশেষ ক্ষতি কৰি সকলো কেইটা ঘৰ ভাঙি মোক উচ্ছেদ কৰিছে। মোক আজি আশ্ৰয় দিওঁতা কোনো ওলোৱা নাই, কাৰোপৰা সহানুভূতি পোৱা নাই। মই আজি গোটেইটো পৰিয়ালৰ সৈতে অপাৰ সমুদ্ৰত। আৰু সম্প্ৰতি একো কৰবলৈ নাই।"

যি জন বীৰ পুৰুষে অসমীয়াৰ জাতীয় ঘৰ জাতীয় সম্পত্তি ৰক্ষাৰ কাৰণে সাৰথি বিহীন হৈয়ো বহিঃশত্ৰুৰ আক্ৰমণ ব্যৰ্থ কৰিবলৈ দুৰ্ঘোৰ সংগ্ৰাম চলাই আত্মবিসৰ্জন দিবলৈ ৰণক্ষেত্ৰত অদম্য সাহসেৰে অৱতীৰ্ণ হৈছে সেইজন মহান ব্যক্তিৰ ওপৰত আমাৰ দেশৰ নিজা মানুহৰে এই উৎপীড়ন! জাতীয় স্বাৰ্থ ৰক্ষা কৰাহে অম্বিকাগিৰীৰৰ জীৱনৰ ব্ৰত, ব্যক্তিগত স্বাৰ্থ ৰক্ষা কৰা নহয় সেয়েই এই বীৰ পুৰুষ জনাই তেখেতৰ ব্যক্তিগত স্বাৰ্থ ক্ষুণ্ণ হোৱাত লেশমানো বিচলিত হোৱা নাছিল--এয়েই অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱনৰ আদৰ্শ।

বঙ্গ ভগনীয়াই স্থানীয় মানুহৰ ওপৰত কৰা অত্যাচাৰত ৰায়চৌধুৰী দেৱ কেনেদেৰে বিচলিত হৈছিল তাক তেখেতে তেখেতৰ ২৭।১২।৫২ তাৰিখৰ—(তেখেতক উচ্ছেদ কৰাৰ প্ৰায় দুমাহৰ ভিতৰতে) চিঠিত আমালৈ লিখিছিল—"আপুনি অৱশ্যে খবৰ পাইছে মঙ্গলদৈ মহকুমাৰ ৰূপাখাটাত

বঙ্গ ভগনীয়াই দলবদ্ধভাৱে আক্ৰমণ কৰি অসমীয়া ডেকা ঠগিবাম বৰুৱাক হত্যা কৰি অসমীয়াৰ মাটি কাঢ়ি লৈছে, বৰপেটাত অসমীয়াৰ খেতি পথাৰৰ-পৰা বলেৰে ধান কাটি নিছে। টংলা আৰু বিজনী আদি ঠাইত 'অসমীয়াৰ ৰক্ত চাই' 'অসমীয়াকে নির্মূল কৰ' ইত্যাদি 'প্লেকাৰ্ড' গছে ঘৰে হাটে বজাৰে আঁৰি দিছে।' 'আসাম চৰকাৰকে আমৰা কি গ্ৰাহ্য কৰি, কেন্দ্ৰীয় গৱৰ্ণমেণ্ট আমাদিগকে দিয়েছে" বুলি খোলা-খুলিকৈ কৈ দিছে। অথচ অসমীয়াৰ ৰাজহুৱা সংগঠন আৰু মততকৈ ভগনীয়া বঙালী দলৰ সংগঠন আৰু মত প্ৰবল হোৱাত অসম চৰকাৰেও সিহঁতৰ ওচৰতেই আত্মসমৰ্পণ কৰিছে।"

অসমীয়া জাতিৰ কাণত তিনিকুৰি বছৰৰো ওপৰ কাল ৰায়চৌধুৰী দেৱে জাতীয়তাবাদৰ মহা মন্ত্ৰ শুনাই আহিছিল, অসমীয়া ৰাইজে তালৈ আওকাণ কৰাত তেখেত কেতিয়াবা অতিষ্ঠ হৈ পৰিছিল, ওপৰত উল্লেখ কৰা চিঠিখনৰে এঠাইত তেখেতে লিখিছিল :—

"মূঠৰ ওপৰত বৰ্তমান অসমীয়া জাতিটো সম্পূর্ণ মহত্ত্ব বৰ্জিত হৈ ঘোৰ নীচতাত পৰি আছে। সম্ভৱতঃ এনে নীচ, হিংসুক, খেচেৰা জাতি বৰ্তমান কালত অকল ভাৰততেই নহয় পৃথিৱীতেই নাই। যাৰ আত্ম-চেতনা আত্ম-বিশ্বাস, দূৰ-দৃষ্টি, সত্য-প্ৰিয়তা, সততা, মহানুভৱতা, মহত্ত্ব আৰু পূৰ্ব-পুৰুষৰ গৌৰৱময় ঐতিহ্যলৈ শ্ৰদ্ধা নাই, সেই জাতিৰ ধ্বংসৰ বাহিৰে আন গতি নাই। কিন্তু তথাপিও আশা এৰিব পৰা নাই। নম-ৰালৈ আমি তাৰ ৰক্ষাৰ চেষ্টাকে কৰিব লাগিব। যি জাতি, মহত্ত্ব মহানু-ভৱতা বৰ্জিত তাৰ প্ৰতি ভগৱানৰ আশীৰ্বাদো নামি নাহে।"

তেওঁ আছিল আশাবাদী, অসমক অসমীয়া জাতিক সৰ্বতো প্ৰকাৰে মহীয়ান, গৰীয়ান কৰি তোলাই আছিল অম্বিকাগিৰীৰ প্ৰাণৰ আশা। আহাৰ পানী যিদৰে জীয়াই থকাৰ প্ৰধান সম্বল—অসম আৰু অসমীয়া জাতিৰ মঙ্গল সাধন কৰাও আছিল ৰায়চৌধুৰীৰ জীৱনৰ প্ৰধান সম্বল। অসম আৰু অসমীয়াক কেন্দ্ৰ কৰিয়েই ৰায়চৌধুৰীদেৱে বিশ্ব-মানৱ-সমাজ গঠনৰ আঁচনি কৰিছিল—বজ্ৰ নিনাদে ঘোষণা কৰিছিল :—

নিষ্পেষিত উৎপীড়িত, দলিত, পতিত
শোষণ মূৰ্ছিত পৃথিৱীৰ নিদ্ৰিত মানৱ!
থিয় হোৱা বিশ্বজয়ী আত্ম-চেতনাত।
মহাত্মাৰ মুক্তিবাণী হ'ল বিঘোষিত—
নিৰ্ভয়, নিৰ্ভয়, লুপ্ত হ'ল শোষক দানৱ
নৱশক্তি জাগি উঠা আত্ম-বেদনাত।



পৃথিৱীৰ নিদ্ৰিত মানৱক বিশ্বজয়ী আত্ম চেতনাত থিয় হবলৈ আহ্বান জনাই—মৃত্যুঞ্জয়ী বীৰ অম্বিকাগিৰীয়ে তেওঁৰ অতি আদৰৰ অসম আৰু পৰ্বত ভৈয়াম জুৰি বসবাস কৰা অসমবাসীক উদ্দেশ্য কৰি কৈছিল :—

এই অধিকাৰ হেৰুৱালে জীৱনটো তোৰ পঙ্গু হব,
নিজ ঘৰতেই খুন্দা চেপাই, পুষ্টিৰ আশা ফেস্তি থব।
লুকাই আছে ইয়াতেই তোৰ
অৰ্থ-সংস্কৃতিৰ বল,
তাৰ অবিহনে তোঁৰ জীৱনৰ
নৰব আন গতিৰ থল।

অসমৰ তথা ভাৰতৰ গৌৰৱৰ স্থল এই বৰেণ্য নেতাজনে জীৱন পাত কৰিলে মাতৃভূমিৰ হকে, জীৱন পাত কৰিলে—অসমীয়া, ভাৰতীয় তথা বিশ্ব-মানৱৰ কল্যাণৰ হকে। এই মহান নেতা গৰাকীৰ জীৱন কালৰ সম্পূৰ্ণ আলোচনা কৰিবলৈ হ'লে এখন মহাভাৰত হব। সুদীৰ্ঘ ডেৰকুৰি বছৰ কাল তেখেতৰ সান্নিধ্যত থাকি আজি এই মনীষীজনাৰ বিষয়ে সাধাৰণতে স্মৰণ হোৱা কথা কেইটিমান মাথোঁ তেখেতৰ স্মৃতিৰ উদ্দেশ্যে মোৰ অন্তৰৰ অসীম শ্ৰদ্ধা হিচাবে আগ বঢ়ালোঁ।

# পিতাৰ কথা

শ্ৰীশুচিব্ৰতা ৰায়চৌধুৰী

পৃথিৱীৰ কোটি বছৰৰ ইতিহাসত অগণন মানৱ আহিছে গৈছে—কাৰো লগত কাৰো সম্পূৰ্ণ মিল নাই। প্ৰতিজনেই অনন্য—অনুপম। কিন্তু সন্তানৰ বাবে নিজ পিতৃ-মাতৃৰ নিচিনা উৎকৃষ্ট ব্যক্তি আৰু ক'তো কাহানিও নাই।

মোক মোৰ পিতৃদেৱৰ বিষয়ে লিখিবলৈ কোৱা হৈছে। গতিকে মোৰ এই ৰচনা যে নিৰপেক্ষ একেবাৰেই নহয় ই অতি সত্য।

১৯৫৮ চনৰ জুলাইৰপৰা মই গুৱাহাটীৰপৰা বাহিৰত। বন্ধ বা সাক্ষ্য দিয়াৰ সুযোগত গুৱাহাটীলৈ যেতিয়াই পাৰোঁ আহিছিলোঁ। ঘৰখন এৰি থাকিবলৈ বৰ টান লাগিছিল। পিতা-আই, ভাই-ভনীলৈ আমাৰ সাতজনীয়া সংসাৰখন কিমান যে মৰমৰ, কিমান শান্তিৰ, কিমান আনন্দৰ আছিল! পিতাই সদায় হাঁহি হাঁহি আমাক কৈছিল—"ঘৰখন মোৰ সাম্ৰাজ্য—মই তাৰ সম্ৰাট। গতিকে তহঁতৰ প্ৰতিজনৰ মঙ্গলামঙ্গল চিন্তা মোৰ কৰ্তব্য।"

গুৱাহাটীলৈ আহিলে পিতাক প্ৰায়ে বাৰাণ্ডাখনত হেলনীয়া চকীত বহি থকা দেখা পাওঁ। মোক দেখিলেই কৈ উঠে, "অ' আই আহিলি? ভাল হৈছে দে।" যেন মই আহি পাম বুলিয়েই পিতাই তাত তেনেকৈ বৈ আছিল! কিমান আনন্দ, কিমান স্বস্তি, কিমান মৰম সোমাই আছিল সেই কথাষাৰত! কেতিয়াবা হঠাৎ আহিলে হাঁহি হাঁহি কৈছিল—"তই ভূতৰ দৰে হঠাতে আহাহ!" এই হঠাৎ আবিৰ্ভাৱটোৱে কিমান ভাল লগাইছিল পিতাক! ঘৰৰপৰা দূৰলৈ ওলাই যোৱাৰ সময়ত বা দূৰৰপৰা আহি ঘৰ সোমালে পিতাক আৰু আইক সেৱা কৰা আমাৰ ঘৰৰ নিয়ম। কিন্তু ১৯৬৭ চনৰ ২ জানুৱাৰীত টেক্সীখনৰপৰা ঘৰ সোমাই পিতাক বাৰাণ্ডাত নাপালোঁ। সেৱা কৰিবলৈ নাপালোঁ। পিতা চকু মুদি বিছনাত



শুই আছে! চকু মুদি দীঘল উশাহ টানি নিচিন্ত টোপনিত; মই আহিছোঁ নে নাই তাৰ প্ৰতি খবৰ নাই! পিতাৰ সেই মুদ যোৱা চকু আৰু মেল নাখালে। মই ভাবিব পৰা নাই, সেইটো কেনেকৈ হব পাৰে। মাত্ৰ ৩।৪ দিনৰ আগতে পিতাৰ চিঠি পাইছিলোঁ। ভালে আছে। কবিৰাজী চিকিৎসা কৰাই আছে। ভাল পাব বুলি আশা কৰিছে। সেই পিতা বোলে ১ জানুৱাৰীৰ ৰাতি শুবলৈ গৈ যি শুলে আৰু সাৰ নাপালে! ইয়াকে বোলে বিধাতাৰ পৰিহাস!

তথাপি কওঁ সিয়ে ভাল হৈছে। ভগৱানে যি কৰে মঙ্গলেই কৰে। পিতাৰো ইয়াত একান্ত বিশ্বাস আছিল। জ্ঞান হোৱাৰেপৰা দেখিছোঁ—কঠিন জীৱন-যাত্ৰাত পিতাৰ কি কঠোৰ সংগ্ৰাম। পুৱা ৪ বজাৰপৰা ৰাতি ১ বজালৈ অবিৰাম অবিশ্ৰান্ত কাম। ঘৰত অসুবিধা হ'লে পিতাই ভাতো ৰান্ধিছে, ঘৰ সৰা-মচা কৰিছে, কাপোৰ ধুইছে, লগে লগে কাগজ চাইছে, দেশ নেতাসকলৰ লগত দেশৰ সমস্যা আলোচনা কৰিছে, চিঠি-পত্ৰ-টেলিগ্ৰাম আদি দিছে, ডেকা অসমৰ কাৰণে লিখিছে, ছপাৰ আখৰ গুঠিছে, ছপা শেষ হোৱাৰ পাচত আখৰবোৰ পুনৰ বাছি লৈ থৈ থৈ গৈছে, ডেকা অসমৰ 'লেবেল' লিখিছে, বিলি কৰিছে, ডাকত দিছে। তাৰ মাজতে যদি চুবুৰিৰ কোনো মানুহ বিপদত পৰিছে—তেনেহ'লে তেওঁক সহায় কৰিছে, আলহীৰ সুবিধা-অসুবিধাত চকু দিছে, আমাৰ শিক্ষাৰ যত্ন লৈছে। সঙ্গীত আদিত অংশ গ্ৰহণ কৰিবলৈকো বাদ দিয়া নাই।

হাতত এটা পইচা নাই—এসাজ খাই আনটো সাজ খাবলৈ যোগাৰ নাই, তথাপি পিতাৰ দুশ্চিন্তা নেদেখিলোঁ,—ভাগ্যৰ ওপৰত অনুযোগ অভিযোগ কৰা নুশুনিলোঁ। "ভগৱান আছে, কিবা এটা হব"—এনে অদমনীয়া আশা। কোমল বয়সত মোৰ বহুতো আশা-আকাঙ্ক্ষা আছিল। সেইবোৰ একো নফলা বাবে মনৰপৰা বেজাৰৰ ভাব গুচাব পৰা নাছিলোঁ। তেনে নিৰাশ দেখিলে পিতাই কৈছিল—"আই, নিৰাশ হৱ কিয়? জীৱনৰ ব্যক্তিগত আশা-আকাঙ্ক্ষাবোৰ একো নহয়। সেইবোৰ পূৰ্ণ কৰাও কোনো ডাঙৰ কথা নহয়। তাৰ বাবে বেজাৰ কৰিব নাপায়।"

হাতত পইচা নাথাকিলে কিতাপ কেখনমান লৈ ওলাই যায়। হয় কোনো সদাশয় ভদ্ৰলোকৰ ঘৰত নাইবা কলেজ হোষ্টেলত বিক্ৰি কৰে। সেই পইচা আনি আমাৰ বাবে চাউল-দাইল, কেতিয়াবা মাছ আনে আৰু 'ডেকা অসম'ৰ বাবে কাগজ বা ডাক-টিকট কিনে। কোনো সময়ত মোৰ বৃত্তিৰ টকাখিনি আনি পিতাৰ হাতত দিয়ালৈ পিতাই অপেক্ষা কৰি থাকে,

—সেই পইচা আহি পালেহে লেবেল লগাই গ্ৰাহকৰ ঠিকনাত পঠিয়াবলৈ বৈ থকা 'ডেকা অসম'বোৰ ডাক-টিকট লগাই পঠিয়াব পাৰে।

লেম্ব বোডৰ মাটিৰ লীজ ১০ বছৰৰ আছিল। আমাৰ ঘৰুৱা আৰ্থিক কঠিনতাৰ কথা মই তেতিয়া ক্ৰমে বুজি আহিছোঁ। বুজি আহিছোঁ যে এডোখৰ নিজা মাটি মানুহক লাগে। মাটি ডোখৰ নাথাকিলে আশ্ৰয় লোৱাৰ ঠাই নাথাকে। গতিকে পিতাক মাজে সময়ে মই কৈ আছিলোঁ ক'ৰবাত মাটি এডোখৰ চাব লাগে,—লব লাগে। মাটি ল'বলৈকো যে টকা লাগে, আৰু পিতাৰ যে সিখিনি সম্বল নাই, সেই কথা তেতিয়াও মোৰ জ্ঞানগম্য হোৱা নাছিল। পিতাই মাত্ৰ মোৰ কথা শুনি হাঁহিছিল,—"হব, আই হব। পৃথিৱীতেনো মোৰ কাৰণে, মোৰ ছলি-পলিৰ কাৰণে ঠাই নাই না।"

পিতা ইমান সৰল আছিল, ভাবিলে আজিও মোৰ বুকুখন বিষায়। পিতাই ভাবিছিল—"মইতো মাটি জোৰকৈ দখল কৰি নাথাকোঁ। মাটিৰ মালিকে মিছাতে কিয় মোক জুলুম কৰিব?" এনেকি উচ্ছেদৰ দিনাও গধূলিলৈকে পিতাই ভবা নাছিল যে মূৰৰ ওপৰত থকা খেৰৰ ছালৰ আচ্ছাদন ডোখৰো আমি সিদিনা হেৰুৱাব লাগিব। ভাবিছিল টিনৰ ছালিৰ ঘৰটো ভাঙিছে যেতিয়া উচ্ছেদ হৈ গৈছে। অন্ততঃ ৰাতিটোৰ কাৰণে আমাক সেই খেৰৰ ছালিৰ ঘৰটোত থাকিবলৈ দিব। আইন যে ইমান নিষ্ঠুৰ,—তাত যে হৃদয়ৰ ঠাই নাই, পিতাই তাক বুজা নাছিল।

এটি আশ্ৰয়স্থানৰ সন্ধানত ব্যৰ্থ হৈ নিমাতে আহি পিতা যেতিয়া ঘৰ সোমাল তেতিয়া প্ৰায় গধূলি। পিতাই দেখিলে বাহিৰৰ টিনৰ ঘৰটো নাই—টিন, কাঠ আৰু বেৰবোৰ ভাগি-ছিগি পৰিত্যক্ত যুদ্ধক্ষেত্ৰ এখনৰ দৰে পৰি আছে। প্ৰেছৰ কাগজ-পত্ৰ, প্ৰেছঘৰত থকা কিছুমান কাগজ-চিঠি বৰষুণত তিতি সিঁচৰিত হৈ অ'ত ত'ত উৰলি পৰি আছে। প্ৰেছটো বিসৰ্জন দিয়া প্ৰতিমাৰ ৰং-মাটি খহি-জহি পৰি থকা বাঁহ-খেৰৰ জুমুঠিৰ দৰে জুপুকা লাগি থিয় হৈ আছে। পিতাৰ মুখত মাত নাই,—যুদ্ধত হাৰি সৰ্বশ্ৰান্ত হোৱা সম্ৰাটৰ দৰে বিমৰ্ষ। আমাক ক'ত থব? কপৰ্দকহীন পিতাক তেতিয়া গুৱাহাটীত কোনেও ঘৰ ভাৰাও নিদিয়ে। ইফালে বৰষুণ। বহুত চিঠি আৰু নথি-পত্ৰ পিতাই যিহকে বহুমূলীয়া সম্পত্তি বুলি বুকুত সাবটি ৰাখিছিল—সেই আটাইবোৰ তেতিয়াই নষ্ট হ'ল।

সিদিনা দেখিছিলোঁ বজ্ৰপৰা মানুহৰ দৰে পিতা কেনে নিথৰ হৈ পৰিছিল।

১৯৫২ চনত উচ্ছেদৰ লগে লগে প্ৰেছো নাইকিয়া হ'ল। থাকিবলৈ



ঘৰ-মাটি নাই, খাবলৈ সংস্থান নাই—প্ৰেছ চলাব কেনেকৈ? পিতাৰ বয়স তেতিয়া ৬৭ বছৰ। চিৰদিন কল্পনা আৰু আদৰ্শৰ ৰাজ্যত বিচৰণ কৰি থকা পিতাৰ কোমল সৰল অন্তৰখন উচ্ছেদৰ বাস্তৱ কঠিনতাত ভাগি কি অৱস্থা পাইছিল, তাক নেদেখাজনে, পিতাক নজনাজনে, উপলব্ধি কৰিব নোৱাৰাজনে বুজিব নোৱাৰে!

তথাপি পিতাই এনিশাৰ ভিতৰতে মন স্থিৰ কৰি পেলাইছিল। পৰিয়ালৰ প্ৰতি পিতাৰ কৰ্তব্য আছে—ভৰি দুখন থবলৈ এডোখৰ মাটি, মূৰ থবলৈ এডোখৰ ছালি দিব লাগিব। গতিকে গৈ তেতিয়াৰ কামৰূপৰ উপায়ুক্তক ক'লে, "মিঃ কাৰভেলো, দেশৰ মানুহৰ মঙ্গলৰ কথা ভাবোঁতে ভাবোঁতে মোৰ নিজৰ ল'ৰা-ছোৱালীৰ প্ৰতি কৰ্তব্যৰ কথা ভাবিবৰ নহ'ল। সেই দেশৰ ভায়েই মোক আজি ইমান নিৰ্য্যাতন কৰিলে। এতিয়া মই চৰকাৰৰ হাতত—আমাৰ জাতীয় চৰকাৰৰ হাতত নিৰ্য্যাতিত হম। কি কৰা কৰা। চৰকাৰী মাটি মই বেদখল কৰিম।"

তাৰ পাচতেই অসম ট্ৰিবিউনৰ ওচৰৰ চৰকাৰী মাটি ডোখৰত ভগা-ঘৰৰ কাঠ-বাঁহ টিন আনি পেলালে। কাৰণ ঘৰ ভঙাৰ দিনা ৰাতিয়েই সেই ডবা-পিতা বৰষুণৰ মাজত চিলঙৰপৰা উপায়ুক্তলৈ টেলিগ্ৰাম আহিছিল যাতে পিতাক চৰকাৰে আগতে দিয়া মাটিত পিতাক ঘৰ সাজিবলৈ দিয়া নহয়। সেই মাটি বৰ্তমান প্ৰদেশ কংগ্ৰেছ অফিচ আৰু আগৰ কলেৰা হাস্পতালৰ ওচৰৰ এটি গাঁত আছিল। তাত পিতাই কোনোমতে কেইগাড়ীমান পাহৰুৱা মাটি পেলোৱাই কিছু অংশ পুতি তাতে সৰু খেৰৰ ঘৰ এটা তুলিছিল—লাহে লাহে অলপ ডাঙৰকৈ থাকিব পৰা ঘৰ এটা সাজিব বুলি, কিন্তু সেইডোখৰ মাটিৰ বাবে 'অসম মহিলা সমিতি'য়েও দৰ্খাস্ত দিছিল—গতিকে আহকাল! পিতা বঞ্চিত।

বঞ্চিত পিতা চিৰদিনেই আছিল। প্ৰেছ বন্ধ হোৱাৰ পাচত পিতাই প্ৰেছত কোনো কথা ক'লেও বা লিখিলেও কোনো কোনোৱে নছপায়। 'ডেকা অসম' চলাবলৈ প্ৰেছ নাই। সম্বল নাই। আগৰ দৰে সভা পাতি ঘূৰি ফুৰিবলৈ (১৯৪৬ চনত আৰু ১৯৫১ চনত যেনেদৰে সদৌ অসমত অকলে অকলে জাতীয় মহাসভা আৰু আত্মৰক্ষী বাহিনী গঠন কৰি পূব-বঙ্গৰপৰা অহা আশ্ৰয়প্ৰাৰ্থীসকলৰ লগত থলুৱা ৰাইজৰ বুজা বুজিৰ মানোভাব গঢ়ি তুলিবলৈ যি চফৰ দিছিল) আগৰ দৰে শক্তি আৰু সম্বল নাছিল—অথচ দেশৰ দিনে দিনে বাঢ়ি অহা সমস্যাবোৰৰ চিন্তাই মন অস্থিৰ কৰি তোলে আৰু তাকে কবলৈ গ'লে 'সঙ্কীৰ্ণ প্ৰাদেশিক' আখ্যা দি পিতাৰ কথাবোৰ ওফৰাই পেলায়। কিযে অসহায় দিন আছিল

সেইবোৰ—কি মৰ্মান্তিক নিৰ্মম যন্ত্ৰণাত পিতাই চাটি-ফুটি কৰি আছিল—অথচ কিবা এটা কৰাৰ সুযোগ সুবিধাৰপৰা পিতা বঞ্চিত—কপৰ্দকহীন, গৃহহীন, অৰ্থহীন—মাত্ৰ বুকুত জলন্ত দেশপ্ৰেমৰ জ্বালাৰ বাহিৰে।

পিতাৰ কৰ্তব্য সজাগতাৰ কথা ক'লে বহুতো কথাই মোৰ মনত পৰে। প্ৰথম সন্তান হিচাবে পিতাৰ স্নেহ-শাসন-উৎকণ্ঠা আটাইবে অপৰ্য্যাপ্ততাৰ সোৱাদ মই পাইছিলোঁ। মোক পিতাই 'বুকুৰ জীউ' বুলি কৈছিল। মোৰ মনত পৰে ১৯৪৩ চনত এমাহ নে দুমাহৰ বাবে মই হোষ্টেলত আছিলোঁ—যুদ্ধোত্তীৰ্ণ কাল সেইটো। সময়ৰ গুৰুত্ব, অৱস্থাৰ বিপাক—এইবোৰ কথা বুজিব পৰা নাছিলোঁ। বজাৰত কি পায়, কি নাপায় এইবোৰ ভাবি চোৱাৰ শক্তি নাছিল। মাত্ৰ মোৰ ইবিধ ভাল লাগে, সিবিধ ভাল নালাগে—তাকেহে জানিছিলোঁ। খোৱা-লোৱাত মোৰ বাচ-বিচাৰ দেখি আৰু সেই দুমাহে হোষ্টেলতে মোক মই ভাল পোৱা মাছ-শাক-পাচলি যোগোৱা দেখি হোষ্টেলৰ মাহীদেৱে সুধিছিল—ময়ে পিতাৰ একমাত্ৰ সন্তান নেকি বুলি। মই বেজাৰ কৰা দেখিলে পিতাৰ মুখখন ম্লান হৈ গৈছিল। সেই পিতাই মোক অবাধ্যতাৰ বাবে কণমানি বয়সতে পিতাৰ হাতৰ লাঠী ডালেৰে নোকোবোৱাকৈও থকা নাছিল,—গাভৰু বয়সতো কঠিন আৰু কঠোৰ বাক্যাঘাত কৰিব এৰা নাছিল। আনহাতে দেশৰ বা ব্যক্তিৰ বা সমাজৰ সকলো সমস্যাতে মুকলিভাৱে আমাৰ লগত আলোচনা কৰিছিল। বিবাহ বা প্ৰেম বিষয়ৰ ব্যক্তিগত কথাও বাদ পৰা নাছিল।

এটা কথা বুজিছিলোঁ যে সন্তান হিচাবে পিতাই আমাক দেশৰ আমাৰ বয়সৰ বা সন্তান বয়সী কাৰোপৰা পৃথক চকুৰে নাচাইছিল। আমি মাত্ৰ ওচৰত আছিলোঁ বাবে বেচি মনোযোগ আমাৰ ওপৰত পৰিছিল—পাৰ্থক্য মাত্ৰ সেয়ে। এই কাৰণেই পিতাই স্কুল-কলেজৰ ডেকা-গাভৰু সকলোৰে স্বাস্থ্য—শাৰীৰিক, মানসিক আৰু নৈতিক সকলো প্ৰকাৰ স্বাস্থ্য ৰক্ষাৰ প্ৰতি চকু দিয়াটো কৰ্তব্য বুলি ভাবিছিল আৰু বাটে-ঘাটে, সভাই-সমিতিয়ে য'তে যাকে দেখে ত্ৰুটি থকা যেন পালেই ধমক দিছিল, উপদেশ দিছিল। তাৰ বাবে বহুতে পিতাক বেয়া পাইছিল।

পিতাই আমাক সদায় কৈছিল—সামাজিক, সাংসাৰিক, ব্যক্তিগত—সকলো প্ৰকাৰৰ স্বাস্থ্য আৰু শান্তি ৰক্ষাৰ কাৰণে প্ৰতিজন ব্যক্তিয়েই উচ্চ নৈতিকতাবোধসম্পন্ন হব লাগিব। নৈতিকতাবোধটো এটা সংস্কাৰ। গতিকে, মানুহ এই সংস্কাৰৰ প্ৰতি সংৰক্ষণশীল হব লাগে। পিতাৰ সেই শুদ্ধ আদৰ্শবাদ আমাৰ বাবে গীতাৰ বাক্যৰ দৰে আছিল যদিও আমাৰ সাধাৰণ সীমিত শক্তি আৰু মনৰ বাবে সেই বাণী জীৱনত প্ৰতিফলন



কৰাতো দুঃসাধ্য আছিল; কিন্তু সেই উপদেশ আৰু কথা লঘু হাঁহিৰে উৰুৱাই দিয়াৰ ধৃষ্টতা কাৰো কেতিয়াও নহব—বেলিৰ পোহৰ অসহ্য হ'লেও সত্য।

ব্যক্তি হিচাবে পিতাৰ কথা কব লাগিলে পিতাৰ মাজত এটি দ্বৈতসত্তা বাস কৰিছিল। এই সত্তাৰ এটাৰ যেনেকৈ ব্যক্তিগত মৰম-চেনেহ আৰু আসক্তিৰ ক্ষেত্ৰত অন্ধতা আছিল,—আনটো সত্তাৰ মুহূৰ্তৰ ভিতৰতে সকলো বন্ধন ছিঙি মুক্ত হোৱাৰ শক্তি আছিল। শুনিছোঁ ডেকা কালত পিতাক প্ৰতি পাঁচ মিনিটৰ অন্তৰে অন্তৰে ধোঁৱা-খোৱাৰ চিলিম জ্বলাই দিব লাগিছিল। কিন্তু এক মুহূৰ্তৰ ভিতৰতে স্পৰ্শ নকৰোঁ বুলি একেবাৰে এৰি পেলালে। নিজ চকুৰেই দেখিছোঁ—প্ৰেছত কাম চলাই থাকোঁতে আয়ে পিতাক প্ৰতি পোন্ধৰ মিনিট বা আধা ঘণ্টা অন্তৰে অন্তৰে চাহ কৰি দিব লাগিছিল—কিন্তু তাকো পিতাই এবাৰ মন স্থিৰ কৰিয়েই এৰি পেলালে। ব্যক্তিগত মৰম-চেনেহৰ ক্ষেত্ৰত পিতাই যাক এবাৰ বিশ্বাস কৰিছিল, তাক কোনোপধ্যে অবিশ্বাস নকৰিছিল। ইয়াৰ ফলত যে পিতাই কিমান বাৰ ঠগন খাইছে, খৰচান্ত হৈছে! ৰাজনীতিৰ ক্ষেত্ৰতো বিখ্যাত দল কেইবাটায়ো পিতাক নিৰ্বাচন সংক্ৰান্তত আৰু অন্য বহুতো বিষয়ত কেবাবাৰো ঠগাইছে। হীনতা, নীচতাটো বুজি পালে পিতাই জ্বলি উঠি তাক যি অবিশ্বাস কৰে,—সেই অবিশ্বাস আৰু কোনোপধ্যে আঁতৰাব নোৱাৰি। অথচ সেই ব্যক্তিয়েই আহি যদি মুখৰ মাত্ৰ এষাৰ কথাৰে কয় যে আগতে তেওঁ যি কৰিছিল সি তেওঁৰ নুবুজাৰ ভুল, তাৰ বাবে তেওঁ দুখিত, পিতা তাত পতিয়ন গৈ তেওঁৰ ওপৰতে সকলো বিশ্বাস ন্যস্ত কৰিছিল। সৰলতা যে পিতাৰ অতুলনীয় আছিল ই তাৰেই প্ৰমাণ।

তথাপি পিতাই মানুহক বিশ্বাস কৰিছিল, ভাল পাইছিল। আমাক কৈছিল, "মানুহেই ভগৱান, মানুহক ভাল নাপালে, বিশ্বাস নকৰিলে, কাক ভাল পাবি, বিশ্বাস কৰিবি!"

ব্যক্তিগত জীৱনত পিতাৰ সম্বন্ধ আমাৰ বিবেচনাতকৈ অন্য ধৰণৰ আছিল। মই জনাত এনে বহুতো বন্ধু আছিল পিতাৰ, যাৰ লগত দেশৰ স্বাৰ্থ সম্বন্ধীয় কোনো সত্য বা অসত্য অভিযোগৰ ওপৰতে সম্বন্ধৰ তিতা-কেঁহা অৱস্থা হৈছিল। সেই ত্ৰুটি-বিচ্যুতিবোৰৰ বাবে সেই বন্ধুগৰাকীক পিতাই যাৰে তাৰে আগতে নানা কটু-বাক্য প্ৰয়োগ কৰি সমালোচনা কৰিছিল—তাৰ ফলত নিজৰ অৱস্থাই বেয়া কৰিছিল, কিন্তু সেইবুলি সেই ব্যক্তিৰ, সি বন্ধুৱেই হওক বা অবন্ধুৱেই হওক, তেওঁৰ ব্যক্তিগত অন্যায় বা ধ্বংস কৰাৰ চিন্তাই পিতাৰ মনৰ পৃথিৱীত ছাঁটোকে পেলাব পৰা নাছিল।

মানৱতাৰ প্ৰতি পিতাৰ অসীম সহানুভূতি আছিল—যি ত্ৰুটি বা দোষ বুলি ভাবে তাৰ সংশোধন হোৱাটোকে পিতাই বিচাৰিছিল আৰু বিশ্বাস কৰিছিল। নিজৰ দোষ বা ত্ৰুটি স্বীকাৰ কৰি অনুতপ্ত হ'লে মানুহ নিৰ্মল হৈ পৰে আৰু পিতাই তাকেই বিচাৰিছিল। মোৰ নিজৰ জীৱনতো ব্যক্তি হিচাবে ত্ৰুটি-বিচ্যুতি নোহোৱা নহয়—সেই সকলোবোৰৰ খবৰ পিতাই ৰাখিছিল আৰু মোক কৈছিল—"আই! মানুহৰে ভুল হয়। কিন্তু সেই ভুল স্বীকাৰ কৰাৰ মহত্বও মানুহৰে থাক্‌বা লাগে—তেহে শুদ্ধ হবা পাৰি। জীৱনৰ গতি উৰ্ধগামী হবা তেহে—নহলি মানুহ এটা বা জন্তু এটাৰ তাফাৎ নাথ্‌কে।" পিতাই যাক ত্ৰুটি বা দোষ বুলি বিশ্বাস কৰিছিল তাক স্বীকাৰ কৰিলে পিতাৰ ক্ৰোধৰ আকাশলঙ্ঘী শিখা মুহূৰ্ততে নিৰ্বাপিত হৈছিল। কিন্তু নকৰিলে সেই জুই ক্ষণে ক্ষণে ভুমুকি জলি উঠি আছিল। তাৰ তাপে পিতাৰ সংশ্ৰৱলৈ অহা সকলকো দহন নকৰাকৈ এৰা নাছিল।

কিন্তু পিতা সদায় আশাবাদী আছিল। ভাবিছিল—মানুহতো সৃষ্টিৰ শ্ৰেষ্ঠ জীৱ। এই মানুহৰ মাজত সদগুণবোৰে প্ৰাধান্য নাপাব কিয়? মানুহৰ মনুষ্যত্ব লোপ পাব নোৱাৰে—মানুহৰ সদায় উদ্ধাৰৰ আশা আছে।

পিতাৰ আশা কেনে আছিল আৰু কল্পনা কেনে শিশুসুলভ আছিল তাৰে এটা ঘটনাৰ কথা কওঁ।

আমি তেতিয়া উজান বজাৰৰ লেম্ব বোডৰ ঘৰত। উচ্ছেদ হোৱা নাই তেতিয়াও,—কিন্তু হওঁ হওঁ অৱস্থা। মই পঢ়া-শুনা বাদ দি তাৰিণী চৌধুৰী স্কুলত শিক্ষয়িত্ৰী কৰিছোঁ—দৰমহা মাহে ৮০ টকা। পিতাই দিল্লীৰ সিফাৰপৰা ওলোৱা ইংৰাজী কাকত এখন ৰাখিছিল। কোনো এটা ৰাজনৈতিক দলৰে মুখপাত্ৰ আছিল সেইখন—নামটো মই পাহৰিলোঁ। তাত জলন্ধৰৰ 'জুপিটাৰ' নামে অনুষ্ঠান এটাৰ নামত প্ৰতিযোগিতা পাতিছিল—অঙ্কৰ প্ৰতিযোগিতা। প্ৰতিযোগিতাত যেয়ে প্ৰথম হব সেয়ে ৩০,০০০ টকা পাব। দুটা প্ৰতিযোগিতা আছিল। গতিকে দুয়োটাতে প্ৰথম হ'লে ৬০,০০০ টকা পাব লাগে। মই অঙ্ক অলপ অচৰপ জানিছিলোঁ আৰু সেই কাৰণে পিতাই আনি মোক সেই অঙ্ক কৰিবলৈ দিলে। মই দুয়োটা অঙ্কৰ সম্ভৱপৰ সকলো উত্তৰ কৰিলোঁ। তাৰে অন্ততঃ এটা কোম্পানীৰ সমাধানৰ লগত নিমিলাকে নাথাকিবই। সেই সমাধান মই মোৰ দৰমহাৰে ৭৮ টকা খৰচ কৰি পঠিয়ালোঁ। পিতাই মোক সোধে: "আই শুদ্ধ হৈছে না?" মই কৈছিলোঁ এটা নহয় এটা হবই—নোহোৱাকৈ নোৱাৰে। তেতিয়াৰপৰা আৰম্ভ হ'ল পিতাৰ কল্পনা। যাৰে লগত ব্যক্তিগত সুখ-দুখৰ কথা পাতে (পিতাই কাৰো লগত ব্যক্তিগত



সুখ-দুখৰ কথা নাপাতিছিল—দুই এগৰাকী বন্ধু যেনে স্বৰ্গীয় শৰৎচন্দ্ৰ বৰুৱাদেৱ, শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়া আদিৰ বাহিৰে, ইয়াৰ বাহিৰে মাত্ৰ আমাৰ লগত, তাৰে ভিতৰত চিলঙত থকা আমাৰ ডাঙৰ বাইদেউ শ্ৰীঅৰুণা দত্ত,—এনেকৈ দুই-এজনৰ লগতহে ঘৰুৱা কথা পাতিছিল) পিতাই তাৰেই আগত কয়: "এইবাৰ ৰেণুই ৬০,০০০ টকা পাবো ৰহ্। মোৰ ঘৰ-মাটি হব। তাইকো বিলাতক পঠাম। টুকুটোকো (মোৰ বেমাৰী ভাই) চিকিৎসা কৰ্‌বা পাৰিম।" বাজেট কৰিবলৈ মোকো লগাই দিছিল। এইটো এটা ধেমালি; খেলৰ নিচিনা আছিল। মোৰ কিন্তু মাজে সময়ে বৰ দুখ লাগিছিল চিন্তা কৰি—এই সপোন যদি সঁচা নহয়। আৰু বাস্তৱিকতে নহ'লও। কোম্পানীটো এটা ভুৱা কোম্পানী—পাচতহে জানিলোঁ। পিতায়ো বেজাৰ পাইছিল। কিন্তু পিতাৰ অন্তৰত কি এক গভীৰ প্ৰেৰণা আছিল—যাৰ ফলত পিতা কোনো দিনে ভাগৰি পৰা নাছিল। সদায় পিতাই আমাক কৈছিল—"হব আই হব, ভগৱানে চাব তুহাঁক!"

পিতাৰ ব্যক্তিগত জীৱনত কামনা-বাসনা যে নাছিল তেনে নহয়—কিন্তু শ্ৰেয়ৰ বাবে প্ৰেয়ক ত্যাগ কৰাৰ শক্তি পিতাৰ আছিল। শুনিছোঁ ডেকা কালত পিতা হেনো বৰ চৌখিন আছিল। পাটৰ পাঞ্জাবী পিন্ধিছিল—আতৰ লৈছিল। সেয়া শিল্পীসুলভ কবিসুলভ মনৰ চানেকি। কিন্তু 'স্বদেশী আন্দোলনত' যেতিয়া সোমাল হাতে কটা মোটা সূতাৰ কাপোৰৰ বাহিৰে কোনো কাপোৰ নিপিন্ধো বুলি স্থিৰ কৰাৰ দিনৰেপৰা পিতাই কোনো দিনে মিহি কাপোৰ ব্যৱহাৰ কৰা নাই। বিছনাৰ চাদৰ, গাৰুৰ গিলিপ পৰ্য্যন্ত ৰহাৰ (নগাঁও) হাতে কটা খদ্দৰৰ কাপোৰেৰেই কৰি লৈছিল! সকলো কাম নিজ হাতে কৰাৰ অভ্যাস আছিল পিতাৰ—পিন্ধা ছোলা আদি ফালিলে নিজে টাপলি দি বা সি লৈছিল। কাপোৰৰ হলা চকীখনৰ কাপোৰখনো নিজে চিলাই কৰি লৈছিল। যেতিয়া নোৱাৰিছিল—মোক দিছিল, মাজুভনী মামণিয়েও (নীতিব্ৰতা) মোৰ অনুপস্থিতিত সেইবোৰ চিলাই কৰিছিল, ৰিপু কৰিছিল, টাপলি মাৰিছিল—তাকো পিতাই নিজে যেতিয়া নোৱাৰিছিল তেতিয়াহে আমাক দিছিল। চিনেমা চোৱা, থিয়েটাৰ চোৱা, যাত্ৰাভিনয় চোৱা, কোনো প্ৰদৰ্শনী চোৱা বা খেলা-ধূলা-চাৰ্কাচ আদি চোৱা সকলোতে পিতাৰ উৎসাহ আছিল। কিন্তু আমাক বাদ দি নহয়। মনত পৰে সৰু থাকোঁতে পিতাই গুলেৰীত টিকট কাটি আমাক চাৰ্কাচ চাবলৈ নিছিল—প্ৰদৰ্শনী, থিয়েটাৰ, চিনেমা আদি দেখুৱাই আনিছিল। আমি যেতিয়া ডাঙৰ হৈ আহিলোঁ,—সংসাৰৰ

সমস্যা বেচি হৈ আহিল, খৰচ কুলাব নোৱাৰা হৈ আহিল—আমাক তেতিয়া নিবলৈ নোৱাৰা হ'ল, নিজেও চাবলৈ বাদ দিলে।

কৰ্তব্য সম্বন্ধে পিতাৰ সজাগতা আমাৰ শক্তিয়ে চুকি নোপোৱা বিধৰ আছিল।

ঘৰত যেয়ে নাথাকক আশ্ৰিত হ'লেই পিতাই নিজৰ সকলো সুবিধা-অসুবিধা আওকাণ কৰি আশ্ৰিতৰ সুখ-সুবিধাৰ প্ৰতিহে চকু ৰাখিছিল। খাবলৈ বহাৰ লগে লগে খবৰ লব,—"অমুকক মাছ দিছানে? দৈ দিছা-নে?" পিতাই ভাবিছিল মাছ আৰু দৈৰ প্ৰতি পিতাৰ প্ৰীতিৰ কাৰণে আয়ে অলপীয়া মাছ-দৈ ভগাবলৈ টান পাই কাকো কাকো হয়তো নিদিব পাৰে। কিন্তু আয়ে কাকো কেতিয়াও বঞ্চিত কৰা নাছিল—সেই শিক্ষা আয়ে পিতাৰপৰায়ে পাইছিল। সাধুকথাত থকাৰ দৰে এটা তিল বাটি পানীত গুলি ২০ জনক ভগাই দিয়াৰ দৰে আয়েও এচামোচ হ'লেও দৈ দি আৰু গুৰি গুৰিকৈ হ'লেও মাছ ভগাই ভগাই ঘৰৰ আটাইকেজন খাওঁতাৰ মাজত ভগাইছিল। গতিকে পিতাই সদায় খাবলৈ বহি একেষাৰ কথাকে ক'লে আয়ে কেতিয়াবা কৈছিল—"খাব বহি কিনো সদায় একে-ষাৰ কথাকে সুধি থাকে। মইনু কাবাক নেদাকে থাকুনা?" পিতাই মনে মনে পেট লবাই লবাই হাঁহে। মুখেৰে কয়—"মোৰ এটা কৰ্তব্য আছে নহয়। সকলোকে দিছা না নাই নাজ্নাকে খাউ কেনুকে?"

এবাৰ এজনী গাই গৰু পোহা হৈছিল। গাইজনীয়ে ক'ৰবাত কষ্ট পাব—তাৰে চিন্তাতে পিতাৰ পুৱাৰপৰা নিশালৈ ব্যস্ততা। গাইজনীৰ গোহালী ঘৰটো পৰিষ্কাৰ কৰা, তাইক গা-ধুৱাই দিয়া, ঘাঁহ-খেৰ দিয়া, দানা-পানীৰ যোগান ধৰা, জাৰৰ দিনত জাগ দি গৰম কৰি ৰখা—এইবোৰ কামতে এজন মানুহ লাগি থাকিব লাগে। গাইজনীৰ মুখৰ আগৰ সাঙি-খনত যদি অলপ সময়ৰ কাৰণে হ'লেও ঘাঁহ বা খেৰ নাথাকে পিতা অস্থিৰ হৈ উঠে। দিনটো বাটলৈ চাই থাকে কোনোবাই খেৰ বা ঘাঁহৰ বোজা আনিছে নে নাই। আৰু পালেই কিনি ৰাখে। কোনোবাই এই বিষয়ে কিবা মন্তব্য দি ক'লে পিতাই কয়—"গাখীৰ খাবাহে জানাহ্ তুহঁন! গৰুবো যে দুখ-কষ্ট আছে তাক্তো নাজ্নাহ্।" গাইজনীৰ চকুহাল কাজলবুলীয়া আছিল। কেতিয়াবা সেই চকু দুটাৰে পানী বাগৰি আহে। তাকে দেখিলে পিতায়ো যেন কান্দি পেলাব—তাইৰ বা কি দুখ হৈছে?

পোহনীয় জীৱজন্তুবিলাকৰ কুকুৰ, ছাগলী, ময়নাচৰাই, পাৰচৰাই আদি সকলোৰে ক্ষেত্ৰত দেখিছোঁ পিতাৰ সেই একে ব্যস্ততা।

ঘৰত কাম কৰা ল'ৰাজনৰ অসুখ-বিসুখত পিতাই আমাৰ (নিজৰ



ল'ৰা-ছোৱালীৰ) যিখিনি আদৰ-যত্ন লৈছিল সিমানেই যত্ন-শুশ্ৰূষা লৈছিল কাম কৰা ল'ৰাজনৰ ক্ষেত্ৰতো। ভৰি-হাত বা মূৰ ধুৱাই দিয়া, প্ৰয়োজনীয় দৰব-পাতি আৰু পথ্য নিয়মিতভাৱে খুওৱা—সকলো কৰিছিল আৰু আমাৰ দ্বাৰায়ো কৰাইছিল। আনকি শৌচ-প্ৰস্ৰাৱ চাফা কৰা, ৰোগীৰ কাপোৰ-কানি ধোৱা আদি কামো কৰিছিল।

সমাজৰ প্ৰতি কৰ্তব্যৰ বিষয়ে পিতাৰ মত আছিল এনে: সমাজৰ প্ৰত্যেকজন মানুহৰে অন্যান্য মানুহৰ প্ৰতি কৰ্তব্য আছে। সেই কৰ্তব্যৰ কিছু পালন কৰিব পাৰে মানুহে নিজৰ প্ৰতি কিছু কৰ্তব্য পালন কৰি। এই নীতিৰ অনুপ্ৰেৰণাতে পিতাই মোৰ হতুৱাই বাঢ়নিৰে ঘৰৰ সমুখৰ ৰাস্তাটো দুৱাৰ মুখৰ ইফালে-সিফালে কিছুদূৰ সৰাইছিল আৰু পানী ছটি-য়াব দিছিল। পিতাই কৈছিল—"এনেকে প্ৰত্যেক ঘৰ মানুহে যদি নিজৰ নিজৰ ঘৰৰ আগখিনি চাফা কৰি ৰাখে, আৰু সদায় পুৱা-গোধূলি পানী দেই, ৰাস্তাত লেতেৰা ধূলা হব কিয়?" কথাষাৰ অতি সচা। অকল ৰাস্তাৰ ক্ষেত্ৰতে নহয়, সকলো ক্ষেত্ৰতে।

পিতাৰ ধৰ্মপুত্ৰ-পুত্ৰীৰ সংখ্যাও আছিল বহুত। সমাজে আঁতৰ কৰি দিব খোজা বহুতো নাৰীক পিতাই আশ্ৰয় দি পুনৰ সংস্থাপন কৰিছে সংসাৰত। মোৰ হাততো পিতাই তেনে এগৰাকীৰ দায়িত্ব দিছিল। কিন্তু বয়স মোৰ তেনেই কোমল আছিল তেতিয়া। তথাপি পিতাই মোক সুধিছিল—"চা আই, পাৰবিনা নৱ্বি। দায়িত্ব ডাঙাৰ।" মই নিজেই তেতিয়া পিতাৰ আশ্ৰয়ত। সেই সাহসতে "পাৰিম" বুলি কৈছিলোঁ। তেওঁ এতিয়া সংসাৰত সুপ্ৰতিষ্ঠিত। স্বামী-পুত্ৰ-কন্যা-আত্মীয়-স্বজন লৈ সুখেৰেই আছে। উৰীয়া ছোৱালী এজনীয়ে এবাৰ আমাৰ ঘৰত আশ্ৰয় লৈছিল। তাইক তাইৰ বাপেকে ৪০ টকাত আন মানুহ এজনৰ ওচৰত বিক্ৰি কৰি দিছিল। ক্ৰেতাজনে তাইক লৈ যোৱাৰ পথত কেনেবাকৈ তাই পলাল আৰু আন এজন মানুহে তাইক পাই অসমমুখী ট্ৰেইনত পঠাই দিলে। গুৱাহাটী পোৱাত তাই পুলিচৰ নজৰত পৰিল। পুলিচে ছোৱালীজনী থবলৈ ক'তো ঠাই নাপাই অনাথ আশ্ৰমলৈ লৈ গ'ল আৰু তাতে অনাথ আশ্ৰমৰ অধ্যক্ষ শ্ৰীৰাম গোস্বামীৰ মুখত এইবোৰ কথা শুনি পিতাই ছোৱালীজনী লৈ আনি আশ্ৰয় দিলে। পাচত তাইৰো বিয়া-বাৰু হ'ল। এনে বহুতো ঘটনা আছে।

ব্যক্তিগতভাৱে জীৱনৰ ওচৰত পিতাৰ দাবী অতি সামান্য আছিল। সন্মান, ক্ষমতা, ঐশ্বৰ্য্য, আৰাম—একো বিচৰা নাছিল। দুবাৰো ৰাজ্য-সভালৈ পিতাৰ নাম পঠোৱাৰ কথা উঠিছিল, স্বাধীনতাৰ ঠিক পাচতে।

কিন্তু তাৰ বাবে পিতাই কোনো প্ৰকাৰৰ যত্ন কৰা আমি দেখা নাই। অসমৰ স্বাৰ্থৰ বাবে কিবা কৰিব পাৰিব বুলি প্ৰথমবাৰ পিতা প্ৰাৰ্থী হৈছিল। কিন্তু শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াই ভালকৈ ইংৰাজী কব পাৰিব আৰু তেখেতৰ লগত পিতাৰ মতৰ মিল থকা বাবে তেখেতেই ভাল হব বুলি তেখেতৰ সপক্ষে পিতাই প্ৰাৰ্থীত্ব উঠাই লৈছিল। অৱশ্যে পাচত শ্ৰীফুকন ডাঙৰীয়াও বাছনিত নুঠিল।

দলীয় বা ব্যক্তিগত স্বাৰ্থৰ বাবে পিতাই দেশৰ স্বাৰ্থৰ প্ৰতিকূলে কোনো মানুহে কিবা কাম কৰিব পৰাৰ কথা কল্পনাই কৰিব পৰা নাছিল। গতিকে নিজে যদিও 'সংৰক্ষিণী সভা' বা 'জাতীয় মহাসভা' গঢ়িছিল—নিৰ্বাচনত সদায় সৰ্বভাৰতীয় ঐক্যৰ চিন্তা আগত ৰাখি সৰ্বভাৰতীয় অনুষ্ঠানকে সমৰ্থন কৰিছিল। পিতাৰ অতি সৰল মনটোৰ এয়ে চিনাকি।

আৰাম, ঐশ্বৰ্য্য একোকে নিবিচৰা কাৰণেই বহুবাৰ বহুতো যাচি অহা শকত ধনৰ পুঁজি পিতাই গ্ৰহণ নকৰি ওভোতাই পঠাব পাৰিছিল। এবাৰ এখন জাল চেকৰ গোচৰত আৰু এবাৰ ভেঁজাল মিঠাতেলৰ গোচৰত পিতাৰ সাক্ষ্য বিচাৰি অভিযুক্ত লোক কেজনে পিতাক কেবা হাজাৰো টকা দিবলৈ ইচ্ছা কৰি, এনেকি এজনে পাঁচ হাজাৰ নোটৰ বাণ্ডিল পিতাৰ মেজৰ কাগজৰ তলত এৰি গৈও, পিতাক 'মই চহীটো অমুকৰ বুলি চিনো' আৰু 'অমুকক সৎ মানুহ বুলিয়ে জানো' বুলি আদালতত কোৱাব নোৱাৰিলে। মানুহজনৰ পিচে পিচে লৰি গৈ পিতাই সেই পাঁচ হাজাৰ টকাৰ বাণ্ডিলটো ওভোতাই দিলে। আকৌ এবাৰ বৰদলৈ মন্ত্ৰীসভাৰ দিনত পিতাৰ যেতিয়া বহুতো টকাৰ দৰ্কাৰ হৈছিল তেতিয়া কোনো নেতৃস্থানীয় ব্যক্তিয়ে পিতাক দুখন 'লাইন-বাচৰ পাৰ্মিট' দি সহায় কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰি পিতাক তাৰ বাবে দৰ্খাস্ত দিবলৈ পৰামৰ্শ দিছিল। পিতাই আচৰিত হৈ প্ৰশ্ন কৰিছিল—"মোৰ পইচা এটা হাতত নাই। দুখন বাচ কিনিম কেনেকৈ?" এই অজ্ঞতাত হাঁহি বুধি দিওঁতাই কৈছিল—"গাড়ী আপুনি কিনিব লাগে কেলেই। পাৰ্মিট দুখন দুজন মাৰোৱাৰীক দি দিব—তেওঁলোকে গাড়ী চলাব। মাহে মাহে বুজন পৰিমাণৰ টকা আপুনি পাই থাকিব। অভাৱ গুচিব।" পিতাৰ সৰল চিন্তাত ই প্ৰচণ্ড বিদ্ৰূপৰ বাহিৰে আন একো নাছিল। "পাৰ্মিট মোক নালাগে"—এয়ে আছিল পিতাৰ কথা।

আমাৰ বৰ্তমান ঘৰ সাজোঁতে একেবাৰতে আনিব নোৱাৰি অলপ অলপকৈ টিন পিতাই পাৰ্মিট লৈ আনি আছিল। পাচত দেখিলে কেই-বাণ্ডিলমান টিন তেতিয়াৰ বাবে ঘৰটোত আৰু নালাগে। জানিয়েই



পিতাই পাৰ্মিটখন যোগান বিভাগৰ অফিচত জমা দি আহিল। অথচ ইচ্ছা কৰিলে সেই পাৰ্মিট বিক্ৰি কৰি পিতাই অৰ্থ লাভ কৰিব পাৰিলে-হেঁতেন।

১৯৪২ চনৰ আন্দোলনৰ সত্যাগ্ৰহীৰ তালিকাত পিতাৰ নাম নাছিল। তাৰ কাৰণো আছিল। আমি তেতিয়া তেনেই সৰু—মই কিশোৰী। বাপধন আৰু টুকুও সৰু। পিতাই দিনে-ৰাতি খাটি আমাক ভৰণ-পোষণ দিয়ে। তথাপি পিতাই আমাক মানে মোক আৰু আইক সুধিছিল সত্যাগ্ৰহীৰ তালিকাত নাম দিব নে নাই। মোৰ মনত তেতিয়া স্বৰ্গীয় শ্ৰীহিতেশ্বৰ বৰবৰুৱাৰ 'জোৱান অব আৰ্ক' কবিতাৰ প্ৰভাৱ! চকু মুদি কেতিয়াবা নিজকে 'জোৱান-অব-আৰ্ক' বুলিও ভাবিছিলোঁ। অতি উৎসাহেৰে পিতাক ক'লোঁ—"কিয় নেদ্ৰ পিতা! দিয়ক।" পিতাই কৈছিল—"তুহঁন যে লাক্‌বা লৈ ঘৰে ঘৰে খুজি ফুৰ্‌বা লাগ্‌বো?" মই কৈছিলোঁ—"কিয়? কাপুৰ বুৰা শিখছু নহয়। আই আৰু মই কাপুৰ বুই খাম।" জীৱন-সংগ্ৰাম কি তেতিয়া বুজা নাছিলোঁ। মোৰ উত্তৰ শুনি পিতাই হাঁহিছিল। সত্যাগ্ৰহীৰ তালিকাত নাম দিবলৈ পিতা গৈছিল—ডাক্তৰ জেঠা অৰ্থাৎ ডাঃ হৰেকৃষ্ণ দাসৰ ওচৰলৈ। কিন্তু তেখেতে পিতাক দাবী মাৰি পঠিয়াই দিলে বোলে মহাত্মা গান্ধীয়ে পৰিয়ালৰ একমাত্ৰ ভৰণ-পোষণকাৰীক সত্যাগ্ৰহীৰ তালিকাত নাম দিবলৈ হাক দিছে, কাৰণ সত্যাগ্ৰহীৰ মন্ত্ৰ হৈছে, "কৰিম কিম্বা মৰিম।" ডাঃ জেঠাই পিতাৰ স্বভাৱ ভালদৰে জানে বাবেই তেনেকৈ কৈছিল।

১৯৪২ চনৰ প্ৰথম ভাগত আমাক খুৱাবৰ বাবেই পিতাই যুদ্ধৰ চিপাহীৰ বেৰেক সজা তৰ্জা যোগানৰ ঠিকা লৈছিল কেই হাজাৰমান টকাৰ। কিন্তু কংগ্ৰেছে যুদ্ধত পূৰ্ণ অসহযোগৰ সিদ্ধান্ত লোৱাৰ লগে লগে পিতাই হাতত লোৱা এই ঠিকাবোৰ তৎক্ষণাত এৰি দিলে। তেতিয়াৰপৰা পিতাই গাঁও-ভূঁইত মিটিং কৰি ফুৰিছিল—ফলত পিতাৰ নামত নলবাৰী-টিহু অঞ্চলত গ্ৰেপ্তাৰী পৰোৱানা ওলাইছিল।

একো এটাৰে প্ৰতি পিতাৰ কোনো এৰাব নোৱৰা আসক্তি নাছিল। পিতাই আমাক এৰি যোৱাৰ ধৰণটোৱেই তাক প্ৰমাণ কৰিলে। অন্ততঃ মই ভাবোঁ। অৱশ্যে অন্য একো নুবুজিলেও এইটো কথা বুজিছিলোঁ যে পিতাই নীতি-বহিৰ্গত বা অন্যায় বুলি ভবা কাম আমি কোনোবাই যদি কৰা যেন দেখে তেন্তে পিতাই যিমানে মৰম নকৰক—বুকু ভাগি গ'লেও যেয়ে কৰে তাকে তেজ্য কৰিব। তথাপি শেষৰ ফালে নিজৰ ঘৰখন আৰু মাটি ডোখৰ হোৱাৰ পাচত এই ঘৰ-মাটিৰ প্ৰতি পিতাৰ অলপ মোহ

হোৱা বুলি মই ভুল কৰিছিলোঁ। কাৰণ বন্ধ বা ছুটীত মই ঘৰলৈ আহিলেই মোক পিতাই ঘৰখনৰ ক'ত আধা কৰা কাম আছে, তাক যে সম্পূৰ্ণ কৰিব লাগে মোক সোঁৱৰাই দি আছিল। তদুপৰি বাপধনৰ ল'ৰা-ছোৱালী বিশেষকৈ ল'ৰাটোৰ প্ৰতি পিতাৰ ইমান দুৰ্বলতা আছিল যে দিনৰ দুবেলা দুবাৰ যেন তাক নেদেখিলে পিতাৰ দিনটোৱেই বৃথা—এনে ভাব প্ৰকাশ পাইছিল। কিন্তু এনেদৰে অকস্মাতে সকলো বন্ধন ভাঙি-ছিঙি যে গুচি গ'ল—তাকে ভাবি মই হতভম্ব।

গুৱাহাটীৰপৰা বদলি হৈ বাহিৰত ঘূৰি ফুৰা সময়খিনিত গুৱাহাটীলৈ আহি কৰ্মক্ষেত্ৰলৈ উভতি গ'লে পিতাই সদায় কৈছিল—"আই যাই পায়েই খবৰ দিবি।" এই খবৰ দিয়াটো পিতাই প্ৰথমতে বুজিছিল—গৈ পায়েই নিৰাপদে গৈ পোৱাৰ বাতৰিটো টেলিগ্ৰামেৰে জনোৱা। পাচত মই টেলিগ্ৰাম দিবলৈ অস্বীকাৰ কৰাত, পিতাই মই গুৱাহাটীৰপৰা উভতি যোৱাৰ সময়ত এখন কাৰ্ড সদায় মোৰ হাতত দিছিল—তাত নিজ হাতে বিয়োগৰ ঘৰত পিতাৰ নাম-ঠিকনা আৰু তেৰ পইচাৰ টিকট এটা লগাই Express Delivery বুলি লিখি দিছিল। মই গৈ পোৱা মাত্ৰেই লিখিব লাগিছিল যে মই ভালে-কুশলে গৈ পাইছোঁ। ইমান উদ্বিগ্নতা আছিল পিতাৰ আমাৰ প্ৰতি। অথচ সেই পিতাক মই এমাহ পূৰা নেদেখিলোঁ। এমাহ কথা পাতিব নোৱাৰিলোঁ। জাৰকালিৰ বাবে পিতাৰ কাৰণে মই গুঠিব ধৰা উনৰ চুৰেটাৰটো আধা গোঠা হৈয়ে ৰ'ল। চিতল মাছ ভাল পাইছিল পিতাই। মাঘৰ 'লগ-ভাত' খোৱাৰ দিনাৰ বাবে আনিম বুলি যোগাৰ কৰি থোৱা চিতল মাছ অনা আৰু নহ'ল। পিতাই আমাক নামাতিলে—আমাৰ কোনো শুশ্ৰূষা, কোনো আদৰ-যত্ন একোকে গ্ৰহণ নকৰিলে। পিতাই কাৰোবাৰ ওপৰত নিৰ্ভৰশীল হৈ চলিব লগা হোৱা অৱস্থাটোক ঘৃণা কৰিছিল। তেনে অৱস্থাৰ আশঙ্কাত ভীত হৈছিল। পিতাই যি বিচাৰিছিল ভগৱানে তাকেই দিলে—পিতাক শেষ সময়ত দিয়া ইনজেকশ্যনৰ ঔষধ কেইটাও পিতাৰ নিজৰ কুৰিটা টকাৰেহে অনা হ'ল। সিদিনা ঘৰত মযো নাই, বাপধনেও দৰ্মহা পোৱা নাই। ১ তাৰিখ আছিল দেওবাৰ, ২ তাৰিখৰ পুৱাৰ ঘটনা সেইটো।

এতিয়া আৰু গধূলিৰ সময়ত মাতি নি বাৰাণ্ডাত পৰা বেঞ্চিখনত বহুৱাই, "বহ আই, চা চোন, কি বিশাল এই আকাশ, কিমান বিচিত্ৰ এই জগত—কিমান লাখ লাখ তৰা। চা, মনটো এই আকাশৰ দৰে উদাৰ বহল হব। ভগৱানৰ বিৰাটত্ব অনুভৱ কৰ"—এনেদৰে ক'বলৈ পিতা আৰু নাই!

# ৰায়চৌধুৰী মানুহজন

**শ্ৰীসতীশচন্দ্ৰ কাকতী**

"অসমীয়া ভাই-ভনীসকল! পৰ্বত-ভৈয়ামৰ অসমীয়া বাইজসকল,
আজি যায় যায় সকলোখিনি দেখোঁ যায়!
বহুখিনি গৈ যিখিনি বাকী ৰ'ল,
সিওখিনি দেখোঁ যায় যায়।
তথাপিতো কিয় চেতনা নাই?
সকলোখিনি দেখোঁ যায়।
সাহিত্য-সংস্কৃতি, ভাষা-অৰ্থনীতি,
সকলো দেখোঁ আজি উটি যায়—
তথাপিতো কিয় তৎ চপা নাই।
খেতি, মাটি-বাৰী, বান্ধি ধৰি কাঢ়ি,
সকলো লুটি দেখোঁ লৈ যায়,
বুকু ধাকুৰি আয়ে কান্দে হায় হায়!
যায় সকলো দেখোঁ উটি যায়!
জাতীয় চৰিত্ৰতো ত্যাগ, আন্তৰিকতা,
নোহোৱা হ'ল দেখোঁ হায়! হায়!
কিহেৰে ৰাখিবি জাতিক জীয়াই?
সকলোখিনি দেখোঁ যায় যায়!"

এই অংশটো উদ্ধৃত কৰিছোঁ অসম সাহিত্য সভাৰ একবিংশ অধিবেশনৰ সভাপতিৰ ভাষণৰপৰা (১৯৫০ চন, ১১—১২ মাৰ্চ)। ইয়াত সভাপতিজনৰ নাম উল্লেখ নকৰিলেও অসমৰ প্ৰত্যেকজন অসমীয়াই সভাপতিজন কোন আছিল তাক জনা উচিত। যদি কোনেও এই সভাপতিজনৰ নাম, ওপৰত উল্লেখ কৰা কথাখিনি পঢ়ি উঠাৰ পিচত, নজনা বুলি

কৰবলৈ প্ৰয়াস কৰে, তেন্তে কব লাগিব যে তেওঁ অসমীয়া জাতিৰ পূৰ্বৰ ইতিবৃত্ত, বৰ্তমানৰ অৱস্থা আৰু ভৱিষ্যৎ অস্তিত্ব বা অনিশ্চয়তা সম্পৰ্কে সমূলি সজাগ নহয়।

ওপৰত উল্লেখ কৰা কথাখিনি উদ্ধৃত কৰা হৈছে অম্বিকাগিৰী ৰায়চৌধুৰীৰ ভাষণৰপৰা ( ১৯৫০ চনত মাৰ্ঘেৰিতাত বহা অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল এইজন লোকেই )। ৰায়চৌধুৰীৰ ভাষণতেই যে তেওঁৰ অগ্নিময়ী ভাষাত মানুহজনৰ দৰ্শন, ব্যক্তিত্ব আৰু স্বদেশ-প্ৰেম জল্‌জল্‌ পট্‌পট্‌কৈ ওলাইছিল এনে নহয়; ৰায়চৌধুৰী প্ৰত্যেকটো কথাতেই, সি তেওঁৰ লিখনিয়েই হওক কিম্বা বক্তৃতাই হওক, তেওঁৰ জীৱন-আদৰ্শ প্ৰকাশ পাইছিল। তেওঁৰ কথা, লিখনি আৰু কাৰ্য্যত কোনো লুক-ঢাক নাছিল; কাৰণ তেওঁ নিজেই কৈছিল, "মনত যি উঠে, নুলুকাই তাকে কৈ পেলোৱাটোৱে মোৰ স্বভাৱ।"

ৰায়চৌধুৰী মানুহজন কেনে আছিল? কোনো কোনোৱে তেওঁক সাহিত্যিক বুলি আখ্যা দিছিল; কোনোজনে তেওঁক কবি বুলি প্ৰশংসা কৰিছিল; বহুতে ৰায়চৌধুৰীক 'অসমীয়াৰ পাণ্ডা' বুলি আখ্যা দিছিল; আন কিছুমানে তেওঁক অসমপ্ৰেমী বুলি ধৰিছিল; বহুলোকে তেওঁক বিপ্লৱী, আৰ্টিষ্ট, সঙ্গীতজ্ঞ, সাংবাদিক আদি বিভিন্ন ৰূপত বিশ্লেষণ কৰিছিল। এই আখ্যাবোৰ সত্য; কিন্তু দৰাচলতে অম্বিকাগিৰী আছিল এজন 'অসমীয়া'। অসমীয়া জাতিৰ ভাষা, কৃষ্টি, সংস্কৃতি, সাহিত্য, সঙ্গীত, ভৌগোলিক অখণ্ডতা, ৰাজনৈতিক চেতনা কোনো দিশকে বিভিন্ন-ৰূপে ৰায়চৌধুৰীয়ে চোৱা নাছিল—তেওঁ অসমীয়া জাতিৰ সামূহিক অস্তিত্ব-টোৰ ওপৰত গুৰুত্ব দি সেই অস্তিত্বটো ৰক্ষা কৰিবলৈহে ভাষা, সাহিত্য, সংস্কৃতি, ৰাজনীতিৰ কথা আলোচনা কৰিছিল। সেই কাৰণেই অম্বিকা-গিৰী ৰায়চৌধুৰীক বিভিন্ন ৰূপত জোখ-মাপ নকৰি 'অসমীয়া' হিচাবেহে বিচাৰ কৰিব লাগিব। অম্বিকাগিৰী ৰায়চৌধুৰী আৰু অসমীয়া জাতিৰ সম্বন্ধ তেজ-মঙহৰ সম্বন্ধ আছিল। ১৯৫০ চনত লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ আকস্মিক বিয়োগত নৱ-ভাৰতৰ লৌহ-মানৱ চৰ্দাৰ বল্লভভাই পেটেলে মন্তব্য কৰিছিল যে অসম আৰু গোপীনাথ বৰদলৈ এনেভাৱে জড়িত আছিল যে অসমক বাদ দি বৰদলৈক বা বৰদলৈক বাদ দি অসমক স্মৰণ কৰিবলৈ টান। লৌহ-মানৱৰ এই কথাখিনি আংশিকভাৱে পৰিৱৰ্তন কৰি কব পাৰি যে অম্বিকাগিৰী ৰায়চৌধুৰী আৰু অসমীয়া জাতিৰ সম্পৰ্ক এনে নিবিড় আছিল যে অম্বিকাগিৰী ৰায়চৌধুৰীৰ নাম বাদ দি অসমীয়া জাতিক বা অসমীয়া জাতিক বাদ দি অম্বিকাগিৰীক স্মৰণ কৰাটো সম্ভৱপৰ নহয়।



অম্বিকাগিৰীৰ অসমীয়া জাতীয় প্ৰেম ধান খেৰৰ জুইৰ দৰে খন্তেকীয়া নাছিল। এই প্ৰেম আছিল তেওঁৰ যৌৱন কালৰপৰা আৰম্ভ হোৱা আৰু ধুমুহাৰ দৰে তেওঁৰ আজীৱন কালটোক সজীৱ কৰা। এই কথা তেওঁৰ প্ৰথম নাটক 'জয়দ্ৰথ বধ' ৰচনাৰ ইতিবৃত্তত প্ৰকাশ কৰিছিল। ১৯০৪-৫ চনত ভাৰতৰ বৰলাট লৰ্ড কাৰ্জনৰ বঙ্গ ভঙ্গই ( Bengal Partition ) জন্ম দিয়া স্বদেশী আন্দোলনৰ যুগত ৰায়চৌধুৰী জড়িত আৰু এনাকিছি দলৰ লোক বুলি গুৱাহাটীৰপৰা আঁতৰি গৈ নিজ জন্মভূমি বৰপেটাত থিতি লয়। তেতিয়া তেওঁ উদণ্ড ডেকা; বয়স তেইশ কি চৰিবশ। বৰপেটালৈ গৈ অম্বিকাগিৰীয়ে দেখিলে যে তাত হাটীয়ে হাটীয়ে গীত-নাট আমোদীসকলে বঙালী নাটকহে অভিনয় কৰিছিল। ১৯১১ চনত তেতিয়া ভাৰত সম্ৰাট পঞ্চম জৰ্জ আৰু সম্ৰাজ্ঞী মেৰীৰ ভাৰত ভ্ৰমণ উপ-লক্ষে সমগ্ৰ ভাৰতৰ চহৰে-নগৰে বছৰজোৱা উৎসৱ পাতিবলৈ যাত্ৰা অভিনয়ৰ উজান উঠিছিল। বৰপেটাতো এই উজানৰ ঢৌ আহিল। অম্বিকাগিৰীয়ে মহকুমাপতিৰ দ্বাৰা আহ্বান কৰা সভাত অসমীয়া ভাষাৰ নাট এখন অভিনয় কৰিবলৈ প্ৰস্তাৱ কৰাত সকলোৱে আপত্তি তুলিলে। তেওঁৰ প্ৰস্তাৱে কোনো সঁহাৰি নোপোৱাত তেওঁ নিৰুৎসাহ হৈছিল যদিও, অসমত অসমীয়া নাট্যামোদীয়ে বঙালী ভাষাৰ নাটক অভিনয় কৰা কথাটো তেওঁ সহ্য নকৰি নিজেই 'জয়দ্ৰথ বধ' নাটকখন লিখি উলিয়ায়।

'জয়দ্ৰথ বধ' নাট ৰচনা তেওঁৰ জীৱন-আলেখ্যৰ আদিছোৱাৰ এটি সৰু ঘটনা আছিল যদিও, সেই ঘটনাই ৰায়চৌধুৰীৰ জীৱনত উল্লেখযোগ্য-ভাৱে ৰেখাপাত নকৰাকৈ থকা নাছিল। তেতিয়াৰপৰাই তেওঁ অসমীয়া জাতিক সৰ্বগ্ৰাসী বঙালী ভাষা, সংস্কৃতি, সাহিত্য, ৰাজনীতি—যাক তেওঁ সামূহিকভাৱে 'বৃহত্তৰ বাংলা' পতাৰ চক্ৰান্ত বুলি উপলব্ধি কৰিছিল—সেই চক্ৰান্তৰ বিৰুদ্ধে যুঁজি কেতিয়াবা কৃতকাৰ্য্য হৈছিল, কেতিয়াবা হতাশ হৈছিল, বহুতৰপৰা গঞ্জনা খাইছিল; কিন্তু ৰায়চৌধুৰী সেই যুদ্ধৰপৰা আঁতৰি নাহিছিল। সেই কাৰণেই তেওঁ অসমীয়া জাতিৰ ভাষা-সংস্কৃতি সাহিত্য, সঙ্গীত আৰু অসমৰ চাকৰি-বাকৰিৰপৰা সঙঘবদ্ধভাৱে অনা-অসমীয়াই থলুৱা ডেকা-ডেকেৰীক চাকৰি, ঠিকা আদিত বঞ্চিত কৰাৰ বিৰুদ্ধে আজীৱন থিয় দিছিল। বঙ্গদেশত অম্বিকাগিৰী ৰায়চৌধুৰীক 'বঙ্গাল খেদা আন্দোলন'ৰ নেতা বুলি আখ্যা দিছিল—কোনো কোনোৱে তেওঁক 'অসমৰ হিট্‌লাৰ' বুলি কবলৈ প্ৰয়াস কৰিছিল। ৰায়চৌধুৰীয়ে এনেবোৰ প্ৰোপাগেণ্ডাত মন দিয়া বিধৰ ব্যক্তি নাছিল কিম্বা তেওঁৰ বিৰুদ্ধে কলিকতীয়া বাতৰি কাকতবোৰে লিখা সমালোচনাবোৰত ভীত

নহৈছিল। সেইবোৰৰ প্ৰত্যুত্তৰ দিছিল তেওঁৰ সাদিনীয়া ফুলস্কেপ চাইজৰ নিজস্ব বাতৰি কাকত 'ডেকা অসম'ৰ যোগেদি। ১৯৩৭ নে ১৯৩৮ চনত অসমৰ প্ৰখ্যাত কংগ্ৰেছ নেতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ 'আসামে বঙ্গাল খেদা আন্দোলন' শিতানত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সপক্ষে বঙালী ভাষাত সুদীৰ্ঘ প্ৰবন্ধ লিখি কলিকতাৰ আনন্দ বাজাৰ পত্ৰিকাত প্ৰকাশ কৰি অসম আৰু বঙ্গদেশত আলোড়ন গঢ়ি তুলিছিল। কৰ্মবীৰ বৰদলৈ এজন কংগ্ৰেছী নেতা আছিল; কিন্তু সৰ্বভাৰতীয় ৰাজনীতিৰ লোক হৈ কৰ্মবীৰে অম্বিকাগিৰী ৰায়চৌধুৰীৰ কাৰ্য্য-কলাপ সমৰ্থন কৰাত সেই সময়ৰ বহুত কংগ্ৰেছী লোকে আশ্চৰ্য্য প্ৰকাশ কৰিছিল।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ লিখা 'আসামে বঙ্গাল খেদা আন্দোলন' প্ৰবন্ধটো ৰায়চৌধুৰীৰ পুৰণি কাকতৰ টুকুৰাবোৰৰ মাজত আছিল। ১৯৬০ চনৰ ভাষা আন্দোলনৰ পিচত মই এই প্ৰবন্ধৰ 'আনন্দ বাজাৰ পত্ৰিকা'ৰ অংশটো (Cutting) তেওঁৰ হাতত আছে নে নাই সুধিছিলোঁ। তেওঁ উত্তৰ দিছিল, "মোৰ হাতত এতিয়া নাই। মই উজান বজাৰৰপৰা উচ্ছেদ হোৱাত মোৰ বহুত মূল্যবান কাগজ-পত্ৰ হেৰাল।" এই প্ৰবন্ধটোত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে ৰায়চৌধুৰীৰ নীতিত সমৰ্থন দি তেওঁৰ ব্যক্তিত্বৰ এটা প্ৰকৃত বৰ্ণনা দিছিল।

অম্বিকাগিৰী ৰায়চৌধুৰী ১৯৩২ চনৰ আগেয়ে মই লগ পোৱা মনত নপৰে; কিন্তু স্কুলীয়া ছাত্ৰ হিচাবে ৰায়চৌধুৰীৰ সম্পাদিত 'চেতনা' আলোচনীখনৰ দুই-চাৰিটা সংখ্যা মই পঢ়িছিলোঁ। তেওঁৰ লেখনীৰপৰা মোৰ এনে ধাৰণা হৈছিল যেন ৰায়চৌধুৰী এজন ডাঙৰ নেতা আৰু সাহিত্যিক আছিল। ১৯৩৩ চনত পানবজাৰত অৱস্থিত হৰিসভাৰ ওচৰত আমি কেইজনমান কলেজৰ ছাত্ৰ এটা ঘৰত মেছ কৰি আছিলোঁ। ৰায়চৌধুৰীও তাৰ ওচৰতে সৰু ঘৰ এটাত অৰুণা প্ৰেছ স্থাপন কৰি তাৰপৰা 'ডেকা অসম' নামৰ সাদিনীয়া কাকতখন প্ৰকাশ কৰিছিল।

'ডেকা অসম' প্ৰকাশ হোৱাৰ দিনা (তেওঁ নিৰ্দিষ্ট দিনত কাকতখন উলিয়াবপৰা নাছিল) ৰায়চৌধুৰীয়ে এডাল বেতৰ টোকান লৈ আমাৰ মেছৰ দুৱাৰখনত ৰাতিপুৱা পাঁচমান বজাতে খুন্দিয়াইছিলহি—হাতত কেইখনমান 'ডেকা অসম' লৈ। আমি তেতিয়া শোৱাপাটী এৰাই নাছিলোঁ। ৰায়চৌধুৰীয়ে তৰ্জন-গৰ্জন কৰি আমাক কৈছিল: "মোৰ অসমীয়া জাতিৰ তোমালোক বংশধৰ। শুই আছা? শুই থাকা! গেল—দেশখন গেল! দেখা নাই পমুৱা মুছলমানে মাটি ললে। চাদুল্লা চাহাবে হাজাৰ হাজাৰ মৈমানচিঙীয়া বহুৱালে। ৰেল, ডাক-তাঁৰ বিভাগত মোৰ খিলঞ্জীয়া



মানুহৰ চাকৰি নাই, ঠিকা নাই, একো নাই! চিলঙৰ চেক্ৰেটাৰীয়েটত ছিলেটীয়া....। গেল, গেল সকলো গেল', আমি ছাত্ৰকিটাই তেওঁৰ কথাত প্ৰতিবাদ নকৰি দুই চাৰিখন 'ডেকা অসম' ৰাখি পইচাখিনি দি তেওঁক বিদায় দিছিলোঁ। 'ডেকা অসম' কাকতখনতো সেই একে কথা: অসম গ'ল, মৈমনচিঙীয়াই মাটি নিলে, ছিলেটীয়াই চাকৰি-বাকৰি ললে, ছিলেট বিচ্ছেদ হব লাগে; অসমীয়াই ডাক-তাঁৰ, ৰেলত চাকৰি পাব লাগে ইত্যাদি। ৰায়চৌধুৰীৰ এই ধ্বনিবোৰত সেই সময়ৰ জনসাধাৰণে বৰ সঁহাৰি দিছিল বুলি আমাৰ ধাৰণা নহৈছিল; কাৰণ মহাত্মা গান্ধীৰ নেতৃত্বত আমাৰ প্ৰদেশৰ নেতাসকলে ভাৰতৰ স্বাধীনতা লাভ কৰাৰ কথাহে ভাবিছিল; প্ৰাদেশিক সমস্যাবোৰৰ কথাত বৰ মন-কাণ দিয়া নাছিল, যিসকলে মন-কাণ দিছিল তেওঁলোকক প্ৰাদেশিক সঙ্কীৰ্ণতাত দোষী বুলি কোনো কোনো মহলে সমালোচনা কৰিছিল—যিদৰে সমালোচনা কৰিছিল অম্বিকাগিৰীক। কিন্তু অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সেই সমালোচনালৈ দৃষ্টিপাত কৰা নাছিল, কাৰণ তেওঁৰ মজ্জাগত ধাৰণা আছিল যে সৰ্বভাৰতীয় ৰাজনীতিয়ে দুৰ্বল আৰু পিচপৰা প্ৰদেশবোৰক নিশ্চিহ্ন হবলৈ কোৱা নাছিল। 'বৃহত্তৰ বাংলা' গঠনৰ আশঙ্কাই ৰায়চৌধুৰীক সদায় সজাগ কৰি ৰাখিছিল। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পাচত পাকিস্তান আৰু ভাৰত ভাগ হোৱা সত্বেও পূব পাকিস্তান আৰু পশ্চিম বঙ্গ লগলাগি আমাক গ্ৰাস কৰিব বুলি ৰায়চৌধুৰীয়ে ভয় কৰিছিল। পাকিস্তানী বঙালীয়েই হওক কিম্বা হিন্দুস্থানী বঙালীয়েই হওক, বঙালীৰ 'বৃহত্তৰ বাংলা'ৰ গঠনৰ সপোন এদিন দিঠকত পৰিণত হব বুলি অনুমান কৰি তাৰ বিৰুদ্ধে অসমীয়া জাতি সজাগ হৈ থাকিবলৈ তেওঁ অসমীয়াক সতৰ্ক কৰি গৈছে। তেওঁৰ মৃত্যুৰ কেইসপ্তাহমান আগতে জাৰ্মান বাতৰি সম্বা বিশেষে পূব পাকিস্তান, পশ্চিম বঙ্গ, অসম আদি একত্ৰিত হৈ এখন সাৰ্বভৌম ৰাষ্ট্ৰ গঠন হব বুলি এখন মেপ প্ৰচাৰ কৰিছিল। সেই মেপখনৰ এটি কপি মোৰ হাতত পৰাত মেপখন ৰায়চৌধুৰীক দিছিলোঁ যিহেতু তেওঁ আশঙ্কা কৰা মতে এই মেপত 'বৃহত্তৰ সাৰ্বভৌম বাংলা' ৰাষ্ট্ৰ প্ৰতিষ্ঠা হোৱাৰ ইঙ্গিত আছিল। এই মেপখনে ৰায়চৌধুৰীৰ মানসিক আৰু শাৰীৰিক অৱস্থাৰ ওপৰত গধুৰ প্ৰতিক্ৰিয়া কৰিছিল। কিন্তু সেই মেপখনৰ পৰিকল্পনাটোৰ ওপৰত তেওঁৰ মন্তব্য আৰু জানিব পৰা নগ'ল।

# সংৰক্ষিণী ঃ ৰায়চৌধুৰীৰ জীৱন-দৰ্শন

**শ্ৰীতিলক দাস**

জাতি বা দেশৰ ওপৰত চলা সকলো প্ৰকাৰৰ অবাধ শোষণ, অন্যায় শাসন আৰু আক্ৰমণ বন্ধ কৰি, তাৰ পৰিবৰ্তে দেশত বাস কৰা জাতি-বৰ্ণ, খেল, সম্প্ৰদায়, ধৰ্ম, নিৰ্বিশেষে সকলোকে একীভূত কৰাই সংৰক্ষিণী দৰ্শনৰ সৰ্বপ্ৰথম আৰু সৰ্বপ্ৰধান সাধনা।

বিৰাট বিশ্বাত্মাৰ পৰিপুষ্টিৰ উপলব্ধি হয় ব্যক্তিৰ ক্ষুদ্ৰ হৃদয়ত ; সেইদৰে নিজ দেশৰ জাতীয় মণ্ডপকেই মূল কেন্দ্ৰ কৰি লব পাৰিলে সমগ্ৰ মানৱ জগতৰ পৰিধিটো অঙ্কন কৰিব পাৰি।

ব্যক্তিৰ জীৱন আন্ধাৰ, অশান্তিপূৰ্ণ, ঠেক, স্বাৰ্থপৰ, মলিন হ'লে, বিশ্বাত্মাৰ বিৰাটত্বও ঠিক সেইদৰেই সকলো পিনেদি সঙ্কুচিত হৈ পৰে। ঠিক তেনেকৈয়ে, যি দেশ অবাধ শোষণ, অন্যায় শাসন আৰু আক্ৰমণৰ দ্বাৰা জৰ্জৰিত, তাৰ উপৰিও নিজৰ দুখ-দৰিদ্ৰতা, ভীৰুতা, কাপুৰুষতা আদিৰ দ্বাৰা প্ৰপীড়িত হয়, সেই দুৰ্বল দেশে বৃহৎ মানৱ সমাজৰ উক্ত কোনো বিধ উপদ্ৰৱ বা উৎপীড়নকেই নিৰ্মূল কৰি পৃথিৱীত সমস্বত্ব সাম্য-শান্তি প্ৰতিষ্ঠাৰ বাবে একো কৰিব নোৱাৰে।

"সৃষ্টি-গতিয়ে বাগৰ সলালে
লব মানৱে নতুন ৰূপ,
নতুন পোহৰ, নতুন সুষমা
জলিব বিদাৰি অন্ধ-কূপ।"

সংৰক্ষিণী দৰ্শন আত্ম-বিস্মৃত অসমীয়া জাতিৰ সঞ্জীৱনীৰ বাবে উদ্ভূত হ'লেও, সমগ্ৰ পৃথিৱীৰ সকলো পতিত জাতিৰ উত্থান আৰু আত্ম-জাগৰণৰ বাবে ই সদায় প্ৰযোজ্য। এই সংৰক্ষিণীৰ মূল তত্ত্ব মানৱ জাতিয়ে



উপলব্ধি কৰাৰ লগে লগেই সৃষ্টিৰ গতিয়ে বাগৰ সলাব বুলি কবি ৰায়চৌধুৰীয়ে মনত বিৰাট আশা পোষণ কৰিছে। তেতিয়া এক মানৱ জাতিৰ প্ৰাণ নতুন ৰূপ, নতুন সুৰ, নতুন পোহৰে মহিমামণ্ডিত কৰি তুলিব।

১৯২১ চনৰো আগতে বিদেশী ইংৰাজ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা ৰায়চৌধুৰীয়ে যেতিয়া ৰাজৰোষত কাৰাগাৰত নিকাৰ ভুগি মুক্তি লাভ কৰি ওলাই আহি কংগ্ৰেছী ৰাজনীতি নকৰি সংৰক্ষিণী সভা খুলিলে, তেতিয়া বহুতেই তেওঁক ঠেকমনা প্ৰাদেশিকতাবাদী [ তেতিয়া আজিৰ ৰাজ্যক প্ৰদেশ ( Province ) বুলিছিল, ] Provincialism আখ্যা দি নিন্দা কৰিছিল। (এদিন গুৱাহাটীৰ 'বাৰ'ত তেওঁক পগলা বুলি গালি পৰা কথাটো তেওঁ মোক নিজেই কৈছিল।) অসমীয়া বাতৰি কাকত কেইখনমানৰ সম্পাদকে তেওঁক ভয়ানকভাৱে তুচ্ছ-তাচ্ছিল্যৰে সমালোচনা কৰিছিল। দেশৰ ডেকা চামৰ বাহিৰে তেওঁ আন লোকৰ বিশেষ সমৰ্থন একো পোৱা নাছিল, তাৰ পৰিবৰ্তে কঠোৰ বাধাৰহে তেওঁ সন্মুখীন হব লগা হৈছিল। কিন্তু তেওঁ ধীৰ স্থীৰ যোগীৰ দৰে প্ৰাঞ্জল ভাষা আৰু কাৰ্য্যসূচীৰে সংৰক্ষিণীৰ দাৰ্শনিক বাণী জগতৰ আগত দাঙি ধৰিলে।

"সংৰক্ষিণী হৈছে—নিজস্ব স্বাধীন আদৰ্শানুযায়ী বাধাহীন মুক্ত গতিৰে নিজৰ বিৰাটত্ব সম্পূৰ্ণকৈ উপলব্ধি কৰি নিজৰ ভিতৰত জগৎশক্তিৰ পৰিপূৰ্ণ ৰূপ পৰিস্ফুট কৰি তুলিবলৈকে বিপুল নিৰ্ভয় আৰু নিশ্চিন্ত শক্তি সংগ্ৰহৰ অক্ষয় ভাণ্ডাৰ।"

এয়া তেওঁৰ নিজৰ প্ৰাণৰ কথা, নিজৰ ৰচনাতে প্ৰকাশ হৈছে।

ব্যক্তি, সমাজ, দেশ, মহাদেশ, জাতি, মহাজাতি আৰু সৰ্বশেষত বিৰাট মানৱ গোষ্ঠীৰ প্ৰকৃত মঙ্গল আনয়ন কৰা আৰু পৃথিৱীত সমস্বত্ব শান্তি প্ৰতিষ্ঠা কৰাই সংৰক্ষিণীৰ মূল কথা।

মানুহ সমাজবদ্ধ জীৱ। সমাজক বাদ দি ব্যক্তিৰ অস্তিত্ব নিষ্ফল। মহান লোকসমূহৰ ব্যক্তিত্বৰ আদৰ্শ সমাজতহে ৰূপায়িত হৈ উঠিব পাৰে আৰু সমাজৰো দুখ-দৈন্যই ব্যক্তিক প্ৰাণত উৎসাহ-উদ্যোগ বা বিদ্ৰোহ-দৰদ সকলোকে জগাই তুলিব পাৰে।

সামূহিক জীৱনৰ প্ৰথম চোৰদ হৈছে দেশ আৰু জাতি। ক্ৰমাৎ ইয়াৰ কলেৱৰ বঢ়াই নি সমগ্ৰ পৃথিৱী আৰু মানৱ জাতিক ধৰা হয়। এই মানৱ জাতিক সকলো প্ৰকাৰৰ সেৱাৰ দান দিয়াই ব্যক্তি আৰু সমাজৰ প্ৰধান কৰ্তব্য। সামূহিক জীৱনৰ নিখুঁত উন্নতিৰ বাবে কোনো শ্ৰেণীৰ

বিশেষ সুবিধাৰ ( Vested interest ) স্থান আছুতীয়া কৰি ৰখা কথাটো সমৰ্থন যোগ্য নহয়।

সংৰক্ষণ, সংগঠন আৰু সংবৰ্ধন, সংৰক্ষিণী দৰ্শনৰ এই তিনিটা মূল কথা। এই সংৰক্ষিণী দৰ্শনৰ প্ৰথম আৰু প্ৰধান স্তৰ হৈছে—অসম দেশ আৰু অসমীয়া জাতি, তাৰ পাচত ভাৰত মহাদেশ আৰু ভাৰতীয় মহা-জাতি, সদৌ শেষত—পৃথিৱী আৰু মানৱ জাতি। অসমৰ সংৰক্ষণ সংগঠন আৰু সংবৰ্ধন নহ'লে ভাৰতৰ সংৰক্ষণ, সংগঠন আৰু সংবৰ্ধন অসম্ভৱ। শৰীৰৰ কেইটামান অঙ্গ সবল কৰি কেইটামান অঙ্গলৈ আওকাণ কৰি থাকিলে শৰীৰটো দুৰ্বল আৰু বিকলাঙ্গ হোৱাটোহে স্বাভাৱিক।

অসমৰ অসমীয়াসকলৰ একাত্মবোধৰ অভাৱ উপলব্ধি কৰিয়েই ৰায়-চৌধুৰীদেৱে 'অসমীয়া দেখোঁ এজনো নাই' কবিতা এটি ৰচনা কৰিছিল।

কবিতাটো তেওঁ পোনতে এনে ধৰণে আৰম্ভ কৰিছিল—

চেপা, ঢকা-গতা, টনা-ধোঁহা খাই কান্দে ধাকুৰী
অসমী-আই,
জিত কৰে কোনে? আইৰ বুকুত অসমীয়া
দেখোঁ এজনো নাই।
কিন্তু আছে—উজনি, নামনি, গোৱালপৰীয়া,
নলবৰীয়া, বৰপেটীয়া, যোৰহটীয়া,
কেঁওট, কোচ, বামুণ, আহোম, কছাৰী,
ভাগৱতী, বৰদলৈ, চলিহা, বৰুৱা ইত্যাদি।

দেশাত্মবোধ আৰু সকলো সম্প্ৰদায়ৰ একাত্মবোধ নহ'লে দেশ গঠন বা জাতি গঠন অসম্ভৱ। আজি গণতন্ত্ৰৰ নামত—

"নেতাৰ বেদীত দলীয় দাপৰ
উন্মাদনাত ধৰিছে ফাঁপৰ,——
পিচ-দুৱাৰেদি ভোটৰ হাটত দেশ-বিক্ৰীৰ খলকনি।"

ধন আৰু দলৰ বলত নেতা হৈ দেশ চলাওঁতাসকলৰ প্ৰতি তেওঁৰ অনবৰত বিদ্ৰোহৰ ভাৱ মনত জুইৰ দৰে জ্বলি আছিল।

'আশাধাৰী বুঢ়া কবিৰ প্ৰশ্ন' কবিতাত তেওঁ লিখিছিল—



"জন-সেৱকৰ মুখা পিন্ধি ভোট গোটোৱা নেতা মন্ত্ৰীৰ,
নীচ, নিৰ্ভীক শেষ নোহোৱা বিৰাট ব্যাপক শোষণত
জন-গণৰ জীৱন মৰে শোষণধৰ্মী কুশাসনত।"

সেয়েহে, সাম্যৰ শান্তিপূৰ্ণ এখন মানৱ সমাজৰ বাবে সংৰক্ষিণীয়ে বাহিৰ ভিতৰ সকলো পিনেই শোষণ আৰু অন্যায় কুশাসনৰ সামৰণি বিচাৰে।

সংগঠনৰ ক্ষেত্ৰত সম-ভাৱ, সম-সুযোগ, সম-বণ্টন সংৰক্ষিণীৰ মূল আদৰ্শ। সেয়েহে—শোষণ প্ৰয়াসীৰ যি কোনো ৰাজনৈতিক (Political), অৰ্থনৈতিক (Economical), সামাজিক (Social), ভাষিক Linguistic, সাংস্কৃতিক (Cultural), ধৰ্মীয় (Religious) আৰু দৈহিক (Physical) আক্ৰমণক নিৰ্মূল কৰিবলৈ আপ্ৰাণ চেষ্টা চলায়।

আত্ম-ৰক্ষা সদায় আগ কথা। সেইদৰে জাতি আৰু দেশ আৰু তাৰ লগে লগেই মহাজাতি আৰু মহাদেশক ৰক্ষা কৰি ৰাষ্ট্ৰীয় স্বতন্ত্ৰতাৰে উজ্জ্বলিত কৰি ৰাখিব লাগে। ৰাষ্ট্ৰীয় স্বাধীনতা মানৱ সভ্যতাৰ এটা অবিচ্ছেদ্য কথা। ৰাষ্ট্ৰৰ স্বাধীনতা ব্যক্তিত্ব বিকাশৰ প্ৰধান অৱলম্বন। পৰাধীনতাৰ যুগত মহাত্মা গান্ধীৰ নিচিনা মহামানৱেও বিদেশী শাসকৰ লাঞ্ছনা, অত্যাচাৰ আৰু কাৰাবৰণৰ জীয়াতু ভোগ কৰিব লগা হৈছিল। ব্যক্তিসমূহক মনুষ্যত্বৰ মহান সিংহাসনৰপৰা চ্যুত কৰি ৰাখিব পৰাটোতেই বিদেশী শাসকৰ আয়ুস নিৰ্ভৰ কৰে।

মানুহৰ জীৱন্ত শৰীৰ-মন আৰু আত্মা বিশ্ব-ব্ৰহ্মাণ্ডৰ এটি ক্ষুদ্ৰ তাওৰণ বুলি কব পাৰি। এই দেহতেই বিশ্ব-ব্ৰহ্মাণ্ডৰ শক্তি সংগ্ৰহৰ ক্ষমতা লুকাই আছে। এই ব্যক্তিক পোন প্ৰথমতে নিভাঁজ-নিখুঁত কৰিব পাৰিলে, এই ব্যক্তিসমূহৰ এক আদৰ্শগত মিলনত যেতিয়া সমাজ তৈয়াৰ হয়, তেতিয়া সেই সমাজো নিভাঁজ নিখুঁত স্বাস্থ্যবান হৈ উঠিব। সেইদৰে, ইয়াৰ বৃত্ত বঢ়াই নি নি দেশ-মহাদেশ, জাতি-মহাজাতি আৰু সৰ্বশেষত সমগ্ৰ মানৱ জাতিৰ এটি গৌৰৱময় সংগঠন কৰিব পৰা যাব বুলি সংৰক্ষিণীয়ে দৃঢ় বিশ্বাস কৰে।

এটা লাঞ্ছিত হৈ থকা জাতিয়ে আন এটা লাঞ্ছিত হৈ থকা জাতিক কেতিয়াও ৰক্ষা কৰিব নোৱাৰে। যি জনৰ নিজৰেই কঁকাল ভাগি আছে, হঠাতেই পৰি কঁকাল ভগা মানুহ এজনক তুলি ধৰিবলৈ তেওঁৰ সাধ্য নাই। এটা আত্ম-বিস্মৃত জাতিয়ে আন এটা আত্ম-বিস্মৃত জাতিৰ জাতীয় চেতনা সজাগ কৰি তুলিবলৈ অক্ষম।

এই সংৰক্ষিণী আদৰ্শকেই আগত ৰাখি বহুত বছৰ আগতেই আমি 'নিজ নিচিনিলে নাথাকে মান' নামৰ এটি কবিতা লিখিছিলোঁ—

অসম মোৰ নিজৰ ঘৰ
ভাৰত আমাৰ নিজৰ দেশ,
ঘৰৰ উন্নতিত হে দেশৰ উন্নতি
ঘৰ অসমৰ নাই যে লেশ।
অসম নিচিনিলে ভাৰত নিচিনিবা,
নিজ নিচিনিলে নাথাকে মান,
নিজক বুজিলে লোকক৷ বুজিবা
আত্ম-জ্ঞানৰ শুনিবা গান।
পোন পহিলতে ভগা ঘৰ খন
মেৰামতি কৰা বুদ্ধিৰে ভাই,
ঘৰ নহ'লে যে দেশৰ সভাত
অকণো তোমাৰ নাথাকে ঠাই।
আগে ঘৰখন, লগে লগে দেশ
মহীয়ান কৰি তোলা জগত সভাত,
দীপান্বিতা কৰা আজি ঘৰে ঘৰে ভাই,
স্বাধীনতা উৎসৱৰ বিজয় ৰভাত।

নিজৰ পূৰ্ণ বিকাশৰ বাবে নিজক জনা বা 'আত্মনং বিদ্ধি' প্ৰধান পদক্ষেপ।

সেইদৰে অসমক জানি-বুজি লৈ, অসমৰ বুৰঞ্জীৰ লগত পৰিচিত হৈ ভাৰতক বুজি ভাৰতৰ ইতিহাসৰ লগতো পৰিচয় হৈ, সদৌ শেষত পৃথিৱীৰ ইতিহাসৰ লগত ইয়াৰ যোগসূত্ৰ স্থাপন কৰি লব পাৰিলেহে বিশ্ব-শান্তি স্থাপনৰ উপায় উলিয়াব পৰা যাব। তেনেকৈয়ে আন আন দেশৰ লোকেও নিজৰ দেশৰ বুৰঞ্জীৰপৰা পৃথিৱীৰ বুৰঞ্জীলৈ আগবাঢ়ি যাব পাৰিলেহে বিশ্ব-মানৱৰ ভাতৃত্বৰ যোগসূত্ৰ সম্ভৱপৰ হব।

সংবৰ্ধনৰ অৰ্থ সাম্ৰাজ্যবাদ নহয়। ইয়াৰ অৰ্থ হৈছে নিজৰ সীমাৰ ভিতৰত নিজৰ সকলো ফালেদি পুষ্টি-সাধন কৰি পূৰ্ণতা লাভ কৰা। কিন্তু এই পূৰ্ণতা লাভ হোৱাৰ পাচত সীমাৰ কথা নাথাকে। মহান ব্যক্তি, মহান দেশ বা মহান জাতিৰ ভাবধাৰা আৰু আদৰ্শৰ কোনো ভৌগোলিক সীমা নাই। বুদ্ধৰ আদৰ্শই এদিন পৃথিৱীক নতুন পথ দেখুৱাইছিল।



মাৰ্ক্‌চৰ চিন্তাধাৰাই আজিও পৃথিৱীত তোলপাৰ লগাই আছে। লেনিন, মহাত্মা গান্ধী, জৱহৰলাল আদি পৃথিৱী বিখ্যাত লোকসকলে পৃথিৱীত উজ্জ্বল ৰেখাপাত কৰি থৈ গৈছে।

সংৰক্ষিণীৰ মতে, মাতৃভূমিয়ে জীয়াই থকাৰ যোগান ধৰিব নোৱাৰাত, যিখন দেশলৈ গৈ আশ্ৰয়, আহাৰ, হাৱা-পানী আৰু বংশ-বৃদ্ধিৰ সুযোগ পালে, সেইখন দেশক নিজৰ দেশ আৰু সেই জাতিক নিজৰ জাতি বুলি গ্ৰহণ কৰাটো নিতান্ত কৰ্তব্য।

এখন দেশৰ স্বভাৱজ ভাষা, উপভাষা বা দোৱানৰ ভিতৰত কেতিয়াও সংঘৰ্ষ নহয়। কিন্তু দেশৰ চৌহদৰ বাহিৰৰ কোনো এটি ভাষাই যেতিয়া আক্ৰমণমূলকভাৱে তাৰ এটি স্থিতি স্থাপনৰ বাবে চেষ্টা চলাব খোজে, তেতিয়াই সংঘৰ্ষৰ সম্ভাৱনা। অসমৰ ভিতৰত ভাষা, উপভাষা আৰু দোৱান দেখাৰ আছে। কিন্তু এইবিলাকৰ ভিতৰত বিৰোধ হোৱা জানো কোনোবাই কেতিয়াবা কব পাৰিছে?

বাহিৰৰ যি কোনো আক্ৰমণেই পৃথিৱীৰ সংঘৰ্ষৰ মূল।

যাৰ যিমান বুদ্ধি আৰু শক্তি তেওঁ পৃথিৱীৰ সিমান ভাষাকেই শিকিব, মহৎ ভাব গ্ৰহণ কৰিব, বিশ্ব-সাহিত্যৰ পুথি নিজৰ ভাষালৈ ৰূপান্তৰ কৰিব; কিন্তু আন দেশৰ ভাষাক নিজৰ মাতৃ-ভাষাৰ ওপৰত ৰঘুমলাৰ দৰে বগোৱাই প্ৰচলন হবলৈ দিয়াটো সংৰক্ষিণী নীতিৰ বিৰোধী কথা। ইয়াৰ দ্বাৰাই এটা জাতিৰ অস্তিত্ব হানি হব, দেশত পয়মাল ঘটিব, অনৈক্য হব আৰু একতা নষ্ট হৈ পৰিব। তেতিয়া বাহিৰৰ শত্ৰুৱে দেশ আক্ৰমণ কৰিব, শোষণ কৰিব, লুণ্ঠন কৰিব আৰু দেশৰ ৰাইজৰ দুখ কুলাই-পাচিয়ে নধৰা হব।

এখন দেশৰ সীমাৰ বাহিৰৰ ভাষাক ঔপনিবেশিক স্বত্ব দিলে, সেই ভাষাই দেশখনৰ খিলঞ্জীয়া ভাষাৰ গা-গছ উভালিবলৈ আৰু লগে লগে শোষণৰ বাট এটি উলিয়াবলৈ যত্ন কৰিব। যি কোনো ধৰণৰ শোষণ-বাদকেই সংৰক্ষিণীয়ে সমৰ্থন নকৰে।

পৃথিৱীত বিভিন্ন স্বাধীন যুক্তৰাষ্ট্ৰ থাকিব পাৰে। এই যুক্তৰাষ্ট্ৰ-বিলাকৰ সদ্‌ভাৱৰ ওপৰত পৃথিৱীৰ শান্তি আৰু নিৰাপত্তা নিৰ্ভৰ কৰে। নিজৰ যুক্তৰাষ্ট্ৰৰ আদৰ্শক যদি আন যুক্তৰাষ্ট্ৰই স্বইচ্ছাৰে গ্ৰহণ কৰিব নোৱাৰে, তেন্তে সেই আদৰ্শ বা মতবাদক জোৰকৈ জাপি দিবলৈ গ'লে সংঘৰ্ষৰ সম্ভাৱনা। গণতান্ত্ৰিক দেশত ব্যক্তিৰ বাক্-স্বাধীনতা থাকে বা নিজ ৰাষ্ট্ৰৰ ভিতৰত কোনো এটা মতবাদ প্ৰকাশ বা প্ৰচাৰ কৰাৰো স্বাধীনতা থাকে, যদিহে আইনত প্ৰতিষ্ঠিত হোৱা চৰকাৰক ই উচ্ছেদ কৰিবলৈ

নিৰিচাৰে। কিন্তু ঠিক তেনে মতবাদকেই আন ৰাষ্ট্ৰত প্ৰচাৰ কৰিবলৈ গ'লে ই এক প্ৰকাৰৰ সাম্ৰাজ্যবাদহে হব। সংৰক্ষিণী দৰ্শন এনে সাম্ৰাজ্যবাদৰো বিৰোধী।

আকৌ যিবিলাক ৰাজ্য, প্ৰদেশ বা গোট লৈ যুক্তৰাষ্ট্ৰ গঠিত হয়, সেই ৰাজ্য, প্ৰদেশ বা গোটবিলাকৰো বিছুমান কথাত বৈশিষ্ট্য থাকিব পাৰে। সেই বৈশিষ্ট্যবোৰ ৰক্ষা কৰি যুক্তৰাষ্ট্ৰৰ একতা আৰু সংহতি গঢ়ি তুলিব লাগিব। কাগজত প্ৰতিজ্ঞা পত্ৰ চপাই বিলি কৰি আৰু সভা পতি পাঠ কৰি একতা গঢ়িব পাৰে বুলি সংৰক্ষিণীয়ে কেতিয়াও বিশ্বাস নকৰে। অতীত বুৰঞ্জীৰ গৌৰৱণি আৰু পৰম্পৰা, কিছুমান ৰীতি-নীতি, বিশ্বাস, বৰ্তমানৰ কাৰ্য্য-পদ্ধতি; ৰাজনৈতিক, সমাজনৈতিক আৰু ধৰ্মীয় মতবাদ; সাংস্কৃতিক যোগাযোগ, এই বোৰেহে একতা আৰু ঐতিহ্য গঢ়িব পাৰে বুলি বিশ্বাস কৰা হয়।

আদৰ্শবান শিল্পীৰ দল এটা গঠন কৰি (লগতে প্ৰসঙ্গ নাম, থিয় নাম, বহা নাম,—ভোৰতাল, মন্দিৰা, নাগেৰা আৰু ডবা সংযোজনাৰে) অসমৰ-পৰ্বত ভৈয়ামৰ গাঁৱে-নগৰে ভ্ৰমণ কৰিব পাৰিলে সমগ্ৰ অসমতেই একতা আৰু আত্ম-জাগৰণৰ এটি নতুন বাতাবৰণ সৃষ্টি হব বুলি ৰায়চৌধুৰী-দেৱে বিশ্বাস কৰিছিল। এই কথাটো তেওঁ গুৱাহাটীত কেবাবাৰো মোৰ আগত প্ৰকাশ কৰিছিল।

তৰল ধৰণৰ গীত আৰু নাচক তেওঁ মুঠেই ভাল নাপাইছিল। আৰ্টৰ নামত চলা ভণ্ডামিক তেওঁ সদায় ঘিণ কৰিছিল। সেয়েই তেওঁ লিখিছিল—

নৃত্য গীতত মত্ত থাকি
কৰ্ম চিন্তা দূৰত ৰাখি
দেশ কি দৰে ৰাখিবা?
পাতল আমোদ বিলাসিতাত
মগ্ন থাকি বিতত হ'লে
সমূলি দেখোন মৰিবা।

তেওঁৰ 'শিল্পী' এজন চৰিত্ৰবান, স্বাস্থ্যবান, দৰদী, সাহসী, উন্নতমনা, উদাৰমনা মহা বিপ্লৱী। তেওঁৰ কলা—মানুহ আৰু জগতক জগাই তুলি শুদ্ধ সুৰভিত মহা সৌন্দৰ্য্যৰে জড় জগত আৰু জীৱ জগতক মহা আনন্দত বুৰাই পেলাব পৰা এটি অৰূপ ৰূপৰ মহা সৃষ্টি। তেওঁ ৰচিছে—



হে ভগৱান! হে ভগৱান!
নৈতিকতাক দিয়া প্ৰাণ দান,—
শিল্পী-নামৰ নিধক ঠেওত যৱনিকা টানি,
পৱিত্ৰ হক সামাজিক দেহ গুচাই ক্লেদৰ গ্লানি।

১৯২৪ চনত স্বাধীনতা ৰণৰ ৰণুৱাস্বৰূপে জেলৰপৰা ওলাই আহি ১৯২৬ চনৰ ৯ এপ্ৰিলত পোন প্ৰথমতে ৰায়চৌধুৰীদেৱে গুৱাহাটীত 'সংৰক্ষিণী সভা'ৰ প্ৰথম দুৱাৰ মুকলি কৰে। তেতিয়াই সংৰক্ষিণী দৰ্শনে এটি স্পষ্ট ৰূপ লব পৰা নাছিল। পাচত 'ডেকা অসম'ৰ সম্পাদকীয়তাৰ মাজেদিয়েই কবলৈ গ'লে এই মহান দৰ্শনে এটি স্বৰূপ লাভ কৰে।

১৯২৬ চনৰ ৩১ ডিচেম্বৰত পাণ্ডুত বহা কংগ্ৰেছ মণ্ডপতেই গড়মূৰীয়া সত্ৰাধিকাৰ ৺পিতাম্বৰ দেৱগোস্বামীদেৱৰ সভাপতিত্বত সংৰক্ষিণী সভাৰ প্ৰথম অধিবেশন বহে। ১৯৩৩ চনত বাগ্মীবৰ কবি সাহিত্যিক শ্ৰীনীলমণি ফুকনদেৱৰ সভাপতিত্বত দ্বিতীয় অধিবেশন, ১৯৩৪ চনত গোৱালপাৰাৰ বিখ্যাত ৺বিপিনচন্দ্ৰ ঘোষৰ সভাপতিত্ব, গুৱাহাটীত তৃতীয় বাৰ্ষিক অধিবেশন, ১৯৩৫ চনত ধুবুৰীৰ ৺প্ৰমথনাথ চক্ৰবৰ্তীৰ সভাপতিত্বত মঙ্গলদৈত চতুৰ্থ অধিবেশন আৰু ১৯৩৬ চনত সাহিত্যিক ৺পদ্মনাথ গোহাঞি-বৰুৱাৰ সভাপতিত্বত নগাঁও নগৰত পঞ্চম বাৰ্ষিক অধিবেশন মহা পয়োভৰেৰে সুসম্পন্ন হয়।

ইয়াৰ পিচৰপৰাই সংৰক্ষিণীয়ে অসমৰ ৰাইজক বিপুলভাৱে জগাই তোলে আৰু লগে লগে ইয়াৰ দৰ্শনো স্পষ্ট, প্ৰাঞ্জল আৰু গভীৰ হৈ পৰে।

বকুল-বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই এসময়ত 'সংৰক্ষিণী সুন্দৰী আৰু ৰায়চৌধুৰী' নামৰ এটি কবিতা লিখি ৰায়চৌধুৰীদেৱক উপহাৰ দিছিল আৰু কবিতাটো 'ডেকা অসম'ত প্ৰকাশো হৈছিল (২য় বছৰ ২৫শ সংখ্যা)। কবলৈ গ'লে সেই সময়লৈ সংৰক্ষিণী দৰ্শনে সুন্দৰ ৰূপ এটি পাইছিল, যি ৰূপটোক এজন কবিয়ে 'সুন্দৰী' আখ্যা দিব পাৰিছিল।

এয়েই থূল-মূলভাৱে সংৰক্ষিণী দৰ্শনৰ মূল কথা। এই মূল কথা-খিনিকেই উঠি অহা আমাৰ ন যুগৰ নতুন মানুহক বুজাব পাৰিলে, হয়তো আমাৰ দেশৰ লগতেই সমগ্ৰ পৃথিৱীয়েই উপকৃত হব পাৰিব আৰু সমস্বত্ত্ব শান্তিৰ প্ৰতিষ্ঠাৰ বাবে মানৱ জাতিয়ে মহান উদগনি পাব।

# অম্বিকাগিৰী ৰায়চৌধুৰী আৰু সাহিত্য সভা

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী নিৰ্ভীক জাতীয়তাবাদী নেতা। তেওঁ দেখাত বৰ কঠোৰ কিন্তু তেওঁৰ অসীম ধৈৰ্য্য। অফুৰন্ত কৰ্মশক্তি-সম্পন্ন ৰায়চৌধুৰীৰ চকু দুটি অগ্নিৰ ফিৰিঙতি সদৃশ। তেওঁৰ অন্তৰত দেশ গঢ়াৰ সঙ্কল্প আৰু সকলো অৱস্থাতে যেন জাতীয় জীৱন পঙ্গু কৰা সকলো প্ৰতিকূল অৱস্থাৰ সৈতে সংগ্ৰাম কৰাৰ দৃঢ় সঙ্কল্প। এইটো আচৰিত কথা যে এইজন লোকেই সন্ত্ৰাসবাদী দলত যোগ দি ৰাজনৈতিক জীৱন আৰম্ভ কৰাৰ লগে লগে সাহিত্য, সমাজ আৰু সংস্কৃতিৰ ক্ষেত্ৰতো বিশেষ বৰঙণি যোগালে।

ৰায়চৌধুৰীয়ে ছাত্ৰ অৱস্থাৰপৰাই সাহিত্য-চৰ্চা আৰম্ভ কৰে। তেওঁৰ প্ৰথম নাট 'বন্দিনী ভাৰত'ৰ অভিনয় শেষ নৌ হওঁতেই তেতিয়াৰ পুলিচে পাণ্ডুলিপিখন হাত কৰি পুৰি পেলালে। দেশৰপৰা বঙলা নাটকৰ প্ৰভাৱ দূৰ কৰিবৰ কাৰণে তেওঁ 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ', 'কল্যাণময়ী' আদি নাটক ৰচনা কৰে। তেওঁ ১৯১৫ চনৰপৰা ১৯১৮ চনলৈকে ডিব্ৰুগড়ত আছিল আৰু সেই কালছোৱাত সমাজ হিতকৰ কামত আত্মনিয়োগ কৰে। উল্লেখযোগ্য যে ৰায়চৌধুৰীদেৱৰ 'তুমি' কাব্য এই ঠাইতে প্ৰকাশ হয়।

ডিব্ৰুগড় ৰায়চৌধুৰীদেৱৰ বিশাল কৰ্মক্ষেত্ৰ আছিল। এইখিনিতে উনুকিয়াব পাৰি যে ১৯১৭ চনৰ ২৮ চেপ্টেম্বৰ তাৰিখে শিৱসাগৰত তাৰাপ্ৰসাদ চলিহাদেৱৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত এখনি 'সদৌ অসম সাহিত্য সভা' গঠনৰ প্ৰস্তাৱ লোৱা হয়। অম্বিকাগিৰী ৰায়চৌধুৰীদেৱে ডিব্ৰুগড়ত এখন সাহিত্য সভা স্থাপনত আগভাগ লয়। সেই বছৰ ডিচেম্বৰত প্ৰবীণ সাহিত্যিক পদ্মনাথ গোহাঞি বৰুৱাদেৱৰ সভাপতিত্বত শিৱসাগৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনত ৰায়চৌধুৰীয়ে ডিব্ৰুগড়ৰ প্ৰতিনিধিৰূপে যোগ দিয়ে। এই অধিবেশনতে ৰায়চৌধুৰী-



দেৱ অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সভাৰ সভ্য নিৰ্বাচিত হয়। এয়েই ৰায়চৌধুৰীদেৱৰ সাহিত্য সভাৰ লগত প্ৰথম সম্বন্ধ। এইদৰে অসম সাহিত্য সভাৰ উষা-লগ্নত অম্বিকাগিৰী ৰায়চৌধুৰীদেৱে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

কিন্তু ৰাজনৈতিক জীৱনে তেওঁক গঠনমূলক কাম কৰাৰপৰা বিৰত ৰাখিলে। এফালে অসহযোগ আন্দোলন আৰু আনফালে ৰাজদ্ৰোহত অভিযুক্ত হোৱাৰ কাৰণে অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ অসম সাহিত্য সভাৰ সৈতে সম্পৰ্ক বিচ্ছিন্ন হৈ যায়। ১৯২৬ চনত অসমীয়াৰ স্বাৰ্থ-ৰক্ষাৰ হেতুকে তেওঁ 'অসম সংৰক্ষিণী সভা' স্থাপন কৰে। তেতিয়াৰেপৰা ৰায়চৌধুৰীদেৱে সংৰক্ষিণী সভাৰ পৰিসৰ বৃদ্ধি কৰি দেশ সেৱাত আত্মনিয়োগ কৰে, আৰু লগে লগে সাহিত্য-চৰ্চা অব্যাহত ৰাখে। প্ৰবীণ সাহিত্যিক ৰায়চৌধুৰীদেৱক অসম সাহিত্য সভাৰ একবিংশ অধিবেশনৰ সভাপতি নিৰ্বাচিত কৰা হয়। মাৰ্ঘেৰিটাত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ এই অধিবেশনৰ (১৯৫০ চনৰ ১১ আৰু ১২ মাৰ্চ) সভাপতিৰ আসনৰপৰা তেওঁ যি তেজোদ্দীপ্ত ভাষণ দিছিল সি জাতিক প্ৰেৰণা আৰু উদ্দীপনা দিছিল। তেওঁ অসমৰ বিভিন্ন সমস্যাৰ প্ৰতি সজাগ দৃষ্টি ৰাখি জাতিৰ প্ৰতি যি আহ্বান জনাইছিল তাত কৈছিল, "অসমীয়া ৰাইজ! পৰ্বত-ভৈয়ামৰ অসমীয়া ভাই-ভনী! আজি আপোনাৰ পৈতৃক ঘৰ-ভেঁটি, ভাষা-সংস্কৃতি, সমাজ, অৰ্থনীতি, অস্তিত্ব সকলো বলিশালত। সকলো কথা জল্‌জল্ পট্‌পট্‌কৈ আপোনাৰ চকুৰ আগত পৰি আছে। নিঃসঙ্কোচে নিৰ্ভয়েৰে আপুনি আত্মস্থ হৈ উপলব্ধি কৰক, চিন্তা কৰক, বাহিৰত আস্ফালন তোলা আপোনাক ধ্বংসকাৰী ক্ৰিয়াবোৰৰ প্ৰচণ্ড প্ৰতিক্ৰিয়া চলাৰ উপযুক্ত কৰি অন্তৰ্জগত ফৰকাল কৰি তোলক। শেষ মুহূৰ্ত। মই যোৱা ৩০ বছৰ আগৰেপৰা আজিলৈকে যি সতৰ্ক বাণী আপোনালোকক শুনাই আহিছোঁ অথচ আপোনালোকে তালৈ কাণ দিয়া নাই, সেই কথাকে আজি নিৰপেক্ষ চিন্তাশীল অসমৰ ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, বিশিষ্ট ছচিয়েলিষ্ট নেতা পুৰুষোত্তম দাস ত্ৰিকম দাস আদিয়ে মুক্তকণ্ঠে কবলৈ ধৰিছে। ইয়াৰ সত্যতা সম্বন্ধে দ্বিধা নকৰিব। সমগ্ৰ অসমৰ পৰ্বত-ভৈয়াম জুৰি কট্‌কটীয়া সংঘবদ্ধতাৰে আত্মৰক্ষাৰ বাবে উঠিপৰি লাগক। নিজে নিজক ৰক্ষা নকৰিলে আনে কাকো ৰক্ষা নকৰে।" ইয়াৰ উপৰি উদ্দীপনাময়ী ভাষণত তেওঁ কৈছিল, "আত্মৰক্ষা কৰিবলৈকে অদম্য উৎসাহেৰে সাজু হৈ উঠক, নিৰ্ভীক বীৰদাপেৰে আগবাঢ়ক। শই শই, হাজাৰ হাজাৰ অসমীয়া ডেকা-গাভৰু কঠোৰ নিয়মানুবৰ্তিতাৰে, সুশৃঙ্খলিত দৃঢ়তাৰে, আজি আমাৰ মাতৃভূমিৰ, ভাষা-সংস্কৃতিৰ, সমাজ-অৰ্থ-

নীতিৰ ঘোৰ দুৰ্দিনত কঠোৰ সেৱাব্ৰতেৰে কৰ্মক্ষেত্ৰত জঁপিয়াই পৰক, যাওক, এনে সেৱাব্ৰতী শৃঙ্খলিত এদল আমাৰ পৰ্বতীয়া ভাইসকলৰ ঘৰে ঘৰে,—যাওক এদল থকা-মিলা খোৱা-লোৱাত, অনভিজ্ঞ, অশিক্ষিত, আন্ধাৰত পৰি থকা প্ৰত্যেকখন গাঁৱৰ চোতালে-পদূলিয়ে, যাওক এদল অসমৰ হাটে-বজাৰে, ধৰক এদল একাগ্ৰতাৰে সাহিত্য সেৱাত, যাওক এদল পতিত হৈ পৰি থকা মাটি কেডুখৰিলৈ। পৰ্বতীয়া অসমীয়াসকলক নিজৰ বুকুলৈ টানি আনক, গাঁৱলীয়াসকলৰ মনত শিক্ষাৰে জাতীয় চেতনা জগাই তোলক, নিজ দেশৰ মাটিখিনিৰ লগত, নিজ দেশৰ ভাই-ভনী কিটিৰ নাড়ীৰ সম্বন্ধ স্থাপন কৰি একাগ্ৰতাৰে বিৰাট সাহিত্য সৃষ্টি কৰক, হাট-বজাৰৰ বেহা-বেপাৰ হাতত লওক, মাটি কেডুখৰিত খেতি কৰি অপৰ্য্যাপ্ত খাদ্য শস্য উৎপন্ন কৰক, 'অসমীয়া সাহিত্যৰ বিৰাট স্ফূৰণ ঘটাই তোলাৰ পথ বিৰাটভাৱে মুকলি কৰক।" এইদৰে ৰায়চৌধুৰীদেৱে অসমৰ সমাজ, সাহিত্য, সংস্কৃতি আৰু সৰ্বতোপৰি জাতীয় ঐক্যলৈ দৃষ্টি ৰাখি বৃহত্তৰ অসমৰ বাণী শুনাই থৈ গৈছে। এই অধিবেশনতে অসমৰ ৰাজ্যিক ভাষা অসমীয়া হব লাগে বুলি এটি প্ৰস্তাৱ গৃহীত হয়। তেতিয়াৰপৰা ৰায়চৌধুৰীদেৱে ৰাজ্যিক ভাষা দাবী কাৰ্য্যকৰী কৰি তুলিবৰ কাৰণে পৰামৰ্শ আগবঢ়াই আছিল। চিলং অধিবেশনত ৰাজ্যিক ভাষা প্ৰস্তাৱ পুনৰ দাবী নকৰাৰ কাৰণে ৰায়চৌধুৰী ডাঙৰীয়া ক্ষুণ্ণ হৈছিল। গুৱাহাটীত বহা চতুৰ্বিংশ অধিবেশনতো তেওঁ ৰাজ্যিক ভাষা দাবী পুনৰ দোহাৰিবৰ কাৰণে কৰ্ম-কৰ্তাসকলক পৰামৰ্শ দিছিল। নগাঁৱত অনুষ্ঠিত হোৱা সপ্তবিংশ অধিবেশনত, ৰাজ্যভাষা প্ৰস্তাৱ পুনৰ গৃহীত হোৱাত আৰু শাসকীয় অধিনিয়মবদ্বাৰা আংশিকভাৱে হ'লেও ৰাজ্যভাষা দাবীয়ে বাস্তৱ ৰূপ লোৱাত তেওঁ কিছুদূৰ শান্তি লাভ কৰিছিল।

অদ্ভুত কৰ্মশক্তিসম্পন্ন, অমিত তেজা, জাতিৰ প্ৰাণত মৃতসঞ্জীৱনী সুধা ঢলা অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে শেহলৈ দেশৰ ভৱিষ্যত সম্পৰ্কে কিছু সন্দিহান হৈ পৰিছিল। সেয়েহে যোৱা বছৰ জুন মাহত ৰায়চৌধুৰী ডাঙৰীয়াৰ সৈতে আমাৰ যেতিয়া দেখা হয় তেতিয়া তেখেতে অতি বিষাদৰ সুৰত কৈছিল, "বাপা দেশ গেল। আৰু অসমীয়া জাতি তিষ্ঠি থকা টান হব।" অসম কেশৰীৰ এই সুৰত যি বেদনা নিহিত আছিল সি প্ৰকৃততে মৰ্মস্পৰ্শী। ডেকা-অসমক তেওঁ অফুৰন্ত কৰ্মপ্ৰেৰণা যোগাইছিল। অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনলৈ পঠিওৱা শুভেচ্ছা বাণীত ৰায়চৌধুৰীদেৱে সভাৰ দায়িত্ব আৰু কৰ্তব্যৰ কথা বাৰে বাৰে সোঁৱৰাই দিছিল।

# জাতীয় মহাসভা আৰু ৰায়চৌধুৰী

শ্ৰীৰমা বৰঠাকুৰ

১৯৩২ চনত গুৱাহাটীৰ 'জুবিলি গাৰ্ডেন'ত অসম ছাত্ৰ সন্মিলনৰ এক অধিবেশনত আমি কেইজনে 'যোৰহাট কলেজ'ৰ ( বৰ্তমান জগন্নাথ বৰুৱা কলেজ ) ছাত্ৰই যোগ দিছিলোঁ। তাত শ্ৰীনীলমণি ফুকন ডাঙৰীয়া সভাপতি আছিল। ৰাজহ মন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী (আইন কলেজৰ ছাত্ৰ) সম্পাদক আছিল, শ্ৰীপ্ৰভাতচন্দ্ৰ শৃংতিকৰ, বৰ্তমান বুনিয়াদী শিক্ষাৰ অধিকৰ্তা, সহকাৰী সম্পাদক আছিল আৰু আৰ্ল ল কলেজৰ অধ্যক্ষ জে. বৰুৱাই বিষয় বাছনি সভাত সভাপতিত্ব কৰিছিল। কটন কলেজৰ ছাত্ৰ শ্ৰীডিগম্বৰ কলিতাৰ এটা প্ৰশ্ন বৰ আমোদজনক আছিল। তেখেতে কৰা এটা প্ৰশ্ন মোৰ মনত এতিয়াও আছে—'ছাত্ৰ সন্মিলনৰ ছায়া-চিত্ৰ প্ৰদৰ্শনীৰ কাৰণে থকা 'মেজিক লেণ্টাৰ্ন' কাৰ বুকত গ'ল?' সেই অধিবেশনতে পোন প্ৰথম বাৰৰ কাৰণে ৰায়চৌধুৰী ডাঙৰীয়াৰ লগত দেখা সাক্ষাৎ হয়।

১৯৩৪ চনত আমি কটন কলেজৰ ছাত্ৰ, গুৱাহাটীৰ উজান বজাৰত 'মেছ' কৰি থাকোঁ। তেতিয়াৰ সাদিনীয়া অসমীয়াৰ আৰু বৰ্তমান 'নতুন অসমীয়া'ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা আইন কলেজৰ ছাত্ৰ। ৰায়চৌধুৰীদেৱ আমি শুই উঠাৰ আগতে সেইখিনি পায়গৈ। শ্ৰীবৰুৱাৰ লগত অনেক কথা আলোচনা কৰি ঘূৰি আহে। তেতিয়া তেখেতে পাণবজাৰৰ পশ্চিম ফালৰ এটা সৰু ঘৰত পৰিয়াল লৈ বাস কৰে। তেখেতৰ সৰু ছপাকল এটা আছিল। 'অৰুণা প্ৰেছ' নাম দিছিল। সেই সৰু ঘৰটোতে এটা মূৰত ঘঁহা তেল 'মায়াবিনী তেল' আৰু এটা চিয়াহী 'চেনেহী চিয়াহী' নাম দি উলিয়াই ছাত্ৰসকলৰ মাজত চলাবলৈ চেষ্টা কৰিছিল। অসমীয়া শিল্পত একেবাৰেই পিচ পৰা। তেখেতৰ মনত এই কথাই বৰ আঘাত দিয়ে। সেই কাৰণে 'উপদেশতকৈ আহি ভাল' ভাবি নিজে

ছাত্ৰৰ উপযোগী তেল আৰু চিয়াহী পি. এম. বাগচিৰ আহিত উলিয়াই অসমীয়া বাইজক উদগনি দিছিল।

তেখেতৰ কাম দেখি আৰু কথাবিলাক শুনি শুনি তেখেতৰ ওচৰ চাপিবলৈ মন গ'ল আৰু সাহ হ'ল। তেতিয়াৰপৰা সকলো কাৰ্য্যতে মই তেখেতৰ সোঁহাত হৈ পৰিলোঁ।

তেখেতৰপৰা শুনা আৰু পত্ৰাদিৰপৰা কিছু কথা তুলি দিবৰ ইচ্ছা কৰি এই প্ৰবন্ধ আৰম্ভ কৰিছোঁ। তেখেতৰ লগত 'জাতীয় মহা সভাৰ' কৰ্মী হিচাবে বৰ্তমানলৈকে কাম কৰি আছোঁ। এবাৰ অসমৰ সমস্যা-বিলাক ভাল ৰকমে আলোচনা কৰিবলৈ চিলঙত গভৰ্ণৰ আকবৰ হাই-দৰীৰ লগত জাতীয় মহা সভাৰ এটা দলৰ লগত মযো গৈছিলোঁ। তাৰ কেই বছৰমানৰ পাচত পুনৰ গুৱাহাটীত 'চাৰকুইট হাউচ'ত শ্ৰীপ্ৰকাশৰ লগত সাক্ষাৎ হয়। আমি মাত্ৰ দুজনে সকলো কথা জুকিয়াই লিখি নি তেখেতৰ ওচৰত দাখিল কৰোঁ আৰু প্ৰত্যেক বিষয় ভাল ৰকমে আলোচনা কৰোঁ।

১৯৪৮ চনত প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ ২২ অক্টোবৰত বহা কাৰ্য্য-নিৰ্বাহকৰ এক অধিবেশনত জাতীয় মহা সভাৰ তৰফৰপৰা তেখেত আৰু ময়ে গৈ ১১ দফীয়া এক স্মাৰক পত্ৰ দাখিল কৰোঁ।

দুটা দফা মাত্ৰ ৰাইজৰ জ্ঞাতাৰ্থে ইয়াত প্ৰকাশ কৰা হ'ল।

৫ নং "That according to the direction issued by the Central Govrenment under date 17th August 1948, to all the provincial Govts. that—"No Govt. grant in aid or patronage in any form should be given to commercial organisation which induldge in political activities". The Grant-in-aid made by Assam Govt. to the Bengali and such other educational institutions be withdrawn, since these institutions have been the centre of their communal political activities.

১১নং "That the Assam Govt. and the Assam Congress should fight for insertion of Dual-Citizenship in the Draft constitution and get rid of the provision in it which allows representatives from Autonomous Districts to Provincial Legislature."

ৰায়চৌধুৰী শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বংশধৰ। তেখেতে সেই কথা কোৱাৰ লগতে মোক এই কথাও কৈছিল যে আমাৰ উপাধিবিলাক চৌধুৰী অৰ্থাৎ



মাটিৰ গৰাকী। মোৰ উপাধি হ'ল মাটিৰ গৰাকী কিন্তু মোৰ নিজা মাটি নাই। (ৰামৰায় আৰু বনগয়াগিৰীৰ নাম উল্লেখ কৰিব পাৰি) তেখেতে নিজৰ নামৰ লগত লিখা গিৰী শব্দটো তেখেতৰ পিতাকে দিয়া নাম আৰু সেই আহিতে তেখেতে তেখেতৰ পুতেকৰ নাম 'ভগগিৰী' দিছিল।

১৯৫০ চনত মাটি নথকা লোকক মাটি দিয়াৰ কথা উঠিছিল। গুৱাহাটী নগৰৰ আশে-পাশে অনেক লোকে মাটি পালে। ৰায়চৌধুৰীক সেই সময়তে মাটিৰ কাৰণে চৰকাৰলৈ লিখিবলৈ কেইবা জনেও কোৱাত তেখেতে অনিচ্ছা সত্বেও লিখাত মাটি দিবলৈ হুকুম হ'ল। গুৱাহাটীৰ ভেটেৰি-নেৰী হস্পিতালৰ পিচ ফালে ৰেলৰ আলিৰ উত্তৰে অলপমান মাটি দিবলৈ হুকুম হয়। মোক লগত লৈ মাটি চালে, কিন্তু মাটি গ্ৰহণ কৰিবলৈ সাহ নহ'ল। হতাশ হৈ ঘূৰি আহিল—'এই পিতনি পোটাত মোৰ টকা ক'ত? ঘৰ সজা দূৰৰ কথা।' মাটি লোৱা নহ'ল যদিও তেখেতৰ মুখ বন্ধ কৰি মাটি থকা অনেক কংগ্ৰেছী লোকে নিজৰ নামতে নাইবা বেনামীকৈ হেনো গুৱাহাটী নগৰতে অনেক মাটি ললে। সেই কথা গুৱাহাটীবাসীয়ে ভালকৈ জানে।

১৯১৫ চনতে 'ডেকা-অসম'ৰ জন্ম। ৯ বছৰ চলি মাজে মাজে ১২ বছৰ চলন-শক্তি ৰহিত হৈ পুনৰ ১৯৫৬ চনৰপৰা ওলাবলৈ ধৰে।

'ডেকা অসম' বাতৰি কাকতখন মহাত্মা গান্ধীৰ 'হৰিজন' কাকতৰ আহিত উলিয়াইছিল। নিজে অনেক খৰচ কৰি প্ৰয়োজন মতে লঘোনে থাকি হ'লেও কাকতৰ প্ৰচাৰ নিয়াবিকৈ চলাইছিল। তেখেতৰ 'অৰুণা' প্ৰেছতে সেই কাকত ছপা কৰিছিল। নিজে আখৰ বাছে, আনকি নিজে ছপাৰ সকলো কাম কৰে। ১৯১৫ চনত উজান বজাৰ আৰু পাণ বজাৰত নিজে এহাতে লাঠিডাল লৈ আৰু আনহাতে কাগজৰ বোজাটো লৈ কাগজ বিলাই ফুৰা মোৰ মনত আজিও সৌ সিদিনাৰ কথা যেন লাগিছে। টকাৰ অভাৱত নিয়মিয়াকৈ কাকতখন উলিয়াব নোৱাৰিছিল আৰু সময় মতে গ্ৰাহকলৈ পঠাব নোৱাৰিছিল; সেই কাৰণে 'ডেকা অসম'ত তাৰিখ বা সংখ্যাৰ কথা উত্থাপন নকৰিছিল। গ্ৰাহকলৈ আগতে জাননী দি পাচত ভিঃ পিঃ কৰি কাগজ পঠাইছিল। ভিঃ পিঃ ঘূৰাই পঠাই তেখেতক অনেক লোকচান অসমীয়ায়ে কৰাইছিল। কাগজ নালাগে বুলিও নকয় আৰু টকাও নিদিয়ে। ভিঃ পিঃ ঘূৰি অহাৰ পাচতো তেখেতে সেই গ্ৰাহকলৈ কাগজ পঠায়ে থাকে। মই যদি সোধোঁ পুনৰ কাগজ কিয় পঠাইছে, তেখেতে কয় যে কাগজ পঢ়ি মন শুদ্ধ হওক আৰু দায়িত্ব-জ্ঞান লাভ কৰক।

'ডেকা অসম' তেখেতৰ পাশুপাত অস্ত্ৰ আছিল। কাৰোবাৰ লগত

মতভেদ হ'লে তেখেতে কৈ উঠে—মই 'ডেকা অসম'ত এই কথা প্ৰকাশ কৰিম। ইয়াৰ বাবে তেখেতে মানুহৰ ওচৰত বৰ অপ্ৰিয় হৈছিল। অনেকে দেখা দেখিকৈ তেখেতৰ বিৰোধ কৰিছিল।

অসমীয়া ভাবাপন্ন বাহিৰৰ লোকক তেখেতে আপোন কৰি লৈছিল। অসমীয়া ভাষা গ্ৰহণ কৰি স্থায়ীভাৱে অসমত বাস কৰি অসমীয়াৰ স্বাৰ্থ ৰক্ষা কৰা লোকক তেখেতে কেতিয়াও পৰ বুলি নাভাবিছিল। আনকি চৰকাৰী মাটিত নেপালীবিলাকে বহি খেতি কৰা আৰু গৰু-মহ ৰখা কাৰ্য্যৰপৰা চৰকাৰে উচ্ছেদ কৰা কাৰ্য্যত তেখেতে বাধা দিয়া অনেক প্ৰমাণ আছে। গুৱাহাটী প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যনিৰ্বাহকৰ অধিবেশনত মাটিহীন অসমীয়াক মাটি দিব লাগে বুলি কৰা দাবীৰ সন্দৰ্ভত শ্ৰীবিষ্ণুৰাম মেধীয়ে তেখেতক এই প্ৰশ্ন কৰিছিল—"আপুনি নেপালীক মাটি দিবলৈ কিয় কয়?" তাৰ উত্তৰত তেখেতে কয়—"নেপালীয়ে অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়াৰ লগত মিলি থাকে। সিহঁত অসমীয়া। বৃহত্তৰ নেপাল গঠনৰ সপোন নেদেখে, সিহঁতে অসমৰ ৰক্ষাৰ কাৰণে মিলিটেৰীত যোগ দি প্ৰাণ দিবলৈ আছে আৰু পলৰীয়া হৈ ভগনীয়া হৈ আন দেশত আশ্ৰয় নলয়হি।"

অসমৰ মাজেদি চলা ৰেলত অসমীয়াৰ সকলো ফালৰপৰা বিপদ। 'অসম বেঙ্গল ৰেল' বৰ্তমান 'নৰ্থ ইষ্টাৰ্ণ ৰেল'ৰ কৰ্মচাৰীয়েই বোলক, যাত্ৰীয়েই বোলক, নাইবা কাৰবাৰীয়েই বোলক অনা অসমীয়াৰ দ্বাৰা পৰিপূৰ্ণ। তাত নিৰীহ অসমীয়াৰ স্থান নাই। মাত মাতিবলৈ সাহ কৰিব নোৱাৰে। বন্ধু-বান্ধৱৰ অনুৰোধত নিৰাপত্তাৰ কাৰণে তেখেতে ৰেলত ভ্ৰমণ নকৰিছিল। মটৰ ভাৰা কৰি অসমৰ ইমূৰৰপৰা সিমূৰলৈকে ঘূৰি লোকপিয়লৰ সময়ত ১৯৩১, ১৯৪১ আৰু ১৯৫১ চনত নানা কষ্ট কৰি ঘূৰি ঘূৰি অসমীয়া জাতিৰ নিৰাপত্তা, আত্ম-প্ৰতিষ্ঠা আৰু জাতি হিচাবে জীয়াই থাকিবৰ কাৰণে সকলোকে একগোট হবলৈ অনুপ্ৰেৰণা দিছিল। ভৱিষ্যতে অসমীয়াৰ কি বিপদ হব পাৰে তাৰ আগতীয়াকৈ সম্ভেদ দি ফুৰিছিল। যোৰহাটৰ মটৰৰ মালিক শ্ৰীভোলা শইকীয়াৰ (সেই সময়ত ভোলা ড্ৰাইভাৰ বুলি জনাজাত) এই ক্ষেত্ৰত সহযোগ লেখত লব লগীয়া। শ্ৰীশইকীয়াই মাহ জুৰি তেখেতৰ ভাৰা-মটৰ ৰায়চৌধুৰীক দি তেখেতৰ লগতে প্ৰায়বিলাক সভা সমিতিত উপস্থিত থাকে। শ্ৰীশইকীয়াৰ সাহ আৰু কৰ্তব্য-পৰায়ণতাৰ তেখেতে অতি প্ৰশংসা কৰে।

তেখেতে ১৬।১।৪৭ তাৰিখে গুৱাহাটীৰপৰা লিখিছিল—

"মোৰ ভোগালী বিহুৰ শুভেচ্ছা সকলোটিয়ে গ্ৰহণ কৰিবা। মোৰ



বুকু ভাগি গৈছে। জোৰ লাগিবৰ আশা দেখা নাই। তোমাৰ সম্বন্ধে ডাঃ ভুবনেশ্বৰ বৰুৱাক শ্ৰীগোপালৰ দ্বাৰাহে সোধাম বুলিছোঁ। কাৰণ জাতীয় মহাসভাৰ কৰ্মীদলে মহিলা সমিতিৰ সূতা বিক্ৰিৰ কেলেঙ্কাৰি উলিয়াই দিয়া বাবে তেওঁ মোৰ ওপৰত ভয়ঙ্কৰ অসন্তুষ্ট। কাৰণ তেওঁৰ সহধৰ্মিণীও মহিলা সমিতিৰ যুটীয়া সম্পাদিকা।

"মোৰ বুকু কিয় ভাগি গৈছে, বোধহয় বুজিছা। মানুহৰ কৰ্মশক্তিৰো এটা সীমা আছে। দেখিছোঁ আমাৰ দৰে মানুহৰ সীমাবদ্ধ কৰ্মশক্তি অসমীয়া ৰাইজৰ ওচৰত সদায় পৰাভূত হৈছে। কাৰো জাতীয় মহাসভাৰ ওপৰত শ্ৰদ্ধা নাই। সকলোকে লাগে কিন্তু জাতীয় মহাসভাৰ নিৰ্দেশ মতে চলিবলৈ বা কাম কৰিবলৈ প্ৰস্তুত নহয়। এনে অৱস্থাত জাতীয় মহাসভাৰ উদ্দেশ্য সফল হয় কেনেকৈ? সংৰক্ষিণীৰ দিনৰপৰা জাতীয় মহাসভাৰ দিনলৈকে এই দুটা অনুষ্ঠানৰ নেৰা-নেপেৰা চেষ্টাত কিমান হাজাৰ অসমীয়া উপকৃত হ'ল। কিন্তু এই সকলৰ এজনৰপৰাও 'জাতীয় মহাসভা'ৰ দেশ ৰক্ষক, জাতিৰক্ষক নীতি সবল নহ'ল। এতিয়া শেষ মুহূৰ্ত যিখিনি আছিল সিখিনিও যাওঁ যাওঁ। গতিকে যন্ত্ৰৰ সাৰ্থকতা ক'ত?"

অসমীয়া ডেকাক ব্যৱসায়ত আগ বাঢ়িবলৈ উদগনি দি ফুৰিছিল। ১৯৩৪ চনত মই কটন কলেজত বি. এ. শ্ৰেণীৰ ছাত্ৰ; মোৰ ককাইদেউ শ্ৰীৰাধানাথ বৰঠাকুৰ ল' কলেজৰ ছাত্ৰ। সেই সময়ত পাণবজাৰত অসমীয়া কাৰবাৰ আৰম্ভ কৰিবলৈ অসমীয়া ডেকাক তেখেতে বৰকৈ কৈ ফুৰিছিল। তেখেতৰ কথাতে আমি অনুপ্ৰাণিত হৈ পাণবজাৰত এটা ভাৰাঘৰ লৈ 'হেপিলজ' নাম দি এটা হোটেল খোলোঁহক। বৰ্তমান সেই হোটেল নিজা মাটি আৰু নিজা ঘৰত পল্টন বজাৰত ভাল ৰকমে চলি অসমীয়া ৰাইজৰ সেৱা কৰি আহিছে। ইয়াৰ শাখা এটা বৰ্তমান চিলঙতো আছে। যুদ্ধৰ দিনতে যোৰহাটৰ ১৯৪২ চনত খোলা শাখাটো বন্ধ হ'ল যেতিয়া মিলিটেৰীয়ে হোটেলৰ ঘৰটো তেওঁলোকৰ কাৰণে লৈ পেলালে। সেই একে সময়তে শিৱসাগৰৰ শ্ৰীবিবেকা ভঁৰালীয়ে বি. এচ-চি. পাছ কৰি খেলাৰ বস্তুৰ দোকান আৰম্ভ কৰে। 'বি, এন, দে'ৰ ওচৰতে এটা সৰু কোঠা লৈ তেখেতে নিজ হাতে ৰেকেট আদি মেৰামতি কৰে। সেই ব্যৱসায়ত লাগি থাকি আজি পাণবজাৰত থকা 'ভৰালী ব্ৰাডাৰ্চ' অসমৰ প্ৰধান ব্যৱসায় প্ৰতিষ্ঠানত পৰিণত হৈছে।

তেখেতে ব্যৱসায় আৰম্ভ কৰিবলৈ কোৱাৰ লগতে সকলো মানুহকে অসমীয়া কাৰবাৰীক সহানুভূতিৰ চাৱনিৰে চাবলৈ অনুৰোধ কৰি ফুৰিছিল।





নিজে আহি আমাৰ হোটেলত তেখেতে এসাজ খাই গৈছিলহি। পিচতো আমি গুৱাহাটীলৈ [illegible]লেই ২।৩ বছৰৰ আগলৈকে একে লগে বহি এসাজ অতি ৰং মনেৰে খাওঁহঁক। এনেকৈ একেলগে খোৱা প্ৰত্যেক বছৰতে এবাৰ হোৱাটো এটা নিয়মত পৰিণত হৈছিল।

হোটেল প্ৰথমতে খোলোঁতে সেই সময়ৰ ল কলেজৰ অধ্যক্ষ জে. বৰুৱা, বৰ্তমান অসমৰ I. G. P. শ্ৰীভৱানীপ্ৰসাদ বৰুৱা (তেতিয়া আইন কলেজৰ ছাত্ৰ) বি, এন, দে, কোম্পানীৰ মালিক তিনকৰি বাবু আদিয়েও সেই ভোজ সভাত অংশ গ্ৰহণ কৰে। জে, বৰুৱাই বৰ জোৰেৰে কোৱা কথা মোৰ এতিয়াও মনত আছে। Borthakur, don't over do. Give 'Khar' to 'Tinkaribabu'.

দেশ বিভাজনৰ পাচত অসমৰ পৰিস্থিতি বেচি উদ্বেগজনক হৈ পৰে। ১৭।১১।৪৮ তাং তেখেতে দিয়া পত্ৰ :

১। "পূৰ্বাচল প্ৰদেশ হওক বা নহওকেই মণিপুৰী, খাচী, লুচাই, গাৰোসকলে অসমীয়া ভাষা ৰাষ্ট্ৰভাষা হোৱাত বাধা দিয়কেই বা নিদিয়কেই যেতিয়ালৈকে অসমীয়াসকলে নিজৰ ভিতৰত জাতীয় চেতনাৰ উন্মাদনা লৈ আত্মৰক্ষা কৰিবলৈকে দৃঢ় পণ লৈ থিয় নহব, তেতিয়ালৈকে অসমীয়াৰ আৰু অসমৰো নিস্তাৰ নাই। অসমীয়াক নিজৰ বাহিৰে আন কোনেও ৰক্ষা কৰিব নোৱাৰে।

২। "বৰদলৈ দিল্লীৰপৰা অহা নাই। গাৰ অসুস্থতাৰ বাবে শ্ৰীসিদ্ধি শৰ্মাকো লগ ধৰিব পৰা নাই। সেই বাবে 'চবডেপুটি' জনৰ বিষয়ে কব পৰা নাই। কংগ্ৰেছীসকলে এইবোৰ কথাকে আৱশ্যকীয় বুলি নাভাবে। তুমি, যোৰহাট জাতীয় মহাসভাৰ পক্ষৰপৰা Refugee কাম ভাল দৰে কৰিছে বুলি উল্লেখ কৰি আৰু তেওঁৰ দৰে অসমীয়াৰ স্বাৰ্থলৈ চাই বঙালীৰ ষড়যন্ত্ৰ ব্যৰ্থ কৰি কাম কৰি থকা 'চব ডেপুটী' এজন তাত নহ'লে আৰু অন্যায় হব পাৰে নাইবা বদলি কৰা হয় যদিও টংলা, সৰুপেটা আৰু গোৱালপাৰা, কামৰূপ, দৰং যি কোনো বঙালীৰ অভিসন্ধিমূলক ঠাইত দিবলৈ এখন Premier, Reform Commission আদিলৈ সোনকালে লিখা। মই যি পাৰোঁ এই ফালে কৰিম।"

অসমীয়া ৰাইজে 'ডেকা অসম'ক বৰকৈ মৰম নকৰিলেও বাহিৰৰ মানুহে ইয়াক বৰ শক্তিশালী কাগজ বুলি ভাবি বিজ্ঞাপন দিবৰ কাৰণে তেখেতলৈ বাৰে বাৰে লিখাৰ প্ৰমাণ আছে। বিজ্ঞাপন দি ব্যৱসায় কৰিবলৈ তেখেতে 'ডেকা অসম' প্ৰকাশ কৰা নাছিল। তেখেতৰ উদ্দেশ্য আছিল অসমীয়া জাতিক এটা সুস্থ সবল জাতি হিচাবে ভাৰতৰ আন আন



জাতিৰ লগত ফেৰ মাৰি থাকিব পৰা শক্তি লাভ কৰা। বাহিৰৰ বস্তু অসমীয়াৰ মাজত বিক্ৰি কৰি অসমক বঙাল কৰা আৰু অসমীয়া ৰাইজক ভুৱা দি ঠগ কৰাৰ সুবিধা দিবলৈ তেখেত সাজু নাছিল। এই কথা তেখেতৰ প্ৰাণে সহ্য নকৰিছিল।

১৯।৪।৫০ চনৰ চিঠিত নগাঁৱৰপৰা লিখিছে :—

"মই নগাঁৱলৈ আহি অসুস্থ হৈ পৰিলোঁ। মোৰ 'হাৰ্ণিয়াটো' পুনৰ আৰম্ভ হ'ল। মূৰৰ অসুখো যথেষ্ট। কালিলৈ নগাঁৱৰ ৰাজহুৱা সভাটো শেষ কৰি গুৱাহাটীলৈ যাম। যোৰহাটলৈ যাম বুলি স্থিৰ কৰিছিলোঁ কংগ্ৰেছীসকলৰ ৰাষ্ট্ৰীয় সভাত জাতীয় মহাসভাৰপৰা এটা শান্তিপূৰ্ণ demonstration দিম বুলি। কিন্তু নোৱাৰিলোঁ।

শ্ৰীমান হৰগোবিন্দ আৰু শ্ৰীমান হৰিপ্ৰসাদ নেওগ আদিক লগ ধৰি বিষয়ৰ গুৰুত্বটো উপলব্ধি কৰাই সকলো ছাত্ৰ-ছাত্ৰী আৰু গাঁৱৰ ৰাইজকো লৈ ২।৩ হাজাৰ মানুহৰ সৈতে ইয়াৰ লগত দিয়া কাকতখনৰ কথাখিনিৰে কেইখনমান প্লেকাৰ্ড লৈ শান্তিপূৰ্ণ আৰু শৃঙ্খলিতভাৱে ৰাষ্ট্ৰীয় সভাত শ্ৰীবিশ্বনাথ দাস, গভৰ্ণৰ, মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰী, কংগ্ৰেছ প্ৰেচিডেণ্ট আদিৰ চাৰিওফালে ঘূৰি এটা demonstration দিয়া আৰু জাতীয় মহাসভাৰ আটাই কেইজনৰ সমুখত এটা ডেপুটেচন গৈ এই দাবীবিলাক উপস্থিত কৰিবা।

১। অসমীয়া ভাষাক অসমৰ আঞ্চলিক ৰাষ্ট্ৰভাষা আৰু শিক্ষাৰ বাহন বুলি অসম চৰকাৰে তুৰন্তে ঘোষণা কৰক।

২। অসমৰপৰা বঙালী স্কুলবিলাক তুৰন্তে উঠাই দিয়ক।

৩। যোৱা বছৰতে চাৰে চাৰি লাখ বঙ্গ মুছলমানৰ উপৰিও ৫ লাখ বঙ্গৰ হিন্দু ভগনীয়া সোমাইছে। এই বছৰৰ জানুৱাৰী মাহত নকৈ এক লাখ কুৰি হাজাৰক চাহ বাগিচাৰ ৬০ হাজাৰ একৰ মাটিত বহুৱা হব বুলি চিলঙত বৰদলৈয়ে সংস্থাপন মন্ত্ৰীদপ্তৰৰ যুটীয়া সম্পাদকদ্বয়ৰ লগত বন্দৱস্ত কৰিছে। মাৰ্চ মাহত কলিকতাত গৈ অসমৰ মুখ্যমন্ত্ৰী বৰদলৈয়ে প্ৰধান মন্ত্ৰী নেহৰুৰ লগত পুনৰ পঞ্চাশ হাজাৰক অসমত বহুৱাবলৈ স্থিৰ কৰি আহিছে। সিদিনাখন কেন্দ্ৰীয় সংস্থাপন মন্ত্ৰী চেক্সনাই পুনৰ ডেৰলাখ কাছাৰত বহুৱাবলৈ স্থিৰ কৰি আহিছে। আজি আকৌ দুই লাখক বহুৱাবলৈ কেন্দ্ৰীয় চৰকাৰে ১১॥ লাখ টকা দিয়াৰ খবৰ ওলাইছে। এইদৰে অসমলৈ দিনৌ হাজাৰ হাজাৰ আহি থকা বঙ্গ ভগনীয়া অসমত বহুৱাই অসমীয়াক নিৰ্মূল কৰিবলৈ দিহা কৰা হৈছে।

৪। বঙ্গই কাকতে-পত্ৰে অসমক বৃহত্তৰ বঙ্গৰ অন্তৰ্ভুক্তি কৰাৰ কথা

খোলোচাকৈয়ে প্ৰকাশ কৰিছে। এনেস্থলত কলিকতাত প্ৰধান মন্ত্ৰী নেহৰুৰ লগত মুখ্যমন্ত্ৰী ৰবদলৈয়ে স্থিৰ কৰি অহা বিহাৰ উৰিষ্যাৰ পৰিমাণে পঞ্চাশ হাজাৰৰ এজনো বেচি বঙ্গ ভগনীয়াকো নলবলৈ অসমীয়া ৰাইজ বদ্ধপৰিকৰ। যি স্থলত এই সীমাহীন বঙ্গ ভগনীয়াৰ উদ্দেশ্য অসমক গ্ৰাস কৰি বৃহত্তৰ বঙ্গ বহল কৰা, সেই স্থলত অসমীয়াই কিয় তাত বিৰোধ নকৰিব। তাকো বিহাৰৰ দৰে ৬ মহীয়া চৰ্ত্ততহে অসমত থাকিবলৈ দিয়া হব। অৱশ্যে এই ৫০ হাজাৰৰ যি সকলে অসমীয়া ভাষাক নিজৰ ভাষা বুলি তাৰ মাধ্যমেৰে শিক্ষা লাভ কৰি অসমীয়াৰ লগত সকলো প্ৰকাৰেৰে মিলি যাবলৈ ইচ্ছা কৰিব সেই সকলক অসমীয়াই গ্ৰহণ কৰিব।

✓ ৫। অসমৰ খিলঞ্জীয়া ১৫ লাখ মাটিহীন অসমীয়াক মাটি দিয়াৰ ব্যৱস্থা নকৰি এই ৫০ হাজাৰৰ এজনকো অসমৰ মাটি দিয়া নহব।"

অসম জাতীয় মহাসভাখন অসমীয়া ৰাইজৰ ভালৰ কাৰণে স্থাপন কৰা হৈছিল, কিন্তু অনেকে তাক ভুল কৰি তাৰ বিৰুদ্ধে নানা ৰকমে মিছা প্ৰচাৰ কৰিছিল। ১০ম বছৰ ২য় সংখ্যা 'ডেকা অসম'ৰপৰা তলৰ কথাখিনি তুলি দিয়া হ'ল—

"৩০ বছৰৰ আগৰ 'সংৰক্ষিণী সভা'ৰ দিনৰপৰা আজি 'জাতীয় মহাসভাৰ' দিনলৈকে—পৰ্বত-ভৈয়াম জুৰি অসমৰ অসমীয়াৰ ভাষিক, সাংস্কৃতিক, আৰ্থিক, সামাজিক, ৰাজনৈতিক, ভৌগোলিক অস্তিত্ব সংৰক্ষণৰ আৰু সংবৰ্দ্ধনৰ হকে সেই কথা কেইষাৰ আৰু উদ্দেশ্যটোৰ বাহিৰে আন একো নাই। তেতিয়াৰপৰা আজিলৈকে 'জাতীয় মহাসভা'ই পৰ্বত-ভৈয়াম বাসী অসমীয়াৰ সৰ্ববিষয়ক স্বাৰ্থ ৰক্ষাৰ্থে নেৰা-নেপেৰাকৈ যুজি আছে—কোনো এটা বিষয়তে ত্ৰুটি ঘটোৱা নাই, তাত সহযোগ দিবলৈ দেশবাসীক নানা প্ৰকাৰে আহ্বান জনাই আছে। এই পুৰণি অনুষ্ঠানটোৰ নাম সমগ্ৰ ভাৰততে প্ৰতিষ্ঠিত হৈ উঠিছে। এনে অৱস্থাতো একে উদ্দেশ্য লৈ একে কথাকে কৈ কাম কৰি থকা প্ৰতিষ্ঠাৱান পুৰণি অনুষ্ঠান এটাত সহযোগ দি তাৰ ভাৰ বহন কৰিবলৈ অস্বীকাৰ কৰি কেইজনমানে নতুন অনুষ্ঠান এটা গঢ়িবলৈ চেষ্টা কৰাৰ কি প্ৰয়োজন ?

'জাতীয় মহাসভা'খনকে দায়িত্ব লৈ শক্তিশালী কৰক, ইয়াক চলাই যক। তাৰ উত্তৰ নিদি আত্মীয়কসকল মোৰ ওচৰৰপৰা দূৰ হ'ল।"

১৭।৯।৪৯ তাৰিখে লিখা :—

"কাছাৰ, মণিপুৰ, ত্ৰিপুৰা লৈ যি আন্দোলন চচিয়েলিষ্ট পাৰ্টিয়ে কৰিব খুজিছে, সেই সম্বন্ধে 'জাতীয় মহাসভা'ৰ মত অন্য ৰকমৰ। মই ডেকা অসমত দিয়া বিবৃতিৰপৰা জানিব পাৰিবা। এই সম্বন্ধে কোনো সভা সমিতিত জাতীয় মহাসভাৰ পক্ষৰপৰা সম্প্ৰতি একো ভাগ নলবা।"



৭।৭।৫৯ যোৰহাটত পুলিচৰ গুলীত প্ৰাণী হত্যাটো যি বিষয় উপলক্ষ্য কৰি ঘটিছে, সেইটো মহা পাপ, অসমীয়া জাতিৰ নিজৰ বস্তু নহয়। বাহিৰৰপৰা অহা পাপৰ সোঁত। নিজস্ব হেৰুৱা অসমীয়া জাতিয়ে সেই সোঁতত উটি বুৰি আত্মবিলোপৰ ফালে আগ বাঢ়িছে। অসমীয়া জাতিয়ে আত্মচেতনা লাভ কৰি এই আত্মধ্বংসী সোঁতৰ বিপৰীতে উভতি উঠি আত্মৰক্ষা কৰি ভাৰতৰ ভিতৰত সাম্প্ৰদায়িকতাহীন আদৰ্শ ৰাজ্যৰ চিৰকলীয়া মৰ্য্যাদাটো ৰক্ষা কৰি স্বীয়-গৌৰৱেৰে বতি থাকিব পৰা শক্তিৰ—এধানি মানো অন্তৰত সাঁচি ৰাখিব পৰাটোও মোৰ সন্দেহ গধুৰ হৈ আহিছে। সকলো ইচ্ছাময় ভগৱানৰ ইচ্ছা। এই ঘটনা সম্পৰ্কে চৰকাৰে তদন্তৰ বাবে নিয়োগ কৰা ন্যায়িক আয়োগৰ আগত উচিত সাক্ষী প্ৰমাণবোৰ উপস্থিত কৰি ঘাই কাৰণটো পোহৰলৈ আনিবলৈ যত্ন কৰাটোৱেই এতিয়া সকলোৰেই কৰ্তব্য। আশা কৰিলোঁ, অসমৰ নিজস্ব ৰক্ষাকামী সকলো যোৰহাটবাসীয়ে এই বিষয়ত তিল মানো হেলা নকৰিব।'

'বাতৰি কাকতে জাতীয় মহাসভাৰ প্ৰস্তাৱ আদি আৰু তেখেতৰ লিখাবিলাক প্ৰকাশ নকৰাত তেখেতৰ খেদ আৰু তেজপুৰ ছোৱালী হাইস্কুলৰ বঙালী ছোৱালী বিলাকৰ উৎপাতৰ প্ৰতিক্ৰিয়া ২২।২।৪৯ তাৰিখে লিখা চিঠিত প্ৰকাশ পাইছে।

"কাৰ্য্যনিৰ্বাহক সভাৰ প্ৰস্তাৱ কেটা ইয়াত ট্ৰিবিউনেতো নছপায়েই অসমীয়ায়ো নছপালে। মুঠৰ ওপৰত জাতীয় মহাসভাৰ কথা দুই চাৰিটা প্ৰকাশ কৰে যদিও, আনুষ্ঠানিকভাৱে 'জাতীয় মহাসভাক' শক্তিশালী হ'লে আন বিলাকৰ নেতৃত্ব যাব বুলি ভয় কৰে। 'জন্মভূমি'লৈ পঠালোঁ। তুমি নিজে ভূঞাক (তেতিয়াৰ সম্পাদক শ্ৰীদুলাল ভূ।) ধৰি গোটেইখিনি যেনে তেনে প্ৰকাশ কৰিবা। 'মই ডেকা-অসম'তো প্ৰকাশ কৰিম।

"তেজপুৰ ছোৱালী হাইস্কুলৰ বঙালী ছোৱালীসকলৰ উৎপাতৰ কথা শুনিছা। 'অসমীয়া'ত আৰু বঙালী কাকতবিলাকত পঢ়িবা। এই বাবে ২৭ ফেব্ৰুৱাৰী ৰবিবাৰে মই গোটেই অসমত ছাত্ৰ-ছাত্ৰী আৰু অসমীয়া ৰাইজৰ 'বঙালী অসমীয়া ভাষা বিদ্বেষ প্ৰতিৰোধ দিন' পালনৰ গোহাৰি জনাইছোঁ। এই সম্বন্ধে মোৰ চিঠি এখন ২২ ফেব্ৰুৱাৰীত 'অসমীয়া'ত প্ৰকাশ হৈছে। সেইমতে যোৰহাটতো এখন সভা পাতি প্ৰস্তাৱ গ্ৰহণ কৰি শোভাযাত্ৰা কৰি কেন্দ্ৰীয় অসম কৰ্তা সকললৈ পঠাবা। শ্ৰীমান অনিলক (শ্ৰীঅনিল ৰায়চৌধুৰী বি.কম. বৰ্তমান গুৱাহাটী

বিশ্ববিদ্যালয়ৰ কৰ্মচাৰী) যোৰহাট কলেজ-হাইস্কুলৰ ছাত্ৰ-ছাত্ৰীসকলক এই বিষয়টো উৎসাহেৰে হাতত লবলৈ কবা। তেজপুৰৰ এই issueটো লৈয়েই অসমখন অসমীয়াৰ নে আনৰ সেইটো স্থিৰ হব।"

১৪।৫।৪৯ তাৰিখৰ চিঠিত লিখিছে—

"চিলঠীয়া বঙ্গালীয়ে চলোৱা শিলচৰৰ ইংৰাজী কাকত এখনে অসমীয়াৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্য্য চলোৱাৰ প্ৰতিকাৰ বিচাৰি মোলৈ এখন চিঠি দিছে। কিন্তু অসমীয়াই নিজ মৃত্যুৰ এই শেষ সীমাত উপস্থিত হোৱা মুহূৰ্তত এক মাত্ৰ জাতীয় মহাসভাৰ আদৰ্শ আৰু নীতিৰে পৰ্বত ভৈয়ামৰ অসমীয়া সংগঠিত হোৱাৰ বাহিৰে আন একো প্ৰতিকাৰ নাই।..."

তেখেতে দিয়া পত্ৰবিলাক প্ৰায়ে আমি নাপাওঁহক। বহুত পত্ৰ ডাকঘৰৰপৰাই হেৰায়। তাৰ প্ৰতিকাৰ কৰিব পৰা নহয় যিহেতু প্ৰায়বিলাক ডাক ঘৰতে অসমীয়া বিৰোধী লোকবিলাক সক্ৰিয় হৈ থাকে।

১৪।৫।৪৯ তাং পত্ৰৰপৰা কিছু কথা তলত দিয়া হ'ল। অসুস্থ শৰীৰ আৰু অৰ্থৰ অভাৱে তেখেতক কামত বাৰুকৈ বাধা দিছিল—

"মোৰ শাৰীৰিক মানসিক অসুস্থতা আৰু ডাক খৰচৰ ভয়তেই উত্তৰ দিয়া নাই যদিও তুমি কৰ্তব্য কৰি আছা বাবে পলমকৈ লিখিলেও হব বুলি ভাবি আছিলোঁ। সমস্যাবোৰ ক্ৰমে জটিলতৰ আৰু গুৰুত্বপূৰ্ণ হৈ আহিছে। বহু সময়ত এই অসুস্থতা লৈয়ে কৰ্তব্য কৰিবলগীয়া হৈছে। এতিয়া সৰ্বতোভাৱে জাতীয় মহাসভাক প্ৰবলকৈ শক্তিশালী কৰি তোলাটোহে হৈছে অসমক আৰু অসমীয়া জাতিক ৰক্ষা কৰিবলৈ ইচ্ছা কৰা প্ৰত্যেকজন অসমীয়াৰ কৰ্তব্য। এনে কৰিব লাগিলে আমি সৰাইখোৱাই যি কেজনে জাতীয় মহাসভাৰ ভাৰ লৈ আছোঁ সেই কেইজনে মৰণত শৰণ দি কাম কৰিব লাগিব। মই গা ভাল পালেই যোৰহাটৰ ফালে একোবাৰ এটা 'পোগ্ৰাম' কৰি ওলাই যাম। কিন্তু ধুবুৰীৰ ফালেও যাব লাগিব। দৰঙৰ ফালেও যাব লাগিব। কোনফালে আগতে যাম ঠিক কৰিব পৰা নাই। কৰ্তব্যৰ বিস্তীৰ্ণ ক্ষেত্ৰ আগত—হেলা কৰিব নোৱাৰোঁ। কিন্তু শক্তি সামৰ্থ্য নাই।

শ্ৰীচেক্সনাৰ লগত কথা হওঁতে তুমি লিখা চিঠিৰো মই উল্লেখ কৰিছিলোঁ। ফলাফলবিলাক বাতৰি কাকতত দেখিছাই। দেশ সেৱাক পেট পোহা ব্যৱসায় হিচাবে ললে তাত সকলো প্ৰকাৰৰ দুৰ্নীতি সোমোৱাটো অনিবাৰ্য্য। হয়তো বিশ্ববিদ্যালয়ৰ তুমি উল্লেখ কৰা ক্ষেত্ৰতো তেনেই হৈছে। Rehabilitation Director, Mr. Banarjee (বঙ্গালী) আৰু Addl. Director Sri Uzir (অসমীয়া) ভগনীয়া



বহুৱা সম্পৰ্কে গুৱাহাটীত ঠকৰ খাই অসমৰ সকলো ঠাইলৈকে গৈছে। মই যোৰহাটত তোমাক আৰু শ্ৰীযুত উমেশ শৰ্মাক লগ ধৰিবলৈ উজীৰক নাম ঠিকনা দিছিলোঁ। লগ ধৰিলেনে নাই মোক জনাবা। তুমি ৯ মে'ত শ্ৰীচেক্সনালৈ লিখা চিঠিখন ভাল হৈছে। বঙ্গৰ ভগনীয়া সমস্যাটো অসমত উন্তৰ হৈছে বাবে বঙ্গালী এজনক ডাইৰেক্টৰ কৰা হৈছে বুলি কৈছে। মই বঙ্গ ভগনীয়াক বহুৱা বিষয়ত অসমক বিশ্বাস নকৰা বুলি অভিযোগ কৰিছিলোঁ।

১৭।৭।৪৮ তাৰিখৰ চিঠিত লিখিছিল—

"মই হস্পিতালৰপৰা ঘৰলৈ আহিলোঁ। ঘা শুকাইছে। কিন্তু অত্যন্ত দুৰ্বল। ডাক্তৰে ২ মাহ মান লৰচৰ নকৰাকৈ খুব সাৱধানে থাকিবলৈ জোৰেৰে সতৰ্ক কৰিছিল।

শাসনতন্ত্ৰৰ আঁচনিখনত নাগৰিক অধিকাৰৰ ধাৰাটো বহলাই লোৱাৰ সপক্ষে এইখন ('A case before the Constituent Assembly) কনষ্টিটিৱাণ্ট এছেম্বলীলৈ দিয়া হৈছে। অসমৰ সকলো ঠাইতে জাতীয় মহা সভাই দিয়া এই কেছটো সমৰ্থন কৰি অসমীয়া ভাষা, অসমীয়া জাতীয়তা গ্ৰহণ কৰাৰ চৰ্ত নিদিলে অনা অসমীয়া যি কোনো লোকেই অসমত নাগৰিক অধিকাৰ পাব নোৱাৰা ব্যৱস্থা শাসনতন্ত্ৰত হ'লেহে যুক্ত ভাৰতৰ অঙ্গবিলাক শক্তিশালী আৰু নিৰাপদ হব বুলি মত প্ৰকাশ কৰি প্ৰস্তাৱ গ্ৰহণ কৰি অসমৰ গণপৰিষদৰ সদস্যসকল আৰু গণপৰিষদৰ প্ৰেছিডেণ্ট ডাঃ ৰাজেন্দ্ৰ প্ৰসাদ, পণ্ডিত নেহৰু, চৰ্দাৰ পেটেল আদিলৈ পঠাব লাগে। অসমৰ গণপৰিষদৰ সদস্যসকলেও এই যুক্তিবোৰ সমৰ্থন কৰিব লাগে বুলিও জোৰেৰে প্ৰস্তাৱ গ্ৰহণ কৰিব লাগে। যোৰহাট জিলা জাতীয় মহাসভাৰ পৰাও এইটো কৰিবা।

"ব্ৰিগেডিয়াৰ হবিবুল্লাক দেখা কৰি উত্তৰ পোৱা কথাখিনি শ্ৰীমান কেশৱ দত্তৰ পৰাই পাই পঠালোঁ। এই সম্বন্ধে যি কৰিব লাগে তুমিয়েই কৰা। মই এই বিষয়টো লৈ ভাবিব পৰা নাই।"

১০।৩।৪৯ তাৰিখৰ চিঠিত লিখিছিল—

"জাতীয় মহাসভাৰ চেষ্টাত অসম কংগ্ৰেছ আৰু অসমীয়া জন সাধাৰণ সজাগ হৈ আন্দোলন তুলি যি অসমক গ্ৰুপিঙৰ অভিশাপৰপৰা ৰক্ষা কৰা হ'ল, সেই অসম যদি আজি পুনৰ বঙ্গ, পাকিস্থানত লীন যোৱা অৱস্থালৈ আগবাঢ়ে, তেন্তে তাৰ বাবে বৰ্তমান নেতৃবৃন্দ আৰু অসমৰ ভৱিষ্যৎ ভাৱলন্তা ছাত্ৰ-সমাজেই প্ৰধান দায়ী হব লাগিব। বৃটিচ দাসত্বৰপৰা মুক্তিলাভ কৰি যদি অসমীয়া জাতিয়ে পুনৰ আন ভাৰতীয়ৰ দাসত্বত পৰে,

তেন্তে তাৰ সকলো পৰিণাম ভোগ কৰিব লাগিব, বৰ্তমান নেতাসকল আৰু ছাত্ৰ সমাজৰ দোষতেই সমগ্ৰ অসমীয়া জাতিয়ে।

'জাতীয় মহাসভাই' যদিও সকলোৰে মন আকৰ্ষণ কৰিছে নেতৃত্ব প্ৰয়াসী সকলৰ কুপ্ৰচাৰৰ প্ৰৰোচনাত ইচ্ছা থকাতো তাত সোমাবলৈ ইফাল সিফাল কৰে। কিন্তু এই দ্বিধা ভাঙিবই লাগিব যদি বছৰেকীয়া অধিবেশন হিচাবে পাতিব নোৱাৰোঁ। কৰ্মী সন্মিলন হিচাবে পাতিম। কাম কৰা সহযোগীৰ অভাৱো ইয়াৰ কাৰণ। মই অকলে কিমান কৰিম।"

ইমান বাধা-বিঘিনিৰ মাজেদি কাম কৰি ৰায়চৌধুৰীয়ে প্ৰত্যেক অসমীয়াক এটা জাতীয় ভাব, আদৰ্শ দি গ'ল, অনেকক জীৱনৰ লক্ষ্য স্থিৰ কৰিবলৈ সুবিধা দিলে। তেখেতৰ আদৰ্শ আৰু উপদেশ আমাৰ আগত পথ পদৰ্শক হিচাবে থাকিব আৰু ভৱিষ্যৎ উঠি অহা সকলক অনুপ্ৰেৰণা যোগাব।

# জনজাতিৰ প্ৰতি অম্বিকাগিৰী

শ্ৰীমেদিনী চৌধুৰী

অসমৰ একাধিক জননেতাৰ কথা জানো যিসকলে সাধাৰণ কথা-বতৰাত জনজাতিসকলক অসমীয়া বুলি নকয়। এবাৰ এগৰাকী ৰাজনৈতিক নেতাই মোক কৈছিল—"সেই অঞ্চলত আমাৰ অসমীয়া মানুহ নাই বুলিলেই হয়। প্ৰায়বিলাকেই কছাৰী মানুহ আৰু পশ্চিম ফালে কেইটামান কুলী বস্তি আছে।"

জনজাতিৰ সাধাৰণ লোকসকলেও অসমীয়া বৰ্ণহিন্দুসকলক নিজৰপৰা বেলেগে বুজাবলৈ 'অসমীয়া' বুলি উল্লেখ কৰে। ইয়াৰ কাৰণ এটা নহয়, অনেক। সেই কাৰণবোৰ ইয়াত ফঁহিউৱা প্ৰাসঙ্গিক নহব বুলি বাদ দিলোঁ। কিন্তু অসমীয়া জনজাতি আৰু অজনজাতিৰ এনে ব্যৱহাৰ-সাদৃশ্যৰ কথা উনুকিউৱা হ'ল অম্বিকাগিৰীৰ চৰিত্ৰৰ বৈশিষ্ট্য বুজাবলৈ। অম্বিকাগিৰীয়ে জনজাতি-অজনজাতি একো নিচিনে; হিন্দু-মুছলমান একো জানিব নিবিচাৰে। অসমীয়া খিলঞ্জীয়া নে বহিৰাগত তাকো চিন্তা নকৰে। অসমৰ হিত যিজনে চিন্তা কৰে সিজনেই তেওঁৰ আপোন। সিজন তেওঁৰ বাবে জাতি, জনজাতি, অজাতি একো নহয়। তেনেবোৰ পৰিচয়ৰ প্ৰতি তেওঁৰ মূৰ কামোৰণিও নাই। সেই বাবেই অম্বিকাগিৰীৰ অসমৰ বিশেষ কিছুমান সম্প্ৰদায়ৰ (ৰাজনৈতিক অৰ্থত) প্ৰতি কি মনোভাৱ আছিল সেইটো বিশেষভাৱে কোৱা সহজ নহয়।

আমি নিজে একাধিকবাৰ অম্বিকাগিৰীক জনজাতি অঞ্চলৰ ভিতৰুৱা অঞ্চললৈ লৈ গৈছিলোঁ। তাত তেওঁ হাজাৰ হাজাৰ মানুহক লগ ধৰিছে, বিৰাট বিৰাট জনসভাত বক্তৃতা দিছে—ক'তো কোনো দিন তো জনজাতি বুলি বিশেষভাৱে কিবা উপদেশ দিয়া কথা মোৰ মনত নপৰে। দিছে; কিন্তু জনজাতিৰ সমুখত নহয়। এই কথাষাৰ ভাবিলেই মোৰ মনত পৰে এবাৰ পুলিচ ৰিজাৰ্ভৰ বিহুতলীত আমাৰ জননেতা এগৰাকীয়ে ৰঙ্গমঞ্চত

'এইজনী মিৰি গাভৰু' বুলি এগৰাকী মিৰি গাভৰুক ঠেলি-হেঁচি ৰাইজৰ দৰ্শনাৰ্থে তুলি দিয়া। বহুতে ভাবিছিল হয়তো তেনেদৰে মিৰি জাতিক শ্ৰদ্ধা দেখুৱা হ'ল বুলি। কিন্তু তেওঁলোকে নাজানে জনজাতিসকলৰ ৰব অনুভূতিপ্ৰৱণ বুলি। শ্ৰদ্ধা জানো ধৰি অনা বান্দৰক কৰাব দৰে দেখুৱায়। তাত থকা পুতৌ আৰু অৱজ্ঞাৰ কথাখিনি তেওঁলোকে নাপাহৰে। চহৰৰ এগৰাকী সম্ভ্ৰান্ত মহলিাক তেনেদৰে দেখুৱাওকচোন!

অম্বিকাগিৰীৰ বিশেষত্ব আছিল এইখিনিতে। তেওঁ জনজাতি-অজনজাতি সকলোকে সমভাৱে শ্ৰদ্ধা কৰিছিল।

তেওঁৰ জীৱনৰ একমাত্ৰ লক্ষ্য আছিল অসমৰ দাঁতি-কাষৰীয়া জাতিসমূহক লৈ সবল অসমীয়া জাতি সংগঠন কৰি তোলা। আজি ডেৰকুৰিমান বছৰৰ আগতে সংৰক্ষিণী সভাৰ সম্পাদক পদ ত্যাগ কৰাৰ সময়ত এই কথা তেওঁ অসমবাসীক স্পষ্টভাৱে জনাইছিল। কিন্তু তেওঁ কোনো পাহাৰ বা ভৈয়ামৰ জনজাতিৰ সভাত তেওঁলোক অতীজত বীৰজাতি আছিল, তেওঁলোকৰ ৰজা আছিল আদি নিৰৰ্থক তোষামোদেৰে মনোৰঞ্জনৰ চেষ্টা নকৰিছিল। তেওঁৰ মানত কছাৰী ৰজা, কলিতা ৰজা, আহোম ৰজা, জয়ন্তা ৰজা সকলো এক অসমীয়া ৰজা। কাজেই বিশেষ এজনৰ শৌৰ্য্য-বীৰ্য্যৰ নিৰৰ্থক প্ৰশংসাবাদেৰে আনজনৰ অৱমাননা কৰা হব যেন তেওঁ অনুভৱ কৰিছিল আৰু বৰ্তমান অৱস্থাটোক আনে পুতৌ চকুৰে চাব বুলি তেওঁ ভয় কৰিছিল।

লাইন প্ৰথাৰ সময়ত তেওঁ অসমৰ গাঁৱে-ভূঞে ঘূৰি ঘূৰি সংগঠন কাৰ্য্য কৰিছিল। সেই সম্পৰ্কত তেওঁ উত্তৰ কামৰূপ নগাঁও আদিৰ কিছুমান জনজাতি এলেকাতো ৰাজহুৱা সভাত বক্তৃতা দিছিল। তেওঁ কৈছিল, যদিহে চৰকাৰে মৈমনচিঙিয়াৰ বাবে ৰিজাৰ্ভবোৰ মুকলি কৰি দিয়ে তেন্তে অচিৰেই তাৰপৰা হোজা মিৰি মিকিৰ আদি লোকসকল পৰ্বতলৈ পলাব লাগিব। অন্য সকলে অসমীয়াৰ লগত কছাৰী মিৰি মিকিৰ আদি জাতিও অন্তত লীন হৈ যাব যদিও কছাৰী আদি জাতি অলপ আগে আৰু অন্য অসমীয়া অলপ পিচে। অসমৰ হোজা আদিম অধিবাসীসকলে, যেনে—কছাৰী, মিকিৰ, মিৰি আদিয়ে আন সকলোতকৈ বেচি দুখ খাব লগাত পৰে।

এইবোৰ কথা তেওঁ অৱশ্যে কোনো জনজাতি সভাত কোৱা নাছিল। কিয়নো তেনে কৰিলে তেওঁলোকক পুতৌ দেখুৱা হব, এনে বিশেষ মনোযোগেৰে তেওঁলোকক অপ্ৰস্তুত কৰা হব পাৰে। কাজেই তেওঁ এনেবোৰ কথা কৈছিল আনবোৰ সভাত আন অসমীয়াৰ সমবেদনা বিচাৰি



কৈছিল আৰু কোৱাইছিল আলেচনীৰ পাতত, যাতে সাধাৰণ জনজাতিয়ে তেওঁলোকৰ প্ৰতি দেখুৱা এই বিশেষ মনোযোগৰ কথা গম নাপায়। আন্তৰিকতা থাকিলে বক্তৃতা দি শুনোৱাৰ কাজ নাই—এনে এটা মনোভাৱেৰে তেওঁ কৈছিল জনজাতিৰ প্ৰসঙ্গটো।

এবাৰ পাঠশালাৰ উত্তৰে অঞ্চলীৰ এখন সৰু জনজাতি গাঁৱৰ এখন মিটিঙলৈ লৈ যোৱাৰ ভাৰ পৰিছিল আমাৰ ওপৰত। মোক সুধিলে—
"কিমান মাইল হে?"
"হব চাৰ কিছুদূৰ?"

কুৰি বছৰমান আগৰ কথা। সিফালে বাচ-চাচৰ কাৰবাৰ নাই। কিন্তু তেওঁ গৈ ঠিক ওলাল। সভাত অসমীয়া গীত গোৱা হৈছিল। অম্বিকাগিৰীয়ে সুধিলে—"কিয় আমাৰ কাছাৰী গীত নাই?" তেওঁৰ মনোৰঞ্জনৰ বাবেই কছাৰী গীত গোৱা হ'ল। কিন্তু আচৰিত কথা কছাৰী কিয় কোনো জনজাতিৰ কথাই বিশেষভাৱে নক'লে।

মাত্ৰ ক'লে অসমীয়াৰ কথা। অসমৰ পিচপৰি থকা গাঁও-ভূঁইৰ কথা। অসমৰ ৰাজনীতিৰ কথা ওলালেই তেওঁ কৈছিল পৰ্বতৰ এগৰাকী জনপ্ৰিয় নেতাক ৰাজ্যৰ মুখ্যমন্ত্ৰীত্ব প্ৰদান কৰিবলৈ। তেওঁ প্ৰায়ে কৈছিল —"দেখা যাকচোন পৰ্বতৰ অসমীয়াই অসমক কিদৰে বিক্ৰী কৰিব পাৰে। অসমক বিক্ৰী কৰিলে পৰ্বত ভৈয়াম কিবা বাকী থাকিব জানো?"

কথা আৰু কামৰ সামঞ্জস্য নথকা নেতা বাটে-পথে কত লগ পাব। কিন্তু অম্বিকাগিৰী আছিল অনন্য। সকলো অসমবাসীৰ ওপৰতে এনেদৰে সমভাৱে আস্থা আৰু বিশ্বাস আৰোপ কৰিব পৰা ইমান বিশাল অন্তৰৰ এগৰাকী জননেতা সচাকৈয়ে বিৰল।

# ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভুমুকি

শ্ৰীহৰিপ্ৰসাদ নেওগ

ৰায়চৌধুৰী প্ৰকৃততে এজন ব্যক্তি নে এটা অনুষ্ঠান সঠিককৈ কোৱা টান। এজন প্ৰকৃত সত্যাগ্ৰহী, প্ৰকৃত বিপ্লৱী আৰু এজন প্ৰকৃত মানুহ হিচাবে অম্বিকাগিৰীৰ পৰিচয় দিবলৈ যোৱাৰ পূৰ্বেই তেওঁৰ ব্যক্তিত্ব সম্পৰ্কে জনাৰ বিশেষ প্ৰয়োজন্ হয়। সচাকথা, এজন ব্যক্তিৰ নামত যদি এটা অনুষ্ঠান বৰ্তিব পাৰে তেনেহ'লে অসমত এজনেই পুৰুষ সিংহ আছিল যাৰ অসাধাৰণ ব্যক্তিত্বক কেন্দ্ৰ কৰি অসমীয়া জাতিয়ে প্ৰকৃত জাতীয় স্পন্দন কি তাক অনুভৱ কৰিবলৈ সক্ষম হৈছিল।

এই ব্যক্তিত্বৰ আধাৰ আছিল সংগ্ৰামী মন ; অদম্য সাহস, জাগ্ৰত আশাবাদ আৰু উগ্ৰ দেশ প্ৰেম। সেয়েহে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ পোহৰ নোপোৱা ৰায়চৌধুৰীয়ে দেশৰ জন-সমাজক জাতীয়তাৰ মন্ত্ৰত উদ্বুদ্ধ কৰিবলৈ সক্ষম হৈছিল।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ আগমুহূৰ্তৰ, ১৯৪৭ চনৰ কথা। তেতিয়াই আমি প্ৰথম বাৰৰ বাবে লগ পাইছিলোঁ ৰায়চৌধুৰীক গুৱাহাটীত। উজান বজাৰৰ এটি জৰাজীৰ্ণ ছপাশাল ; তাৰ পৰাই 'ডেকা-অসম' ওলায়। ৰায়চৌধুৰীৰ নাম শুনিছিলোঁ, ডেকা-অসমো পঢ়িছিলোঁ। গতিকে ৰায়চৌধুৰীক চোৱাৰ প্ৰবল হেঁপাহ অন্তৰত লৈ লগ পাওঁতে প্ৰথম দিনাই তেখেতে আমাক কৈছিল চিলেট বিচ্ছেদৰ কথা। আলমাৰীত থকা পুৰণি কাকত-পত্ৰ মেলি তেখেতে কৈছিল, "ডেকা অসমত সকলো লিখিছোঁ। কিন্তু কোনে পঢ়ে ?" মনত পৰিছে সেইদিনা তেখেতে কংগ্ৰেছ নেতৃত্বক চোকা সমালোচনা কৰিছিল। ১৫ আগষ্ট হোৱা নাই। প্ৰাক্ স্বাধীনতাৰ সময়ত এক উত্তপ্ত ৰাজনৈতিক পৰিবেশ। তেখেতে সেইদিনা 'ডেকা-অসমৰ ডেকা-ডেকেৰী বেদ', 'ভাৰতৰ স্বাধীনতা আৰু অসমৰ স্বাধীনতা' 'Songs of the Cell' আদি কেইখনমান সৰু সৰু কিতাপ।



ভাৰতে স্বাধীনতা পালে। তেতিয়া ৰায়চৌধুৰীয়ে ভগনীয়া সমস্যা হাতত ললে। ডেকা অসমত ৰায়চৌধুৰীৰ কলমে জুই বৰষিলে। এবাৰ মনত পৰিছে ছাত্ৰ কংগ্ৰেছৰ এখন সভাত উগ্ৰ প্ৰাদেশিকতাৰ দোষেৰে ৰায়চৌধুৰীক সমালোচনা কৰিছিল। এই কথালৈ যেতিয়া ডেকা অসমত প্ৰতিবাদ প্ৰকাশ পালে তেতিয়া সেই প্ৰতিবাদ টোকাৰ শিৰোনামা দিছিল 'আচলৰ নাম শুনি নকল ডেকাৰ মৃগীত্ব প্ৰাপ্তি' আৰু তিনি পৃষ্ঠা জুৰি ৰায়চৌধুৰীৰ বক্তব্য। ডেকা শক্তিৰ প্ৰতি অভিযোগ বৰিষণ। উপস্থিত সমস্যাত ৰায়চৌধুৰীয়ে চকুত আঙুলি দি বুজাইহে শান্তি পাইছিল।

উগ্ৰ প্ৰাদেশিকতাৰ প্ৰতীক বুলি অভিহিত কৰা আৰু বঙাল খেদা আন্দোলনৰ নেতা বুলি প্ৰচাৰ কৰা দলটোক ৰায়চৌধুৰীয়ে বুজনি দিবলৈ চেষ্টা কৰিছিল। প্ৰকৃততে তেওঁ বিচাৰিছিল বহিৰাগত সকলৰ গোজ-পোতা স্বাৰ্থ ৰহিত কৰিবলৈ। সেগমলৈ বাহিৰৰ সকলো আহক কিন্তু তেওঁলোকে গোজেই গছ হোৱাৰ ভূমিকাৰে নহয়। তেওঁলোকে যদি অসমীয়া হৈ অসমীয়া স্বাৰ্থৰ লগত মিলাই দিবলৈ আহে তেনেহ'লে তাত ৰায়চৌধুৰীৰ কেতিয়াও আপত্তি নাছিল। কিন্তু বৰ দুঃখৰ বিষয়, অসমীয়া সকলেই তেওঁক ভুল বুজিলে। এই কথাটোৰেই প্ৰমাণিত হৈছিল এবাৰ নবিয়নিত ৰায়চৌধুৰী যোৱা এখন সভাত ৰাজহুৱা হল এটাৰ দুৱাৰ বন্ধ কৰি দিলে। কিন্তু যেতিয়া ৰায়চৌধুৰীৰ আদৰ্শৰ কথা সেই দলটোৰ অৱগত হ'ল, তেতিয়া তেওঁলোকেই দুৱাৰ মেলি তেওঁক আহ্বান কৰিলে।

একালৰ সন্ত্ৰাসবাদী ৰায়চৌধুৰীয়ে ভাৰতৰ স্বাধীনতা যুদ্ধৰ প্ৰাক্-অহিংস আন্দোলনৰ যুগতে বিপ্লৱ আৰম্ভ কৰিছিল। ১৯০৫ চনৰপৰা বিপ্লৱী দলত ভৰ্তি হৈ ভগৎ সিং ক্ষুদীৰামৰ সহযোগী হৈ বিপ্লৱত সক্ৰিয় ভূমিকা লোৱা ৰায়চৌধুৰীয়ে এজন অন্তৰঙ্গ সহকৰ্মীক (উমেশ শৰ্মা) কৈছিল, "মোৰ হাতৰ বন্দুক এতিয়াও দীঘলী পুখুৰীত বিচাৰিলে ওলাব।" যিজনে জেইল জীৱনত চূড়ান্ত নিৰ্য্যাতন ভোগ কৰিছিল সেই ৰায়চৌধুৰীয়ে বিপ্লৱী মন্ত্ৰ এৰি হাতত কলম তুলি লৈছিল। সেই ৰায়চৌধুৰীয়ে আধ্যাত্মিক সুৰৰ সুৱলা বৰগীত গাই সকলোকে মুগ্ধ কৰিব পাৰিছিল। সেই ৰায়চৌধুৰীয়ে ১৯২৬ চনৰ কংগ্ৰেছত উদ্বোধনী গীত গাই হাজাৰ বিজাৰ দৰ্শকক মন্ত্ৰমুগ্ধ কৰিব পাৰিছিল। এয়ে আছিল ৰায়চৌধুৰীৰ ব্যক্তিত্ব।

১৯৫০ চনত ৰায়চৌধুৰী অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা সন্মিলনৰ সভাপতি হৈছিল। অসমীয়া ভাষাক অসমৰ ৰাজ্যিক ভাষা কৰিবৰ বাবে সংৰক্ষিণী নেতা গৰাকীয়ে কৰি অহা দাবীৰ উপৰিও সেইবাৰ সাহিত্য-সভাই দৃঢ়তাৰে ৰাজ্যিক ভাষা অসমীয়াৰ দাবী প্ৰতিপন্ন কৰি প্ৰস্তাৱ গ্ৰহণ

কৰিছে। সভাৰ উপৰ্যুপৰি দাবীৰ ফলস্বৰূপে ৰায়চৌধুৰীৰ জীৱন কালত ১৯৬০ চনত ৰাজ্যিক ভাষা আইন গৃহীত হৈছিল। সত্যাগ্ৰহী ৰায়চৌধুৰীয়ে ভাষা আন্দোলনৰ নামত চৰকাৰৰ সাহিত্যিক পেঞ্চন প্ৰত্যাহাৰ কৰিছিল।

এদিনৰ কথা। ১৯৬০ৰ মাৰ্চ। গুৱাহাটীৰ নবীন বৰদলৈ হলত ৰাজ্যিক ভাষা দিৱস। মঞ্চৰ ওপৰত উঠি ভাষণ দিওঁতে ৰায়চৌধুৰীয়ে উপস্থিত সমজুৱালৈ তেখেতৰ 'স্থাপন কৰ, স্থাপন কৰ' নামৰ কবিতা পুথিখন দলি মাৰি দি কৈছিল, "দেশৰ অসমীয়াই আজি মাতৃভাষাক স্থাপন কৰিবলৈ যদি অন্তৰত সাহ আৰু বুকুত বল বান্ধিব নোৱাৰে তেন্তে সেই সাহস বান্ধিব কোনে।" সেইদিনা ৰায়চৌধুৰীৰ ভিতৰৰ জুইকুৰা জ্বলি উঠা অনুভৱ কৰিছিলোঁ। অসমৰ ভাষা সমস্যাই নহয় পমুৱা, ভগনীয়া, বিফাইনেৰী সমস্যা সকলোতে ৰায়চৌধুৰীৰ বুকুত জুই জ্বলিছিল আৰু সেইকুৰা জুইৰ পোহৰত দেশ মাতৃক তেওঁ এবাৰ নয়নজুৰাই চাবৰ প্ৰয়াস কৰিছিল।

মনত পৰিছে—তেখেতক অলস অৱস্থাত এদিন লগ ধৰোঁতে থৰক-বৰক খোজেৰে যেতিয়া আগবঢ়াই দিছিল তেতিয়া এষাৰ ব্ৰজকঠোৰ ধ্বনি উচ্ছ্বসিত কৈছিল—"সাৱধান দেশৰ কাম কৰোঁতে যদি নিজ স্বাৰ্থৰ কথা ভাবা তেতিয়া জাহান্নামে যাবা।"

আৰু শেষত এষাৰ হৃদয় বিদাৰক উক্তি—"দেশ আৰু গেল। মই অকলৈ কি কৰিম? মোৰ শক্তি নাই শক্তি হব ক'ৰপৰা। সেয়েহে জাতিটোক জীয়াবলৈ সাহিত্য সভাৰ শক্তি সঞ্চাৰ কৰা—তাৰ কাৰণে টকা লাগে বুজিছোঁ। কিন্তু সেই টকা অসমীয়া ধনী সমাজে দিব লাগিব আৰু দিব লাগিব অন্ততঃ তেওঁলোকৰ আত্মৰক্ষাৰ কাৰণেই।"

আক্ষেপ কৰি ৰায়চৌধুৰীয়ে এবাৰ গুৱাহাটীৰ সাহিত্য সভাৰ অধিবেশনত কৈছিল—"মোক সকলোৱে বঙাল বিদ্বেষী বুলি কয়। কিন্তু মই কবিতা লিখিছিলোঁ বঙালী ছোৱালীৰ প্ৰেমত পৰি।" উপস্থিত সমজুৱাই আমোদ পাইছিল, কিন্তু সেই উক্তিৰ আঁৰত আছিল গভীৰ বেদনা।

জাতীয় অনুষ্ঠান বুলিলেই তেখেতে বিচাৰিছিল প্ৰাণ সঞ্চাৰ কৰিবলৈ। সাহিত্য-সভাৰ প্ৰত্যেক অধিবেশনতে ৰায়চৌধুৰীয়ে পঠোৱা অমোঘ বাণী গতানুগতিক শুভেচ্ছা বাণী নাছিল, সেয়া আছিল জাতিলৈ এটি উদাত্ত কণ্ঠৰ আহ্বান। ৰবলৈ সময় নাই। দেশবাসীক সময়ৰ সঙ্কেত দিবলৈ লাগিব। যোৱাবাৰ সন্মিলনত তেখেতে সঙ্কেত দিছিল—"মোৰ সুস্থিৰ মত, অসমীয়া ভাষাই সৰ্ব পৰ্য্যায়ত অসমৰ ৰাজ্যিক ৰাষ্ট্ৰীয় মৰ্য্যাদা নাপালে অসম ৰাজ্যত অসমীয়াৰ জাতীয় প্ৰতিষ্ঠা চিৰকাললৈকে লোপ পাব। উচিত সময়ত আমাৰ দূৰদৃষ্টিহীন নেতাসকলে আৰু সাহিত্য সভায়ো এই বিষয়ত অৱহেলা কৰা বাবে বিষয়টো জটিল হৈ পৰিছে। যদি সাহিত্য সভা এই অৱস্থাৰ বিৰুদ্ধে জয়যুক্ত হৈ উঠিবলৈ কঠোৰ ভাৱে সংগ্ৰামশীল হৈ উঠিব নোৱাৰে তেন্তে পৰিস্থিতি শোচনীয়তকৈও শোচনীয় হৈ পৰিব। সাহিত্য সভাৰ ওচৰত তাৰে আকাঙক্ষা কৰিলোঁ।"



এইবাৰ ডিব্ৰুগড় সন্মিলনত ৰায়চৌধুৰীৰপৰা এষাৰি শুভেচ্ছা বাণী নাপাই ভাবিছিলোঁ এয়া ব্যতিক্ৰম কিয়?

এৰা এয়া ব্যতিক্ৰমেই। ৰায়চৌধুৰীয়ে যেন অশান্ত মন আৰু গভীৰ উৎকণ্ঠা লৈয়েই হঠাৎ আমাক এৰি থৈ গল। সময়ৰ সঙ্কেত দিবলৈ সৌৱা সেবেলুৱা ডেকা শক্তিক প্ৰত্যাহ্বান জনাবলৈ ৰায়চৌধুৰী আৰু নাই। তেওঁ বিচাৰিছিল অসম দেশখন ৰাখিবলৈকে ডেকা শক্তি জাগ্ৰত হব লাগিব। যি ডেকাৰ বাহুত বল নাই, অন্তৰত সাহ নাই, মনত দৃঢ়তা নাই তেওঁক ডেকা বোলাটো অন্যায়। দেশৰ কাৰণে আত্মত্যাগ কৰিবলৈ সাহস নোহোৱা ডেকাৰ হয়তো জীয়াই থকাবেই বা কি সাৰ্থকতা আছে। সেয়েহে আজি প্ৰশ্ন হৈছে অসমীয়া জাতিক জীয়াই ৰাখিবলৈ অসমৰ ডেকা শক্তিয়ে ডেকাগিৰীৰ এই আহ্বান শিৰত তুলি লবনে?

# মই যে সেৱা-যোগী

শ্ৰীকমলেশ্বৰ চলিহা

তপোবনবপৰা সদিপৰা নাৰিকলৰ কলি এটা আনি সাহিত্য প্ৰকাশ ভৱন লিমিটেডৰ দুৱাৰমুখত পেলাই দি ভাবিলোঁ নাৰিকল গছ জোপাৰ এই এটা বেদনা, যি বেদনাত সৃষ্টি ৰুদ্ধ হৈ গ'ল, জীৱনৰ কোমল সেউজীয়া আভা কলিতেই যাব গ'ল ভিতৰত সঞ্চয় নৌ হওঁতেই বাহিৰৰ ৰুদ্ৰ বতাহে তাৰ সকলো কমল হৰি লৈ গ'ল। সি বৃন্তচ্যুত হৈ কঠিন মাটিত পৰা দুখত অসহায়ৰ দৰে খন্তেক আৰ্তনাদ কৰি চিৰকাললৈ নিৰৱ হৈ গ'ল, সেই নাৰিকলৰ কলিটোৰ জীৱন হৰণ মৰণ নাৰিকল গছ জোপাৰ মনত প্ৰচণ্ড বেদনা ; কাৰণ নাৰিকল গছ জোপাই নাৰিকলৰ কলিটোৰ জীৱন-প্ৰবাহ আৰু বোৱাই ৰাখিব নোৱাৰিলে৷ তাৰ গাৰ কোমল সেউজীয়া ৰং উজ্জ্বলতৰ কৰি ক্ৰমে হালধীয়া আৰু শেহত গেৰুৱা কৰি নি পৰিপক্ক কৰি, তাৰ বুকুত ফুল এপাহ ফুলাই দি তাক নতুন-সৃষ্টিৰ বাবে উপযোগী কৰি জীৱন ধৰ্ম পালনত মহৎ কৰি দিব নোৱাৰিলে।

সকলোতকৈ জীৱন সত্য
তাতবাদে একো সত্য নাই।
(বেদনাৰ উল্কা)

সেই বাবেই সাহিত্যিকসকল জীৱনৰ পূজাৰী, মৃত্যুৰ পূজাৰী নহয়। যিসকল মৃত্যুৰ পূজাৰী সেইসকল ধাৰ্মিক হব পাৰে কিন্তু সাহিত্যিক নহয়। জন্মতো আমাৰ হাত নাই। কোন ক'ত জন্মে, কিয় জন্মে তাক আমি কব নোৱাৰোঁ। কিন্তু কব পাৰোঁ জীৱনৰ কালৰ কথা—যি জীৱন মৃত্যুৰ পূৰ্ব মুহূৰ্তলৈকে স্পন্দমান।

মৃত্যুৰ পিচততো আমাৰ হাত নায়েই। সি মহাকালৰ অনন্ত গৰ্ভত বিলীন।



জীৱনৰ যি পূজাৰী তেওঁ বৈষ্ণৱ—সকলোতে অনুপ্ৰৱিষ্ট হৈ থকা শক্তিক তেওঁ অনুভৱ কৰিব পাৰে। মৃত্যুত সেই শক্তি অন্তৰ্হিত হৈ যায়, সেই শক্তি মহা কালৰ কোলাত লীন হৈ যায়। সেই দেখি জীৱন-মাৰ্গ সন্ন্যাসীৰ বাবে নহয়।

অম্বিকাগিৰী ৰায়চৌধুৰী বৈষ্ণৱ। বিষ্ণু-পূজক বৈষ্ণৱ নহয়, জীৱন-পূজক বৈষ্ণৱ।

মই জীৱননীতিক, মানৱনীতিক
অসীম অপাৰ মহামানৱীয়
জীৱন-সেৱাই মোৰ প্ৰতীক।
o o
মইতো নহওঁ ৰাজনীতিক
অসীম অপাৰ মানৱীয়তাৰ
সেৱাব্ৰতেই মোৰ প্ৰতীক।
(বেদনাৰ উল্কা)

জীৱনৰ অমঙ্গল সেই কাৰণে তেওঁ বোধ কৰিব খোজে। জীৱনক তেওঁ অমৰ কৰিব খোজা নাই। কিন্তু জীৱন যাতে পঙ্গু নহয়, নিষ্ফল নহয়, নিঃস্ব নহয়, ৰিক্ত নহয় এই কামনা তেওঁ কৰে। ঠিক নাৰিকল গছজোপাৰ দৰেই তেওঁৰ কামনা, যেন এই সৃষ্টি চিৰ সেউজীয়া হৈ ৰয় বহুত বছৰ বহুত কাল জুৰি। নাৰিকলৰ শিপা কঠিন। এই কঠিন শিপাৰে তেওঁ মাটি আঁকুহি, আজুৰি ধৰিব খোজে যাতে ধুমুহা বতাহত নপৰে, পৰি নাযায়, বজ্ৰপাতত ভস্মীভূত নহয়। তেওঁ সেইবোৰ ভয় নকৰে ঠিক নাৰিকল গছৰ সুদৃঢ় কাণ্ডৰ দৰেই।

ভাঙি গুড়ি কৰা ধুমুহা আহিছে—আহক
বিশ্বাশৰদে বজ্ৰ গাজিছে—গাজক
আগ্নেয়গিৰি উল্কা উৰিছে—উৰক
ভূমিকম্পত ধৰিত্ৰী ফাটিছে—ফাটক
আকাশলঙ্ঘী প্ৰলয় নাচিছে—নাচক
দৈত্য-দানৱ শত্ৰু নামিছে—নামক
(বেদনাৰ উল্কা)

তথাপিও তেওঁ ভয় নকৰে। তেওঁ নিৰ্ভয়, তেওঁ সাহিয়াল, তেওঁ উগ্ৰ, তেওঁ ৰুদ্ৰ। জীৱনক ৰক্ষা কৰাৰ সাধনাই তেওঁৰ সাধনা। জীৱনৰ উৎস ক'ত, জীৱন ক'লৈ যাব এই বিচাৰ কৰি তেওঁ মূৰ নঘমায়। তেওঁক লাগে এই যে জীৱনৰ উন্মুক্ত বিস্তাৰ জীৱনৰ বাধাহীন বিকাশ—জীৱন্ত পৃথিৱীত এডোখৰ নিৰ্দিষ্ট ভূমি—য'ৰ ভাষা, য'ৰ সংস্কৃতি, য'ৰ বুৰঞ্জী তেওঁৰ নিজা আৰু আপোন—সেই ভূমিৰ জীৱনৰ প্ৰাচুৰ্য্য, ঐশ্বৰ্য্য, উৎকৰ্ষ, সমৃদ্ধি আৰু উন্নয়ন তেওঁক লাগে। এয়েই তেওঁৰ জীৱনৰ পূজা। তেওঁৰ ইয়াৰ বাবেই সাধনা আৰু জীৱনপাত। বৈষ্ণৱ ধৰ্মত গৃহত্যাগী বৈষ্ণৱৰ সুৰো বাৰে বাৰে ধ্বনিত হয়। পৰিব্ৰাজক সন্ন্যাসীৰ দৰেই এইবোৰ বৈৰাগী। বৈষ্ণৱৰ ভিতৰত বৈৰাগীও নথকা নহয়। কিন্তু তেনে বৈৰাগী তেওঁ নহয়, তেওঁৰ জীৱন-বাদত বৈৰাগীৰ সুৰ নাই। যি বীণ-বৰাগীয়ে টোকাৰী বজাই বৈৰাগ্যৰ সুৰ বজায় তাক তেওঁ পছন্দ নকৰে। সেই বৰাগীক লাগে যদি নাৰিকলৰ শুকান কোটোৰা এটা তেওঁ দিব পাৰে কিন্তু ফুলৰ বুকু ভেদ কৰি গজা ধৰণী শস্যশ্যামলা কৰিব পৰা সেউজীয়া পুলিটোৰ সৈতে বুঢ়া নাৰিকলটো তেওঁ দিব নোৱাৰে। সেইটো বৰাগীৰ কি কামত লাগিব? বৰাগীৰতো মাটি-ভেটি নাই যে সেই নাৰিকলৰ পুলিটো তেওঁ সেই মাটিত সাৰ-জাবৰ দি গুঁজি থব পাৰিব। বৈৰাগীয়ে আশ্ৰয় লবৰ বাবে ইজোপা গছৰ তলৰপৰা সিজোপা গছৰ তললৈ যায়—আত্মৰক্ষাৰ বাবে কিন্তু 'ফৰেষ্টাৰ'ৰ হাতত পৰি তেওঁৰ লটি-ঘটি হয়। তেওঁৰ এনেকুৱা বিপৰ্য্যয় দেখি ৰায়চৌধুৰী ডাঙৰীয়াই মৰম লাগি তেওঁৰ কাণৰ বিন্ধাত মুখ দি শুনাই কয়, হেৰা বৰাগী কাই, শুনাচোন—

মাটিয়েই দেশ দেশেই আত্ম,
মাটি-দেশ গ'লে আত্ম নাই,
সেই আত্ম লটি-ঘটি হ'লে
এৰি গুচি যায় মানৱতাই।

(বেদনাৰ উল্কা)

বৈৰাগীয়ে কিন্তু মাটি-বাৰীলৈ মন-কাণ নিদি অলপকৈ হাঁহি মাৰি মুদগৰ আওৱাই কয়—





সুৰবৰ মন্দিৰ তৰুতল বাসঃ
শয্যা ভূতল মজিনং বাসঃ।
সৰ্ব পৰিগ্ৰহ-ভোগ-ত্যাগঃ
কস্য সুখং ন কৰোতি বিৰাগঃ॥

ইয়াৰ পাচত বৈৰাগীয়ে অলপ বৈ মাধৱদেৱৰ ঘোষাৰপৰা এফাকি মাতে—

বৈৰাগ্যত পৰে ভাগ্য নাহি প্ৰবোধত পৰে
সুখ আৰু নাহি পুৰুষৰ।
হৰি বিনে পৰিত্ৰাণ কৰ্তা আৰ নাহি জানা
ৰিপু নাহি সংসাৰত পৰ॥

কিন্তু এজন দুজন মানুহ বৰাগী হৈ গ'লেও গোটেই জাতিটোৱেইতো বৰাগী হৈ যাব নোৱাৰে আৰু বৰাগী হৈ যাবলৈ তেনেকুৱা বনেই বা ক'ত পাব? দণ্ডকাৰণ্যলৈ গৈ বৰাগী হৈ বহি থাকিব পাৰিব জানো? খেতি-বাতি কৰি মাটি আঁকুহি-বাঁকুহি নাথাকিলে চলিব কেনেকৈ? আজিৰ গণতন্ত্ৰৰ যুগত বৰাগী সন্ন্যাসীৰ বাবে ঠাই আছে জানো? সেইবোৰ আছিল বিক্ৰমাদিত্যৰ দিনৰ তাল-বেতালৰ যুগৰ।

সেই কাৰণে বৰাগী কাইক কাম কৰিবলৈহে ক'লে ৰায়চৌধুৰী ডাঙৰীয়াই—

কামেই ধৰ্ম কামেই জীৱন,
কামেই কবিতা শিল্প কলা,
কাম বিহনে জীৱন জেউতি
ৰস ৰূপ গোন্ধ শূন্য বোলা।
০ ০
সৃষ্টি-কৰ্তা নিজেই কামত
ব্যস্ত থাকে বিৰাম নাই,
সেইবাবে জোন তৰাৰ হাঁহিত
সুষমা ফুটে স্পৰ্শ পাই॥

গীতাৰ বাণীৰ লগত ৰায়চৌধুৰী ডাঙৰীয়াৰ বাণী মিলিল।

নিয়তং কুৰু কৰ্ম্ম ত্বং কৰ্ম্ম জ্যায়ো হ্যকৰ্ম্মণঃ ।
শৰীৰ যাত্ৰাপি চ তে ন প্ৰসিধ্যেদ কৰ্ম্মণঃ ॥
যদি হ্যহং ন বৰ্ত্তেয়ং জাতু কৰ্ম্মণ্যতন্দ্ৰিতঃ ।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাং পাৰ্থ সৰ্ব্বশঃ ॥

তথাপি বৰাগীকাই শাম কাটিবৰ ভকত নহয় । তেওঁ মোহ-মুদগৰৰ পৰা আকৌ গালে—

যাবদ্বিত্তোপাৰ্জ্জন শক্ত
স্তাবন্নিজ পৰিবাৰো ৰক্তঃ
তদনুচ জৰয়া জৰ্জ্জৰ দেহে
বাৰ্ত্তাং কোহপি ন পৃচ্ছতি গেহে ॥

আকৌ——

অৰ্থমনৰ্থং ভাবয় নিত্যং
নাস্তি ততং সুখ লেশঃ সত্যম্ ॥

কিন্তু অৰ্থ নহ'লে জানো হাট-বজাৰলৈ যাব পাৰি ? টোকাৰী বাই গীত গালেই পইচা নাহে । পইচা দিব ক'ৰপৰা—ব্যৱসায় যে বিদেশীৰ হাতত । বুঢ়াৰ নহয়, যুৱকৰ কৰ্মশক্তিৰ ওপৰতহে ভাৰসা । আশাধাৰী বুঢ়া কবিয়ে সেই দেখি অসমীয়া যুৱকসকলৰ মহোৎসৱৰ নিমন্ত্ৰণী পাই প্ৰশ্ন সুধিছে——

হাট-বজাৰত বেপাৰী দলৰ জীৱন-কুটা দাম-দাবি,
কলিজাৰ কোঁহ চেপি শেষ টুপি দিলেহে একণ খুদ পাবি ;—
দেশৰ অজলা ভাই-ভনীবোৰ শিক্ষা-স্বাস্থ্যত নিঃসহায়,
শোষকৰপৰা আত্মৰক্ষাৰ উপায় দিহাৰ গম নাপায় ।
বেপাৰী-দালাল কেঞা-কাবুলিৰ শোষণ জ্বালাত জৰ্জৰিত
প্ৰতিনিধি দল শাসন-গাদীত ভোগ-বিলাসত উন্মাদিত ;
কোন যুৱকৰ মহোৎসৱ ?
কিহৰ ইমান কলৰৱ ?

সেই দেখি ৰায়চৌধুৰীৰ সৰ্বশেষ কবিতা 'বেদনাৰ উল্কা' তেওঁ উছৰ্গা কৰিছে অসমৰ প্ৰাণৱন্ত ডেকা-ডেকেৰীৰ হাতত । এইজনা অসমৰ কবিসিংহৰ



অগ্নিগৰ্ভ অন্তৰৰ অগ্নিবৰ্ষী কাপৰপৰা ওলোৱা জলন্ত কবিতাৰাজিৰ লাভাস্ৰোতৰ আজি সমালোচনা কৰিব খোজা নাই । তেওঁৰ তিৰোধানৰ প্ৰথম বছৰেকীয়া তিথি-উৎসৱত আন্তৰিক শ্ৰদ্ধা তৰ্পণ নিবেদন কৰিবৰ বাবেহে এই কথাৰ অৱতাৰণা । তেওঁৰ উদগীৰিত অগ্নিয়ে দিক্‌ভ্ৰান্তক পথ প্ৰদৰ্শন কৰক, কৰ্মীৰ ভাও জোৰা ভণ্ডৰ দলক তেওঁ প্ৰচণ্ড অভিশাপ-বহ্নিৰে দহন কৰি শোধন কৰক—এই কামনা ! অসমীয়াক তেওঁ উপদেশ দিছে এইদৰে—

সৃষ্টি নাচে নতুন ঠেওত ৰজনজনাই কৰ্মঢোল,
জঠৰতাৰ কবাল এৰাই নিকা হৱৰ সময় হ'ল,
কথাই কামে এক হৈ তই কামত ধৰ, শ্ৰমত ধৰ,
কৰ্ম-বিজয়-শঙ্খ ৰজাই জীৱনটো তোৰ নতুন কৰ ।
এলাহ এৰি কামত ধৰ,
জীৱনটো তোৰ বিৰাট কৰ ।
(বেদনাৰ উল্কা)

দুৰ্দশাগ্ৰস্ত অসমীয়া জাতিৰ ভোক গুচাই তৃপ্তি দান কৰিবৰ বাবে শাসক-সম্প্ৰদায়ে যত্ন কৰিব লাগিব, কাৰণ—

ভোক-তৃপ্তিত উথলে শান্তিৰ মধু-গুঞ্জন কলকলি ।
নতুন ৰসেৰে নৱ-জীৱনৰ কুঁহি মেল খায় হলফলি ।
(বেদনাৰ উল্কা)

অনাদৃত এই অসমভূমিক ভোক-তৃপ্তিত সমৃদ্ধ-উচ্ছল হৈ উঠিবৰ বাবে ৰায়চৌধুৰী ডাঙৰীয়াই অমোঘ ডাক দি কৈছে—
কোন ক'ত আছা বাটত, ঘাটত
হাট-বজাৰত, খেতি-পথাৰত
ঘৰ-চোতালত, ভাতৰ পাতত,
শেতেলিত শুই যৌন ৰাগত
উঠা তুৰন্তে—

অসম আৰু অসমীয়াক সম্পূৰ্ণ ৰূপেৰে সংৰক্ষিত হৱলৈ আজীৱন বজ্ৰনিৰ্ঘোষ উদাত্ত কণ্ঠেৰে নিঃশেষকৈ কৈ শেষত ডেকাসকলৰ হাতত

শেষ দানৰ শেষ সমিধান দি বায়চৌধুৰী ডাঙৰীয়াই অন্তিমৰ কাৰুণ্যপূৰ্ণ বাণী দি মেলানি মাগিছে এইদৰে——

জীৱনৰ মোৰ আবেলি পৰত
বিদায় লবৰে হ'ল,
মোৰ বিদায় লবৰে হ'ল—
হে মোৰ আশাৰ অকণ-অকণি
ডেকা-ডেকেৰীৰ দল।
খুদ-কণ-ৰস আছিল যি কেৰি
উবুৰাই দিয়া হ'ল,
হাত, ভৰি, চকু, স্নায়ু, সিৰ, তেজ
সকলো অৱশ হ'ল,
চিন্তাৰ সুঁতি বইছিল যিটো
সিটোও শুকাই গ'ল।
বিদায় পৰৰ বেদনাটো মাথোঁ
হাতৰ মুঠিত ৰ'ল।

o o o

আজি বিদায় পৰত দিবলইকে আৰু
একো নাইকিয়া হ'ল,
মোৰ একো নাইকিয়া হ'ল।
যি আছে কেৱল বেদনা মাথোন—
কেৱল যাতনা ভৰা—
তাকে দি ওলালোঁ বিদায়-পথত
পাবা যদি কিবা কৰা।

# অসম-কেশৰী অম্বিকাগিৰীলৈ শ্ৰদ্ধাঞ্জলি

শ্ৰীনলিনীবালা দেৱী

অসমীয়া ভাষা-প্ৰেমীসকলৰ ভিতৰত অসম-কেশৰী ৰায়চৌধুৰী ডাঙৰীয়াৰ ভাষাৰ প্ৰতি যি প্ৰাণ-মন উন্মাদকাৰী উদভ্ৰান্ত প্ৰেম আছিল, তেনে আপোন পাহৰাই তুলিব পৰা নিজ জাতি আৰু ভাষাৰ প্ৰতি অকৃত্ৰিম অনুৰাগ সৰ্ব-সাধাৰণতে দেখিবলৈ পোৱা নাযায়। ৰায়চৌধুৰীৰ মনটি আছিল দুৰ্বাৰ দুৰ্দমনীয় শক্তিৰ এটি জুই ফিৰিঙতি। মোৰ দেশ, মোৰ জাতি, মোৰ ভাষা বুলি অজ্ঞান হোৱা মানুহ আছিল এইজন। কলামোদী ৰায়চৌধুৰীয়ে অসমীয়াৰ আপুৰুগীয়া শঙ্কৰী সম্পদ বৰগীতবোৰ অনুশীলন কৰি আপোন পাহৰা হৈ পৰিছিল। অসমৰ ভিতৰত বৰপেটা, পাটবাউসী, সুন্দৰীদিয়া ঠাইবোৰ অসমৰ ধৰ্মগুৰু ৰাষ্ট্ৰগুৰু কলাগুৰু শঙ্কৰদেৱৰ বিশিষ্ট কৰ্মস্থান-ৰূপে সেই অঞ্চলত মহাপুৰুষৰ কৃষ্টি-কলা-ধৰ্মৰ সোঁত বৈ গৈছিল। বৰপেটা কীৰ্তন ঘৰেই মূল থাপনাৰূপে আজিও শঙ্কৰী ধৰ্ম কৃষ্টিৰে ৰজনজনাই আছে। সেই বৰপেটাতে ৰায়চৌধুৰীৰ জন্ম হোৱাত, ৰায়চৌধুৰী এজন অসমীয়া বৰগীতৰ একনিষ্ঠ সেৱক হৈ পৰিছিল।

সেই সুদূৰ ১৯০৮।৯ চনত মোৰ দেউতাৰ (কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ) অতি প্ৰিয় আছিল ৰায়চৌধুৰী। আমাৰ ঘৰত ৰায়চৌধুৰীয়ে গোৱা বৰগীতবোৰ যেন মোৰ কাণত আজিও ধ্বনিত হৈ আছে।

ৰায়চৌধুৰীৰ মন আছিল চিৰ বিদ্ৰোহী। মোৰ দেউতাৰ লগত ৰায়চৌধুৰীৰ মন মিলিছিল। সেয়েহে দুয়োৰো মনৰ মাজত স্নেহৰ বন্ধন আছিল। কলিকতাত পঢ়ি থকা অৱস্থাতে ৰায়চৌধুৰীয়ে স্বদেশী আন্দোলনৰ সোৱাদ লয়। ফলত বাৰীন ঘোষৰ দীপান্তৰ, কানাই লালৰ ফাঁচী ইত্যাদি সকৰুণ অৱস্থাৰ সৃষ্টি কৰে। সেইটোৱে কলিকতা প্ৰবাসী ৰায়চৌধুৰীকো আকৰ্ষণ কৰে। ৰায়চৌধুৰীয়ে গোপনে এই স্বদেশী দলত যোগ দিয়ে। কলিকতাত থাকিলে ধৰা পৰাৰ ভয়ত

অসমলৈ গুচি আহে। কিন্তু ভিতৰি সেই বিদ্ৰোহী দলক সহায় কৰি থাকে। অসমত একমাত্ৰ নিৰ্ভৰ আৰু বিশ্বাসৰ পাত্ৰ কৰি লয় ৰায়চৌধুৰীয়ে দেউতাক। ঋষি অৰবিন্দৰ নেতৃত্বত এমুঠি বঙালী ডেকাই স্বদেশী আন্দোলন গঢ়ি তোলে। বঙ্গ-ভঙ্গ আন্দোলনৰ সূচনা হয়।

এদিন নিশা বাৰমান বজাত ৰায়চৌধুৰীয়ে দেউতাক জগাই ফাচ-ফুচকৈ কথা পাতিলে। সেই দিনা নিশা তিনি বজাতে দেউতা উঠি ক'ৰবালৈ গ'ল। ক'লৈ গ'ল আমি গম নাপালোঁ। পিচদিনা শুনিলোঁ খাৰঘুলি পাহাৰৰ অটব্য জঙ্গলত পুলিচে পলাতক স্বদেশী আন্দোলনৰ দল লুকাই আছে বুলি সন্দেহ কৰিছিল। বহুযুগ পাচত ১৯৪০ চনত ডিব্ৰুগড়ত মোৰ ভাই ৺উমেশ বৰদলৈৰ ঘৰৰপৰা আমি পৰশুৰাম কুণ্ডলৈ যাত্ৰা কৰোঁতে আমাৰ সহযাত্ৰী শ্ৰীনাৰায়ণচন্দ্ৰ বড়াই (পুলিচ বিভাগৰ) দেউতা যে স্বদেশী আন্দোলনত যুক্ত আছিল সেই সম্পৰ্কে কৈছিল—"ইং ১৯০৮ চনতে স্বদেশী আন্দোলনৰ পলাতক দল এটা খাৰঘুলি পৰ্বতত লুকাই আছে বুলি গম পাই আমি পুলিচৰ দল নিশাতে সেই ঠাইলৈ যাব লগা হ'ল। তেতিয়াও ভালকৈ পোহৰ হোৱা নাই। আমি দেখা পালোঁ নবীনচন্দ্ৰ বৰদলৈ সেই ফালৰপৰাই আহিছে। সুধিলোঁ বৰদলৈ কোন-ফালে বা গৈছিল? ক'লে প্ৰাতঃভ্ৰমণলৈ। সেই সময়ৰ সমাজত প্ৰতি-ষ্ঠিত এজন সন্মানিত উকীলক সন্দেহ কৰাৰ কোনো থল নাছিল যদিও আমাৰ বুজিবলৈ বাকী নাথাকিল, যে সেই ঠাইলৈ যোৱাৰ প্ৰয়োজন শেষ হৈছে?" ইয়াৰ গুৰি কথা ৰায়চৌধুৰীয়ে নিজে গ'লে ধৰা পৰে বুলি দেউতা নবীনচন্দ্ৰ বৰদলৈৰ হতুৱাই পলাতক দলক পুলিচৰ আগমন সংবাদ দিয়াইছিল। এই দৰেই ৰায়চৌধুৰীৰ বিদ্ৰোহী মনৰ জুই মনৰ মাজত উমাই আছিল।

পাচত ৰায়চৌধুৰীয়ে মহাত্মা গান্ধীৰ ১৯২১ চনৰ আন্দোলনত যোগ দি দেশমুক্তিৰ আন্দোলনত মন-প্ৰাণ সপি দিছিল। ফলত দমন নীতিৰ কবলত ৰায়চৌধুৰীৰ আগৰ অপৰাধবোৰৰ পোতক তুলিবলৈ বৃটিচ চৰকাৰে দুবছৰ সশ্ৰম কঠোৰ কাৰাদণ্ডৰ বিধান দিলে। কাৰাগাৰত দিনে দুপাচিকৈ শিল ভাঙিবলৈ দিয়াত কৰি ৰায়চৌধুৰীয়ে মুখে মুখে গীত ৰচনা কৰিছিল——

তই ভাঙিব লাগিব শিল
নোৱাৰোঁ বুলিলে নহব যে ভাই...



এনে ধৰণৰ শাস্তিৰ ব্যৱস্থা হৈছিল ৰায়চৌধুৰীলৈ। ফাটক খাটি দুবছৰৰ মূৰত ওলাই আহি ৰায়চৌধুৰীয়ে পুনৰ দেশবাসীৰ অৰ্থে বাতৰি-আলোচনী প্ৰকাশত মন দিলে। পূৰ্বতেও ৰায়চৌধুৰীয়ে বহুদিন 'চেতনা'ৰ সম্পাদকৰূপে সম্পাদনা কৰিছিল। সেই সময়ত মোৰ দেউতাই শিলচৰৰ জেইলৰপৰা লিখা কিছুমান উপদেশপূৰ্ণ চিঠি ৰায়চৌধুৰীয়ে মোৰপৰা খুজি নি 'চেতনা'ত ছপা কৰিছিল। কাৰণ সেই সময়তে মোৰ সৰু ল'ৰা ৺পুতলী (ৰামমূৰ্তি) গাত জুই লাগি মৃত্যু হয়। সেই শোকৰ সান্ত্বনাৰূপে লিখা তত্ত্বপূৰ্ণ চিঠিবোৰ প্ৰকাশ কৰাত চৌধুৰীয়ে গুৰুত্ব দিছিল। কাৰণ পাঁচ বছৰীয়া পুতলীয়ে স্বাধীনতা আন্দোলনত গীত গাই গাই ধন তুলি স্বৰাজ ভঁৰাল পূজিত বৰঙনি যোগাইছিল মুক্তি যুজৰ এটি শিশু সেৱকৰূপে। ৰায়চৌধুৰীৰ বিদ্ৰোহী মনে জিৰণি নাপালে। অসমৰ ভৱিষ্যতৰ বিপদৰ আশঙ্কা কৰি 'অসম সংৰক্ষিণী' সভা নামেৰে এখন সভা গঠন কৰে। এই সভাৰ উদ্দেশ্য অতীব মহৎ, অসমলৈ বাহিৰা লোকৰ অবাধ আগমনত জাতিৰ বিপদ কল্পনা কৰিয়েই এই অসম সংৰক্ষণী সভা গঠিত হৈছিল—যাতে অসমীয়া জাতিৰ ভাষা–সংস্কৃতি কৰ্ম সংস্থানৰ অধিকাৰ অটুট থাকে। এই সভাৰ প্ৰকাশনৰ বাবে 'ডেকা অসম' নামেৰে উদাত্ত বাণীৰে ভৰপূৰ এখনি পত্ৰিকা প্ৰকাশ কৰিবলৈ লয়। এটি হাত প্ৰেছত নিজে আৰু নিজৰ সৰু সৰু ল'ৰা-ছোৱালী আৰু পৰিবাৰক লগাই ওৰে নিশা আখৰ বাছি এই কাগজখন যুগুত কৰিছিল ৰায়চৌধুৰীয়ে নিজৰ অতিমাত্ৰা শ্ৰমেৰে। আৰ্থিক দুৰৱস্থাত জুৰুলা ৰায়চৌধুৰীৰ পৰিয়াল ভয়াবহ অৰ্থ সঙ্কটৰ সন্মুখীন হব লগা হৈছিল। এই সীহ ধাতুৰ আখৰ বাছোঁতে, নিজৰ সাত বছৰীয়া ছোৱালী এটিৰ 'লেড-পয়জন' হৈ ঢুকায়। মানুহ ৰাখি প্ৰেছ চলাবলৈ অসমৰ্থ ৰায়চৌধুৰী অক্ষম, তথাপি জানো এই বিদ্ৰোহী অদম্নীয় জুই শিখা নুমাল? নুনুমাল, – দুগুণ তেজেৰে জ্বলি উঠিল; অসমৰ চিৰ চেনেহী সুৱদী ভাষাক ৰাজ্যভাষা নকৰালৈকে এই বিদ্ৰোহী মনৰ শান্তি নাই। সংৰক্ষিণী সভাই 'জাতীয় মহাসভাৰ' ৰূপ ললে। সদৌ অসমে এই সভাত সঁহাৰি জনালে। অসমৰ জাতীয় স্বাৰ্থ ৰক্ষাই এই সভাৰ মূল উদ্দেশ্য নহ'লে অসম ৰক্ষা নপৰে। এই জাতীয় মহাসভাৰ প্ৰেৰণা সদৌ অসম বিয়পি গ'ল, অসমীয়াৰ অচেতন মনত নতুন প্ৰেৰণাৰ সঞ্চাৰ হবলৈ ধৰিলে, অসমীয়াই বুজিলে নিজৰ আৰু ভৱিষ্যতৰ ভয়াবহ পৰিস্থিতিৰ কথা। এই জাতীয় মহাসভাই অসমীয়া ভাষাক ৰাজ্যভাষা কৰাৰ দাবী কৰিলে। স্বাধীনতাৰ পাচত সংবিধানত স্বীকৃতি পোৱা অসমীয়া ভাষা ৰাজ্যভাষা হব লাগিব। ভাৰতৰ আন

সকলো প্ৰদেশে নিজ নিজ প্ৰদেশত নিজ নিজ ভাষাক ৰাজ্যভাষালৈ পৰিণত কৰিলে। কিন্তু অসমত হোৱাৰ শতেক বিঘিনি। অসমত অসমীয়া ভাষা ৰাজ্যভাষা হোৱাৰ বিপক্ষে অলেখ বাধা উপস্থিত হ'ল। কাছাৰৰ বাসিন্দাসকলে তীব্ৰ বিৰোধিতা কৰি পৰ্বতীয়া মনবোৰো বিষাক্ত কৰি তুলিলে। চৰকাৰ বিমোৰত পৰিল। গতিকে সকলো আন্দোলন অৰণ্যৰ ৰোদনত হে পৰিণত হৈ আহিছিল। তথাপি সিংহ বিক্ৰমে ৰায়চৌধুৰীয়ে ৰাজ্যভাষা দাবী এৰা নাছিল। অম্বিকাগিৰী ৰায়চৌধুৰীয়েহে চকুত আঙুলি দি অসমীয়াক চিঞৰি চিঞৰি সচেতন কৰিলে। নিজৰ ভাষা-কৃষ্টি ৰক্ষাৰ কাৰণে অসমীয়া জাতি সচেতন হৈ উঠিল। অসমত ভগনীয়া সংস্থাপনৰ বিৰুদ্ধে বিৰোধিতা কৰিছিল; ভৱিষ্যতৰ ভয়াবহ পৰিস্থিতিৰ ছবিখন দাঙি ধৰি অসমীয়া জাতিক জগাই তুলিছিল। ৰাজ্যভাষা বিৰুদ্ধবাদীৰ তীব্ৰতৰ আক্ৰমণত অতিষ্ঠ হৈ সোঁহতীয়াকৈ সদৌ অসম ৰাজ্যভাষা আন্দোলন তীব্ৰভাৱে আৰম্ভ হ'ল। সেইবাৰ ৺বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে ৰাজ্যভাষা আন্দোলনৰ গুৰি ধৰি সভাপতিৰূপে আন্দোলন তীব্ৰতৰ কৰি তুলিলে। শেষত অসম চৰকাৰে অসমীয়া ৰাজ্যভাষা স্বীকৃতি দিবলৈ বাধ্য হ'লেও বিপক্ষৰ প্ৰৰোচনাত অসমীয়া ৰাজ্যভাষা কাছাৰ জিলাত হৈ নুঠিল আৰু আজিও সেই ভাষাৰ ওপৰত তীব্ৰতৰ বাধাৰ সৃষ্টি হৈ আছে। অসমীয়া জাতিৰ ভাষা-কৃষ্টিৰ সোণৰ কাঠীৰ পৰশ বুলাই জগাই তুলিলে আবালবৃদ্ধবনিতাৰ প্ৰাণত ৰায়চৌধুৰীৰ অগ্নিবাণীয়ে, সেয়েহে তেওঁক স্বদেশে বিক্ৰম কেশৰী নামে অভিহিত কৰিছে। প্ৰত্যেক অসমীয়াই বিক্ৰম কেশৰীৰ অগ্নিবাণী সাৰোগত কৰি লোৱাই হব জাতীয় সাধনাৰ মন্ত্ৰ।

# অসম-কেশৰী অম্বিকাগিৰী আৰু অসম

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

বৰলোকৰ বিয়োগত প্ৰকৃতিয়েও হেনো সহানুভূতিৰ সাঁহাৰি দিয়ে। জুলিয়াচ চিজাৰৰ মৃত্যু উপলক্ষে নাট্যাচাৰ্য্য চেক্সপীয়েৰে কৈছিল—

When beggars die, there are
no comets seen;
The Heavens themselves blaze forth
the death of Princes.

১৯৬৭ চনৰ ৩ জানুৱাৰী তাৰিখে কামৰূপৰ নৱগ্ৰহ শ্মশানত অসম-কেশৰী অম্বিকাগিৰীৰ নশ্বৰ দেহ চিতাগ্নিত বিলীন হ'ল। আচৰিত কথা তেওঁৰ চিতাগ্নি নিৰ্বাপিত হবলৈ নৌপাওঁতেই ৪ জানুৱাৰী তাৰিখে সিফালে পুৰণি অসমৰ স্নায়ুকেন্দ্ৰ শিৱসাগৰৰ নিকটস্থ ৰুদ্ৰসাগৰৰ বিৰাট তেলৰ পুঙত অকস্মাতে দপদপকৈ জুই জ্বলি উঠিল আৰু সুদীৰ্ঘ তিনি সপ্তাহ ধৰি তাক নুমাবলৈ কাৰো সাধ্য নহ'ল। ষোল বছৰ পূৰ্বে তেনেকৈয়ে অসমৰ অন্য এগৰাকী নেতা লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ তিৰোধানত ঘনে ঘনে মেদিনী কঁপি উঠিছিল, ঘনে ঘনে ভূমিকম্প হৈছিল। এনেবোৰ কাৰ্য্যই শোকাবহ ঘটনা একোটা আৰু বেচি মৰ্মন্তুদ আৰু ভয়াবহ কৰি তোলে।

অম্বিকাগিৰী ৰায়চৌধুৰীক ৰায়গিৰী, ৰায়চৌধুৰী, ডেকাগিৰী, অসম-কেশৰী আদি বিভিন্ন নামত সকলোৱে জানিছিল। তেওঁ আছিল একাধাৰে কবি, গায়ক, গীতিকাৰ, নাট্যকাৰ, সাংবাদিক, নেতা আৰু বিপ্লৱী। দেশখনেই আছিল তেওঁৰ প্ৰাণ; দেশখনেই আছিল ধ্যান, ধাৰণা, পূজা, গৰ্ব সকলো আৰু জাতিটোৱেই আছিল জীৱন-সৰ্বস্ব। 'জাতি মোৰ

তেজ, জাতি মোৰ মঙ্গহ, জাতি মোৰ অস্থি, জাতি মোৰ মজ্জা। জাতিৰ গতি যিফালে সেই ফালে কাতি হোৱাটো মোৰ অনিবাৰ্য্য কথা' (জেল কাহিনী ; চেতনা, ৪ৰ্থ বছৰ, ৮ম সংখ্যা ; ১৮৪৪ শক)। দেশ বোলোঁতে অসম দেশ আৰু জাতি বোলোঁতে অসমীয়া জাতিৰ কথাকেই তেওঁ পোনপটীয়াভাৱে বুজিছিল। তেওঁ মৰ্মে মৰ্মে উপ্পলব্ধি কৰিছিল আৰু নিৰ্ভীকচিত্তে প্ৰকাশ কৰিছিল যে 'মহা-ভাৰতৰ' অসম এটা অংশ ; গতিকে নিজৰ ঘৰখন আগে ঠিক কৰি লোৱাৰ দৰে অসমখন আগে ঠিক কৰি লোৱাটোৱেই প্ৰত্যেক অসমীয়াৰ প্ৰধান কৰ্তব্য। বহুতে তেওঁৰ তেনেকুৱা মনোবৃত্তিক ভুলকৈ বুজি সঙ্কীৰ্ণ দেশপ্ৰেমৰ আখ্যা দিবলৈও সঙ্কোচ নকৰিছিল ; কিন্তু তেওঁ তেনেবোৰ কথালৈ অকণো ভ্ৰূক্ষেপ নকৰিছিল। এই সম্পৰ্কে ড° বাণীকান্ত কাকতিদেৱৰ এষাৰ মন্তব্য প্ৰণিধানযোগ্য। তেওঁ লিখিছিল—His cry 'Assam for Assamese' and his Samrakshini philosophy have, at times, been described as provincialism. This is misconstruction pure and simple. His philosophy is one of 'Live and let live'. ( Journal of the Gauhati University ).

অম্বিকাগিৰীৰ দেশপ্ৰেম অগ্নি-ঋষি কমলাকান্ত ভট্টাচাৰ্য্যৰ দেশপ্ৰেমৰ সৈতে একেধৰণৰ দেশপ্ৰেম। বহুতে সেইবাবে দুয়োৰো মাজত গুৰু-শিষ্যৰ সমন্ধ আছিল বুলি কয়। হবও পাৰে, নহ'লেনো তেওঁ মৃত্যুৰ মাত্ৰ দিনদিয়েক পূৰ্বে পুতেক-জীয়েকহঁতৰ আগত কথা-প্ৰসঙ্গত কৈ যায় নে যে তেওঁৰ শ-টো নি নৱগ্ৰহ শ্মশানত মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যৰ চিতাস্থানৰ ওচৰত দাহ কৰিব লাগে ! কাৰ্য্যতো তাকে কৰা হ'ল।

গমি চালে দেখা যায় যে জীৱনত দুজন মহা লোকৰ আদৰ্শ আৰু উদ্দীপনাই অম্বিকাগিৰীক বিশেষভাৱে প্ৰভাবান্বিত কৰিছিল : ঋষি কমলাকান্তৰ দেশপ্ৰেমৰ ফিলচফি বা ভাবাদৰ্শ আৰু ড° বাণীকান্ত কাকতিৰ উৎসাহ-উদগনি। প্ৰথমজনাৰ লগত জীৱনৰ সোণময় ল'ৰা-কালতে আচম্বিতে তেওঁৰ চিনাকি হৈছিল আৰু দ্বিতীয়জন আছিল তেওঁৰ সখি—'লগ ভাই হৰি-ভকত'—একেলগে শৰণ লোৱা বন্ধু। তাহানি কিৰাতবেশী শঙ্কৰে অৰ্জুনৰ বীৰত্বত স্তম্ভিত হৈ তেওঁক পাশুপত অস্ত্ৰ দান কৰাৰ দৰে ঋষি কমলাকান্তয়ো এদিন তেতিয়াৰ চৈধ্য বছৰীয়া অসমীয়া যুৱক অম্বিকাগিৰীৰ বীৰোচিত কাৰ্য্যত মুগ্ধ হৈ তেওঁৰ চিনাকি লবলৈ আৰু সাবটি ধৰি তেওঁক মৰম কৰিবলৈ বাধ্য হৈছিল। ঘটনাটো চমুকৈ কোৱা যাওক।



সেইটো আছিল উনৈশ শতিকাৰ শেষ বছৰ। ৰায়চৌধুৰী জাহাজত বৰপেটাৰপৰা গুৱাহাটীলৈ আহিছিল। বৰপেটাৰপৰা মানে খোলাবন্ধা ঘাটৰপৰা। বৰপেটাৰপৰা খোলাবন্ধা ১৩ মাইল। তেতিয়া লুংলুঙীয়া গৰু বাটেদি খোজকাঢ়ি গৈ খোলাবন্ধাত জাহাজত উঠিব লাগিছিল। ওৰে ৰাতি জাহাজ উজাই আহি পুৱা ৯ মান বজাত পলাশবাৰীত লাগিল। ঘাটত পাৰলৈ চিৰি পাৰি দিয়াত জাহাজৰ যাত্ৰী আৰু কৰ্মচাৰীসকলে জাহাজঘাটৰ বজাৰত কিবাকিবি কিনিবলৈ খৰধৰকৈ লাগি গ'ল। ৰায়-চৌধুৰী তেতিয়াও জাহাজতে আছে। তেওঁ দেখিবলৈ পালে বজাৰত এজনী আদহীয়া অসমীয়া পোহাৰীৰ সৈতে বঙালী বাবু এজনৰ জোটাপোটা লাগিছে। বঙালী বাবুজনে পোহাৰীৰ খামোচৰপৰা ধুতীখন কোনোমতে এৰুৱাই লৈ তাইক জোতাৰে প্ৰহাৰ কৰিছে আৰু পোহাৰীজনী চিৎ হৈ বাগৰি পৰিছে। সেই দৃশ্য দেখি ডেকা ৰায়চৌধুৰী থিৰে থাকিব নোৱাৰিলে। তেওঁ তৎক্ষণাত পাৰলৈ নামি আহিল। তেতিয়া পোহাৰীৰ কপালৰপৰা ধাৰাসাৰে ৰঙা তেজ ওলাই আছিল। ৰায়চৌধুৰীয়ে ঘটনাৰ আঁতিগুৰি শুনি লৈ চোলাৰ হাত কোঁচালে আৰু বাবুজনক উধাই-মুধাই ঘুচিয়াবলৈ ধৰিলে। বাবুৱে ঘোচাত সৰিয়হৰ ফুল দেখি পিচলৈ নাচাই পোনেই জাহাজলৈ লৰ দিলে। ৰায়চৌধুৰীয়েও ঘুচিয়াই ঘুচিয়াই খেদিয়ে গ'ল। শেষত তৎভৎ নাপাই বঙালী বাবু চিৰিৰপৰা পানীৰ যুঁৱলিলৈ বাগৰি পৰিল। তেতিয়া অন্য দুজন বঙালী বাবুৱে খেদি আহিল। কিন্তু ৰায়চৌধুৰীৰ মূৰ্তি দেখি ফেৰ পাতিবলৈ তেওঁলোকৰ সাহ নহ'ল। সেই একে জাহাজতে ইংৰাজ কেপ্তেইন এজন আছিল। তেওঁ তৎক্ষণাত ঘটনাস্থললৈ নামি আহিল আৰু ঘটনাৰ পম খেদি যেতিয়া জানিলে যে বাবুজনে পোহাৰীৰপৰা অমৃতা কিনি চাৰি অনাৰ ঠাইত মাত্ৰ দু অনা পইচা পেলাই দি পলাব খুজিছিল আৰু তাতেই ঘটনাৰ সূত্ৰপাত তেতিয়া তেওঁ বঙালী বাবুজনকে দোষী সাব্যস্ত কৰিলে। কেপ্তেইনৰ পৰামৰ্শ মতে বাবুজনে পোহাৰীৰ ওচৰত ক্ষমা বিচাৰিলে। পোহাৰীয়ে বাবুজনক ক্ষমা কৰি ৰায়চৌধুৰীক দুয়ো গালে দুটা চুমা খাই আশীৰ্বাদ দি বিদায় দিলে।

ঘটনা শেষ হ'ল। জাহাজ আকৌ চলিবলৈ ধৰিলে। জাহাজত আৰু দুজন সভ্য-ভব্য লোক আছিল : বয়সত আদহীয়া। তেওঁলোক কলিকতাৰপৰা তেজপুৰলৈ আহিছিল। তেওঁলোকে ঘটনা দেখি ৰায়-চৌধুৰীৰ চিনাকি ললে আৰু দুখীয়া বিদ্যাৰ্থী বুলি জানিব পাৰি এজনে খৰচ দি তেওঁক পঢ়াবলৈয়ে ইচ্ছা প্ৰকাশ কৰিলে। ৰায়চৌধুৰী মান্তি নহ'ল। এই সদাশয় ভদ্ৰলোকজনাই আছিল অসমীয়া কীৰ্তন পুথিৰ

প্ৰথম প্ৰকাশক হৰিবিলাস আগৰৱালা। আনজন ভদ্ৰলোকে ৰায়চৌধুৰীক তেতিয়া টান মাৰি নি সাৱট মাৰি ধৰি ক'লে—"সিংহৰ পোৱালি সিংহ নহৈ কি হব? মযো অনন্তকন্দলিৰ বংশধৰ। তুমি শঙ্কৰদেৱৰ বংশধৰ। শঙ্কৰদেৱ আৰু অনন্তকন্দলি দুয়ো সখি আছিল। আমি দুয়ো একে।" এইজনাই আছিল চিন্তানলৰ কবি ঋষি কমলাকান্ত ভট্টাচাৰ্য্য। এই ঘটনাই ৰায়চৌধুৰীৰ জীৱনত এটা নতুন ঝঙ্কাৰ দিছিল বুলি তেওঁ নিজে স্বীকাৰ কৰি গৈছে।

অসমীয়া কাব্যত কমলাকান্তক অগ্নিঋষি আৰু ৰায়চৌধুৰীক অগ্নিকবি আখ্যা দিয়া হয়। স্বৰূপতে কমলাকান্ত আছিল চিন্তা-জগতৰ বিদ্ৰোহী আৰু অম্বিকাগিৰী কৰ্মক্ষেত্ৰৰ বিদ্ৰোহী। ভট্টাচাৰ্য্যৰ বিদ্ৰোহানল যাইকৈ কবিতাত ফুটি ওলাইছিল; অম্বিকাগিৰীৰ বিদ্ৰোহাগ্নি তেওঁৰ গীত, নাট, কাব্য, প্ৰবন্ধ, বাক্য, কাৰ্য্য সকলোতে প্ৰকাশ পাইছিল। প্ৰথম জনৰ বিদ্ৰোহ যাইকৈ অসমীয়াৰ নিষ্ক্ৰিয়তা আৰু ধৰ্মাচাৰৰ সঙ্কীৰ্ণতাতে নিবদ্ধ আছিল; ৰায়চৌধুৰীৰ বিদ্ৰোহ অসমীয়াৰ পিচপৰা অৱস্থা, হেমাহি আদি আৰু বিদেশীৰ শোষণ, নিপীড়ন আদিত জাগি উঠিছিল। দুয়োৰো বিদ্ৰোহৰ মূল কাৰণ এটা বিষয়ত কিন্তু একে হৈ পৰিছিল—সেয়ে হৈছে পৰাধীন অসমৰ শোচনীয় অৱস্থা। দুয়ো অতীতৰ গৌৰৱ সুঁৱৰি অসমীয়াৰ বৰ্তমান শোকাবহ অৱস্থাৰ কাৰণে খেদ কৰি লিখনী চলাইছিল। ইংৰাজী ১৮৯০ চনত প্ৰকাশিত প্ৰথম ছোৱা 'চিন্তানল'ৰ পাতনিত কমলাকান্তই লিখিছিল—"এই পুথিখনি দেশৰ দুৰ্গতি দেখিব নোৱাৰি কান্দি কান্দি চকুৰ পানীৰে লিখিছোঁ। পুথিখনৰ ছন্দবন্ধ একো লাগ-বান্ধ নথকাৰ বাবে পঢ়িবলৈ মিঠা নালাগিবও পাৰে, কথাখিনি হ'লে মোৰ হৃদয়ৰ উসাহ থকা তুঁহ-জুই।" তাৰে ভিক্ষা কবিতাত তেওঁ কৈছে—

'ম্লানমুখে দুখীভাৱে অসম সন্তান;
ফুৰিছে দৰিদ্ৰবেশে যিদৰে পৰাণ;
চাকৰিৰো নাই আশা বিদেশীয়ে পায়
বাণিজ্যৰো নাই বাট, ভেটিলে কেঞাই।
খেতি কৰিবৰো ধন হাতত তাকৰ;
নোৱাৰে ৰাখিব তাৰ বাবেও চাকৰ।'

এই একে ভাবৰে প্ৰতিধ্বনি ৰায়চৌধুৰীৰ ৭ম বছৰ সপ্তম সংখ্যা 'চেতনা'ত এইদৰে পোৱা যায়—"অসমীয়া নিজ দেশতে আজি প্ৰবাসী—অসমীয়াৰ



একোৱেই নাই। ইংৰাজ ৰাজৰ অনুগ্ৰহত, অসমীয়া জাতিৰ দুৰ্ভাগ্য গুণে, নানা দূৰ দেশৰপৰা অসংখ্য অসমীয়াৰ স্বাৰ্থবিৰোধী লোক আহি অসমত সোমাই সকলো বিষয়তে আজিলৈকে অসমীয়া জাতিৰ স্বাৰ্থ কিমান পৰিমাণে হানি কৰি আছে তাক নজনা লোক অসমীয়াৰ ভিতৰত নাই। গৱৰ্ণমেণ্টৰ ডাঙৰ চাকৰি এটা খালী হ'লে অসমীয়াৰ ভাগত নপৰে।" এইদৰে দুয়োজন কবিৰ ভাবৰ সাদৃশ্য অনেক ঠাইত বিস্ময়কৰভাৱে মিলি যোৱা পোৱা যায়। ধৰ্মাচৰণত উদাৰতা অৱলম্বন কৰিবৰ উদ্দেশ্যেই কমলাকান্তই ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল। ৰায়চৌধুৰীৰ কিন্তু দেশখনেই আছিল ধৰ্ম, কৰ্ম, ভগৱান, সকলো।

ড° বাণীকান্ত কাকতিৰ লগত ৰায়চৌধুৰীৰ সম্বন্ধ আছিল প্ৰাণৰ নিবিড় সম্বন্ধ: গুণে আকৰ্ষণ কৰি ওচৰ চপোৱা লো-চুম্বকৰ সম্বন্ধ। দুয়ো একে ফালৰ মানুহ হ'লেও দুয়োৰো সম্বন্ধ হৈছিল প্ৰকৃততে পৰস্পৰৰ গুণ-প্ৰশংসাৰ মাজেদিহে। ১৯১৯ চনত ৰায়চৌধুৰীয়ে 'চেতনা' কাকত মাহেকীয়া আলোচনী হিচাবে উলিওৱাবেপৰা দুয়োৰো সম্বন্ধ আৰু বেচি ঘনিষ্ঠ হৈ পৰে। ৰায়চৌধুৰীয়ে ড° কাকতিক আমনি কৰি থাকি হ'লেও তেওঁৰ 'চেতনা'লৈ সঘনে প্ৰবন্ধ লিখিবলৈ বাধ্য কৰিছিল। জহৰীয়ে জহৰ চিনাৰ দৰে ৰায়চৌধুৰীয়ে কাকতিৰ ভিতৰত থকা পণ্ডিত লিখকজন চিনিব পাৰিছিল। আনহাতে কাকতিয়েও ৰায়চৌধুৰীৰ লিখনীত কাব্য-সৃষ্টিৰ প্ৰচুৰ সম্ভাৱনা লক্ষ্য কৰি তেওঁক কাব্য-চৰ্চাত নিৰত থাকিবলৈ সততে উদগাই আছিল। কাব্য ৰচনাত লাগি থাকিলে ৰায়চৌধুৰীয়ে আনকি এদিন সাহিত্যৰ নবেল প্ৰাইজ পাবলৈও সক্ষম হব বুলি কাকতিয়ে তেওঁক কৈছিল, আৰু লাগিলে তেওঁৱেঁই ৰায়চৌধুৰীৰ কবিতা সেই উদ্দেশ্যে ইংৰাজীলৈ তৰ্জমা কৰি দিব বুলি আশা দিছিল। কিন্তু ৰায়চৌধুৰীৰ মানত দেশৰ চিন্তা কাব্য-চিন্তাতকৈ আগ। সেই হেতুকে তেওঁৰ কাব্য-চৰ্চা চেগাচোৰোকা ধৰণৰ হবলৈ বাধ্য হৈছিল। তথাপি এইটো কবই লাগিব যে ৰায়চৌধুৰীৰ কবি হিচাবে যিখিনি গুণ-যশ আজিলৈকে বহিৰ্জগতত প্ৰকাশ আৰু প্ৰচাৰ হৈছে তাৰ সৰহখিনিয়েই ড° কাকতিৰ লিখনীৰ কাৰণেহে। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছৰ মুকলি অধিবেশন মুকলি কৰা হৈছিল—ৰায়চৌধুৰীৰ বিখ্যাত 'আজি বন্দো কি ছন্দেৰে' গীতেৰে। এই গীতটোৰ আৰু তাৰ লগতে আৰু ১০।১২টা অসমীয়া গীতৰ ইংৰাজী অনুবাদ কৰি মুকলি সভাত সৰ্বভাৰতীয় নেতাসকলৰ হাতে হাতে দিয়া হৈছিল আৰু তাৰ মাজেদি গীতি-কবি ৰায়চৌধুৰীৰ সুখ্যাতি বিয়পি পৰিছিল। এই অনুবাদ ইংৰাজীতো এনে চমৎকাৰ হৈছিল যে

পিচৰ মাদ্ৰাজ অধিবেশনতো কংগ্ৰেছৰপৰা এইবোৰ পুনৰ মুদ্ৰণ কৰাই বিলাই দিয়া হৈছিল। কোৱা নিষ্প্ৰয়োজন যে এই অনুবাদ আছিল ডঃ কাকতিৰ। ইয়াৰ উপৰিও ড° কাকতিয়ে ৰায়চৌধুৰীৰ কাৰাবাসত লিখা গোটাচেৰেক বিদ্ৰোহাত্মক গীতৰ লগত আৰু কেইটামান একে ভাবৰ গীতৰ অনুবাদ যোগ দি ইংৰাজীত *Songs of the Cell* নামৰ পুস্তিকা এখন ৰায়চৌধুৰীৰ নামত উলিয়াই দিছিল। ৰায়চৌধুৰীৰ দেশপ্ৰেম আৰু তাতোকৈ বেছিকৈ তেওঁৰ কবিত্বত মুগ্ধ হৈ ডঃ কাকতিয়ে এইবোৰ কাম স্বতঃ-প্ৰণোদিতভাৱে কৰিছিল যাতে সেইবোৰ দেখি উৎসাহিত হৈ ৰায়-চৌধুৰীয়ে কবিতা-দেৱীৰ সাধনাত একাণপতীয়াভাৱে লাগে। তাত অৱশ্যে কাকতিয়ে আশানুৰূপ কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে; তেওঁৰ যত্ন-চেষ্টা সকলো অনেক সময়ত "অবুজনক বুজোৱা ঢেকুৱা ঠাৰি সিজোৱা"ৰ দৰেহে হৈছিল। ৰায়চৌধুৰীয়ে সেইবোৰ এৰি তেওঁৰ অসম সংৰক্ষিণী সভাৰ কামতহে মনে-প্ৰাণে খাটিছিল। তেওঁ নিজেই কৈছে—"এইবোৰ লৈ মোৰ লগত ড° কাকতিৰ মাজে সময়ে মনোৰম সংঘৰ্ষও হৈছিল। ড° কাকতিয়ে যে সংৰক্ষিণীৰ পাছে পাছে খেদাটোক বেয়া পাইছিল এনে নহয় প্ৰশংসাহে কৰিছিল আৰু সংৰক্ষিণী সম্পৰ্কত মই লিখা কথাবিলাক সমগ্ৰ ভাৰতত প্ৰচাৰ কৰিবলৈ আৰু নেতাসকললৈ পঠাবলৈ ইংৰাজীত অনুবাদ কৰি দি মোক উৎসাহ দিছিল। কিন্তু কবিতা লিখিবলৈ মোৰ ওপৰত কৰা দাবীটো অতি প্ৰবল আছিল।" এনেকুৱাই আছিল ড° কাকতিৰ লগত ৰায়চৌধুৰীৰ বন্ধুত্ব। সেয়েহে এসময়ত হলীৰাম ডেকাই ৰায়চৌধুৰীৰ বিষয়ে আৱাহনত এটা প্ৰবন্ধ লিখি সেই সম্পৰ্কে কথাপ্ৰসঙ্গত ড° কাকতিৰ মন্তব্য কি সোধাত কাকতিয়ে ডেকাক কৈছিল--"হলীৰাম, তোমালোকে অম্বিকাগিৰীৰ কথা কি লিখিবা, তেওঁৰ বিষয় মইহে লিখিম।" ডেকাই উত্তৰ দিছিল—"আপোনাৰ বাবে যথেষ্ট এৰিছোঁ।" ১৯৫২ চনত ড° কাকতি যিদিনা অকস্মাৎ হৃদৰোগত আক্ৰান্ত হৈ স্বৰ্গী হ'ল, সেই নিদাৰুণ খবৰটো পাই সেইদিনা ৰায়চৌধুৰীয়ে হেনো কাকো মাতবোল নিদিয়াকৈ নিজৰ শোৱা কোঠাত বহি চকু-লো টুকিয়ে কটাইছিল আৰু এদিন এনিশা অনাহাৰে উজাগৰে আছিল।

পোনতে ভাৰতৰ মুক্তিৰ বাবে বিদ্ৰোহ কৰাত ৰায়চৌধুৰী ৰক্তপাতৰ পক্ষপাতী আছিল। সেইবাবে ১৯০৪ চনত তেওঁ খুদিৰাম বসু, বাৰীন্দ্ৰ ঘোষ, উল্লাস্কৰ দত্ত আদিসকলৰ এনাৰ্কিষ্ট দলৰ লগ লাগে আৰু তেওঁলোকৰ বিদ্ৰোহৰ ধ্বংসাত্মক কৌশলবোৰ শিকিবলৈ ধৰে। ১৯০৬ চনত তেৱেঁই নৰসাহ কৰি তেতিয়াৰ অসমৰ স্থলাভিসিক্ত সৰ্বময় কৰ্তা চাৰ বেমফিল্ড



ফুলাৰ চাহেবক হত্যা কৰিবৰ কাৰণে চিলং-গুৱাহাটী ৰাস্তাত ডিনেমাইট স্থাপন কৰিছিল; পিচে সুৰেন দাসগুপ্ত বুলি এজন ভদ্ৰলোকে পুলিচক ইয়াৰ গোপন-বাৰ্তা জনোৱাত দুৰ্ঘটনা হ'বলৈ নাপালে। তাৰ ফলস্বৰূপে ৰায়চৌধুৰীৰ কিন্তু ভালেখিনি লটিঘটি হ'ল। জীয়া বাঘৰ নেওৰেৰে কাণ খজুৱাবলৈ সাহ কৰা এনে বিহগুটি ৰায়চৌধুৰীৰ অহিংস নীতিলৈ মনৰ প্ৰত্যাবৰ্তন কিদৰে ঘটিল সেইটো মন কৰিবলগীয়া।

'গান্ধীজীৰ লগত মোৰ প্ৰথম সাক্ষাৎ' নামৰ প্ৰবন্ধত ৰায়চৌধুৰীয়ে সেই পৰিবৰ্তনৰ কাৰণবোৰ ব্যাখ্যা কৰিছে। মুঠতে মহামানৱ মহাত্মাৰ সান্নিধ্য লাভতেই তেওঁৰ মনৰ সেই পৰিবৰ্তন ঘটে। মনৰ পৰিবৰ্তন ঘটিল, কিন্তু অসম আৰু অসমীয়া জাতি সংৰক্ষণৰ চিন্তাই তেওঁৰ মন দখল কৰি পেলালে। সেই উদ্দেশ্যে তেওঁ কাম কৰিবলৈ ধৰাত ১৯৩৪ চনত যেতিয়া মহাত্মা গান্ধী তৃতীয়বাৰ অসমলৈ আহিছিল সেই সময়ত জনদিয়েক স্বাৰ্থান্বেষী লোকে ছলে-বলে মহাত্মাৰ ওচৰত তেওঁৰ বিৰুদ্ধে টুটকীয়া লগাইছিল। গান্ধীজীয়ে সকলো কথা বুজি লৈ শেষত প্ৰাৰ্থনা সভাত বহিৰাগত সকলো অসমীয়াক স্থানীয় অসমীয়াৰ সুখ-দুখ, অভাৱ-অভিযোগৰ সমভাগী হৈ অসমীয়াৰ সমূহীয়া স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থ মিলাই লৈ শান্তিৰে বসতি কৰিবলৈ উপদেশ দি প্ৰকাৰান্তৰে ৰায়চৌধুৰীৰ সংৰক্ষিণী নীতিহে সমৰ্থন কৰিছিল। গান্ধীজীৰ এনে কাৰ্য্যত সকলো লোক স্তব্ধ হৈছিল।

ব্যৰ্থ প্ৰেমতেই ৰায়চৌধুৰীৰ কাব্য-কলি পোনতে বিকশিত হৈছিল আৰু ইন্দুমতীয়েই তাৰ আছিল কেন্দ্ৰ। ৰায়চৌধুৰীৰ 'তুমি' আৰু 'বীণা' কাব্য সেইদৰে উদ্ভৱ হৈছিল যদিও তেওঁৰ গীত-নাটবোৰ হ'লে অন্তৰৰ উত্তপ্ত দেশপ্ৰেমৰপৰাহে ওলাইছিল। দেশৰ কামত গা ঢালি দিয়াৰ লগে লগে প্ৰথম যৌৱনৰ উদ্‌ভ্ৰান্ত প্ৰেমৰ ৰাগী অলপ শাম কটাত বৰপেটাত অন্তৰীণ হৈ থকা কালডোখৰত ৰায়চৌধুৰীৰ সাহিত্য-জীৱনৰ দ্বিতীয় স্তৰটো অঙ্কুৰিত হৈছিল। সেই সময়ত বঙালী কীৰ্তনীয়া দল, যাত্ৰা-গান আদি অসমত বৰ ৰুচিকৰ হৈ পৰিছিল। আনকি বৰপেটীয়া লোকেও এনে যাত্ৰা-গানত যোগদান কৰি ধন্য মানিছিল। পিছে "বৰপেটীয়াৰ জিভাত বঙালী ভাষাৰ উচ্চাৰণ বৰ কদৰ্য্য শুনায়" (মোৰ জীৱন ধুমুহাৰ এছাতি—১৯৫৬)। গতিকে ৰায়চৌধুৰীয়ে অশেষ যত্ন কৰি অসমীয়াত ক্ৰমে 'জয়দ্ৰথ বধ', 'ভক্ত-গৌৰৱ' আদি নাটক লিখে আৰু অভিনয় কৰে। বঙালী সঙ্গীত উঠাবৰ কাৰণে তেওঁ 'সনাতন সঙ্গীত সমাজ' নাম দি নৃত্য-গীতানুষ্ঠান গঢ়ি তুলিছিল। ছাত্ৰাৱস্থাত তেওঁ 'বন্দিনী ভাৰতমাতা' নামৰ

নাটক এখন লিখি বৃটিছ শাসনৰ বিৰুদ্ধে বিক্ষোভ বঢ়াবলৈ যত্ন কৰিছিল। কটন কলেজিয়েট স্কুলত সৰস্বতী পূজা উপলক্ষে সেই সময়ত এই নাটক অভিনীত হৈছিল কিন্তু তাত স্বদেশী সেনাদলে বৃটিছ লোকসকলক তলৰ গীতটো গাই আগবাঢ়ি যোৱা দৃশ্য অন্ত হবলৈ নৌ পাওঁতেই পুলিচে অভিনয় বন্ধ কৰি দি নাটকখন বাজেয়াপ্ত কৰিছিল—

যায় যাব প্ৰাণ, আন ধৰি আন, ফান্দত সুমাই ল ;
বাধা জঁট ভাঙি, বুকু দাঙি দাঙি, নিকিপ্ৰকিপীয়া হ—
ভাই নিকিপ্ৰকিপীয়া হ।
যাৰ হ'ত আছে, দা-কুঠাৰ-যাঠী, হাতে হাতে তুলি ল—
নকৰিবি ভয়, নাই সংশয়, বুকুত সাহস ল ;
ভাই বুকুত সাহস ল।

১৯১৫ চনৰপৰা ১৯১৮ চনলৈ এই তিনি বছৰ কাল ৰায়চৌধুৰীয়ে ডিব্ৰুগড়ত কটায়। সেই সময়তে তেওঁৰ দুয়োখন কাব্য ('তুমি' আৰু 'বীণা') প্ৰকাশ হয়। সেই সময়ত তেওঁ ডিব্ৰুগড় চহৰ নাচ-গান, যাত্ৰা-ভিনয় আদিৰে মুখৰিত কৰি তুলিছিল। তেওঁৰ ৰচিত—

'দে-দে-দে-দোলন সখী, উৰণ দোলাত দোলন দে'
'হায়! এয়েনে ভাৰত ধাম, হায়! এয়েনে ভাৰত ধাম ;
বেদোপনিষদ-পুৰাণ ভাৰতে বখানে যাৰ নাম।'—

ইত্যাদি গীত সেই সময়ত ডিব্ৰুগড়ত মানুহৰ মুখে মুখে হৈ পৰিছিল।

১৯১৮ চনত ৰায়চৌধুৰীয়ে গুৱাহাটীলৈ আহি 'অৰুণা প্ৰেছ' খোলে আৰু 'চেতনা' নামৰ মাহেকীয়া কাকত উলিয়ায়। চেতনাৰ বেটু-পাততে লিখা আছিল—'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্ নিবোধত।' এই সম্পৰ্কেও এটা ৰহস্যপূৰ্ণ ঘটনা আছে। ৰায়চৌধুৰীয়ে নিজে আলোচনীখনৰ সম্পাদক হৈও তাক ঘৰে ঘৰে বিক্ৰি কৰি ফুৰিবলৈ লাজ নকৰিছিল। এদিন তেওঁ মোনাত এমোনা 'চেতনা' লৈ এজন পুৰণি বন্ধুৰ ওচৰ চাপিল। বন্ধুজন অৱস্থাপন্ন লোক আছিল। তথাপি 'চেতনা-হস্তে' অম্বিকাগিৰীক দেখি সচকিত হ'ল আৰু ক'লে—"তুমি অফিচলৈ (বন্ধুজন সেই সময়ত জিলাধিপতিৰ অফিচত আছিল) এইবোৰ বিদ্ৰোহী কাকত আনি আমাৰ চাকৰিবোৰ খাব খুজিছা নেকি? ৰাজদ্ৰোহৰ কথা থকা কাকত-পত্ৰ



চৰকাৰী চাকৰিয়ালৰ দ্বাৰা কিনি লোৱা আৰু পঢ়া নিষিদ্ধ বুলি তুমি নাজানা হবলা?"

"ক'তনো ৰাজদ্ৰোহ দেখিলাহে?"

"কিয়? ৰাজদ্ৰোহ নহয় যদি সেইয়া কি? ওপৰতে দেখোন ডাঙৰ ডাঙৰ আখৰেৰে লিখা আছে—"উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্ নিবোধত" উঠা, জাগা, অম্বিকাগিৰীৰ লগলাগি ইংৰাজক টঙনিয়াই খেদাহি। ইয়াতকৈ আৰু কি লাগে? যোৱা ভাই, শীঘ্ৰে ইয়াৰপৰা যোৱা, লাগিলে এনেয়ে তোমাক টকা-পইচা দিম, তথাপি এইবোৰ আমাৰ ওচৰলৈ নানিবা।" এনে পৰিস্থিতিৰ মাজেদিও তেওঁ 'চেতনা' চলাইছিল।

১৯২১ চনত অম্বিকাগিৰী আনবোৰ নেতাৰ দৰে কাৰাৰুদ্ধ হ'ল। তেওঁৰ কচুৰ আছিল তেওঁ বিদ্ৰোহৰ গীত ৰচনা কৰি দেশৰ ৰাজভক্ত প্ৰজাক বিদ্ৰোহী আৰু বিভ্ৰান্ত কৰি তুলিছে। আচৰিত কথা কাৰাগাৰত থাকি শিল ভঙা, ঠাই ঝাৰু দিয়া আদি কাম কৰি থাকোঁতেও তেওঁ বিদ্ৰোহৰ গীত মুখে মুখে ৰচনা কৰি গাইছিল আৰু সঙ্গী কাৰাবাসীসকলক শিকাইছিল। এইবোৰ পাচত লিপিবদ্ধ হৈছিল। আজিও তাৰ দুই-চাৰিটাৰ প্ৰথম শাৰীবোৰ গৌৰৱেৰে স্মৰণ কৰা যায়; যেনে—

১। ধৰ ঝাৰু ধৰ ভাই, আৰু চাবৰ সময় নাই ;
চাই থাকোঁতে মুখত তোৰ, ভৰিল কাজল চূণ ছাই!
২। তই ভাঙিব লাগিব শিল, তই সহিব লাগিব কিল
নোৱাৰোঁ বুলিলে নহব যে ভাই, টিলতে পৰিব টিল!
৩। আৰু কি দেখাবি ভয় কাৰাগাৰ, আৰু কি দেখাবি ভয় ;
তোৰ ৰঙা চকু ৰঙা যিমানে কৰিবি, সিমানেই মোৰ জয়
কাৰাগাৰ, সিমানেই মোৰ ভয়—
৪। জাগ জাগ জাগ ভাৰত সন্তান, হিন্দু-মুছলমান জাগ—
মুক্তি-শঙ্খ বাজে জাগে ভেদি, লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানৱালাবাগ—ইত্যাদি

এইবোৰৰ বাহিৰেও সুপ্ত জনগণক জগাই তোলা অনেক সমদল-সঙ্গীত অম্বিকাগিৰীয়ে জেললৈ যোৱাৰ আগতে ৰচনা কৰিছিল। সেইবোৰৰো প্ৰথম পংক্তিবোৰৰ নমুনা, যেনে—

(ক) ব'লা ভাই আগুৱাই—
অতি উচ্চ অতি উন্নত, অতি সুন্দৰ ঠাই।

(খ) এইটো নহয় হাঁহি-ধেমালিৰ ভাগৰ জুৰোৱা গান ;
ই-যে জীৱন-মৰণ একাকাৰ কৰা অগ্নি-বীণাৰ তান ।
(গ) এইহে তোমাৰ বাণী ভাৰত, এইহে তোমাৰ দান
তোমাৰ হকে জীৱন-মৰণ, তোমাৰ হকে প্ৰাণ—ইত্যাদি

'সংৰক্ষিণী সভা'ৰ কাৰ্য্যৰ লগত মুক্তি-যুদ্ধৰ কাৰ্য্য ওতপ্ৰোতভাৱে জড়িত আছিল। প্ৰথমে 'চেতনা'ই আছিল সংৰক্ষিণীৰ মুখপত্ৰ স্বৰূপ। সংৰক্ষিণী সভাৰ উদ্দেশ্য সম্পৰ্কে ৭ম বছৰৰ 'চেতনা'ত কোৱা হৈছিল—"চাৰিওফালৰপৰা এই মহাবিপদবোৰৰ পৰা উদ্ধাৰ হৈ অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে এটা সংঘবদ্ধ চেষ্টা কৰিবৰ আৱশ্যকতা অনুভৱ কৰি ইং ৪।৬।২৬ তাৰিখ মঙ্গলবাৰে আবেলি ৫॥ বজাত গুৱাহাটীৰ 'চেতনা' কাৰ্য্যালয়ত চৈয়দ মহিবুল হক বি. এল. ডাঙৰীয়াৰ সভাপতিত্বত 'অসমীয়া সংৰক্ষিণী সভা' নামে এখন সভা স্থাপন কৰা হ'ল। এই সভাৰ উদ্দেশ্য অসমীয়া হিন্দু-মুছলমান-খৃষ্টীয়ান সকলোৱে একতাবদ্ধ হৈ সকলোবিলাক বাহিৰৰ আক্ৰমণ উৎপীড়নৰ বিৰুদ্ধে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষা কৰা।" ১৯৩৫ চনত এই সভা 'অসম জাতীয় মহাসভা'লৈ ৰূপান্তৰিত হয় আৰু সেই চনৰে ২২ জুলাইৰপৰা অম্বিকাগিৰীৰ সম্পাদিত 'ডেকা অসম' নামৰ পষেকীয়া আলোচনী প্ৰচাৰ হবলৈ ধৰে। মাহেকে দুমাহে উলিয়াই হ'লেও এই কাকত অসম কেশৰীয়ে মৃত্যুৰ সময়লৈকে চলাই আছিল।

ৰায়চৌধুৰীৰ লিখনীৰ বিশেষত্ব, বিশেষকৈ তেওঁৰ জাতীয়তাবাদী গদ্য ৰচনাৰ বৈশিষ্ট্য ধৰা পৰিছিল তেওঁৰ ভাষা প্ৰয়োগত। ভৰা কলহৰ পানী চেপ ডিঙিৰে বাহিৰ হব লাগিলে যি অৱস্থাৰ স্থষ্টি হয় ৰায়চৌধুৰীৰ ভাষা প্ৰয়োগতো ভাবৰ তুলনাত সেয়ে হৈছিল। তেওঁ কেতিয়াবা নিজে মনঃপুত শব্দ তৈয়াৰ কৰি লৈ ব্যৱহাৰ কৰিছিল আৰু কেতিয়াবা ঘৰুৱা কথা-বাৰ্তাত প্ৰয়োগ কৰা শব্দকে ব্যৱহাৰ কৰিছিল। কেতিয়াবা একোটা ভাব প্ৰকাশ কৰিবলৈ তেওঁ একে অৰ্থৰ যেন আটাইবোৰ শব্দ ব্যৱহাৰ কৰিহে ভাবমুক্ত হব পাৰিছিল।

ৰায়চৌধুৰীৰ প্ৰকৃতি প্ৰায় সকলোৰে জনাজাত আছিল। তেওঁ আনৰ বুজনি শুনি আনৰ অনুগামী হোৱাতকৈ আনসকলৰ নেতৃত্ব কৰিবলৈহে সদায় আগ বাঢ়িছিল। তেওঁৰ অন্তৰখন আছিল প্ৰকৃত কবিৰ অন্তৰ, আবেগ-অনুভূতিপূৰ্ণ যুক্তি-তৰ্কৰ স্থান তাত তাকৰ আছিল। সেই হেতুকে আনে তেওঁক কোনো কোনো সময়ত স্পষ্টকৈ বুজিবলৈ টান পাইছিল আৰু তাতেই তেওঁ অসহিষ্ণু হৈ পৰিছিল। তেওঁৰ কথাবোৰৰ বহুত



তলতহে আচল ভাবটো আছিল আৰু কেতিয়াবা কেতিয়াবা তেওঁ যি কৈছিল আচল ভাবটো হয়তো দেখাত তাৰ লগত সঙ্গতিহীন হৈ পৰিছিল। তেনেস্থলত তেওঁক বুজাতকৈ ভুল বুজাৰে সম্ভাৱনা অধিক হৈ পৰিছিল।

ৰায়চৌধুৰীয়ে তেওঁৰ ঘৰখনো নিজৰ আহিত গঢ়িবলৈ যত্ন কৰিছিল আৰু তাত কৃতকাৰ্য্যও হৈছিল। 'ডেকা অসম'ৰ কামত তেওঁ নিজৰ পুত্ৰ-কন্যা আৰু আনকি পত্নীকো খটুৱাইছিল। প্ৰেছত সকলোৱে কাম কৰা দেখিলে দৰ্শক স্তম্ভিত নহৈ নোৱাৰিছিল। অৰ্থাভাৱ তেওঁৰ সদায়ে আছিল পিছে তাৰ বাবে তেওঁ নিজৰ আদৰ্শত আগবাঢ়িবলৈ কোনো দিন ইতস্ততঃ নকৰিছিল। তেওঁৰ মানত দেশৰ স্বাৰ্থতকৈ কোনো স্বাৰ্থ ডাঙৰ হব নোৱাৰিছিল। এসময়ত অসমক অন্যায়ৰূপে গ্ৰুপত বান্ধি দিবলৈ ভাৰতীয় নেতাসকলে আয়োজন কৰাত তাৰ প্ৰতিবাদকল্পে তেওঁ ভাৰত চৰকাৰ আৰু ভাৰতীয় নেতাসকললৈ টেলিগ্ৰাম পঠাবলৈ পইচা নথকাত তেওঁ পত্নীৰ সোণৰ গহনা পৰ্য্যন্ত বিক্ৰি কৰি দিছিল। এয়ে আছিল অসম-কেশৰী অম্বিকাগিৰীৰ দেশ-প্ৰেমৰ নমুনা ; এয়ে আছিল অম্বিকাগিৰী ৰায়চৌধুৰী।

# দেশপ্ৰাণ ৰায়চৌধুৰী

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

"সাত পুৰুষৰ শ্ৰাদ্ধ কৰে কোনে
সানি তাত কলাখাৰ
সত্য নে অসত্য প্ৰিয় নে অপ্ৰিয়
নকৰি বিচাৰ তাৰ ?
ডেকা অসমৰ বল দেশপ্ৰেমৰ ধল
হাতত টাঙোন-মাৰি
আহে আগবাঢ়ি সংবক্ষিণী-বীৰ
সউ যে অম্বিকাগিৰী।"
—মুকুতা-মালা

আজি বহু বছৰ আগতে মই অম্বিকাগিৰী ৰায়চৌধুৰীদেৱক উদ্দেশ্য কৰি ওপৰত তুলি দিয়া কবিতা আঠশাৰী ৰচনা কৰিছিলোঁ। এই কবিতা ফাকিয়েই ৰায়চৌধুৰী মানুহজনৰ এখনি সৰু ফটোগ্ৰাফ বুলি মই ভাবোঁ। ইয়াক 'এন্‌লাৰ্জ' কৰিলে অৰ্থাৎ বহলাই ব্যাখ্যা কৰিলে গোটেই মানুহজনেই ফটফটীয়া হৈ আমাৰ আগত জিলিকি উঠিব। ই অৱশ্যে এটা দিশৰপৰা লোৱা আলোক ছবিহে। আন বেলেগ বেলেগ দিশৰপৰা নিৰীক্ষণ কৰিলে অৱশ্যে ৰায়চৌধুৰীদেৱৰ অন্য ৰূপো দেখা পোৱা যাব। কবিতাৰ প্ৰথম চাৰি শাৰী তাৎকাৰ্য্যমূলক। ৰায়চৌধুৰীৰ দেশপ্ৰেম ইমান উগ্ৰ আছিল যে কোনো কোনো সময়ত অসম আৰু অসমীয়াৰ সম্পৰ্কে কিবা এটা অশুভ বতৰা প্ৰচাৰ হোৱা মাত্ৰকে তেওঁ অতিশয় বিচলিত হৈ পৰিছিল। বাতৰিটোৰ সঁচা-মিছা টলকি চাবলৈ তেওঁৰ অৱকাশ নাছিল আৰু ততালিকে তাৰ প্ৰতিবিধানৰ বাবে যত্নপৰ হৈছিল। কোনোবাই অসমৰ স্বাৰ্থক প্ৰতিকূল আচৰণ কৰা শুনিলে অপ্ৰিয় হ'লেও মুখৰ আগতে



সেই মানুহজনক কটু কথা কবলৈকো তেওঁ সঙ্কোচ বোধ নকৰিছিল। তেওঁ নিজে যিটো শুদ্ধ বুলি ভাবিছিল তাকে কৰিছিল আৰু তাকে কৈ ফুৰিছিল। এবাৰ বাতৰিকাকতত তেওঁ সাহিত্য-পেঞ্চন পোৱা বুলি বতৰা এটা ছপা হ'ল। তাৰ সত্যাসত্য নিৰূপণ কৰিবলৈ তেওঁ বাট নাচালে। এখন সভাত তেওঁ দুখীয়া লৰাক সেই পেঞ্চনৰ ধন দান কৰি দিলেই। পিচত জনা গ'ল পেঞ্চনৰ প্ৰস্তাৱটো তেতিয়াও চৰ্কাৰৰ উমনিতে আছিল আৰু পিচত সেই উমনিও ঘোলা হ'ল। আৰু এবেলি সাহিত্য সভাৰ এখন সভাত তেওঁ বিহগী কবিক উদ্দেশ্য কৰি কৈছিল—"চৌধাৰীয়ে চৰ্কাৰক মাটি বেচি একলাখ টকা পাইছে। তাৰে পঞ্চাশ হাজাৰ সাহিত্য সভাক দান দিব লাগে।" সেই দিনা চৌধাৰী আৰু ৰায়চৌধুৰীৰ দুয়োজন বৃদ্ধ কবিৰ কথাৰ উখনা উখনি কিছু অপ্ৰিয় হ'লেও আমাৰ পক্ষে উপভোগ্য হৈছিল। হায়, দুইজনে আজি আমাক নিঠৰুৱা কৰি এৰি থৈ গ'ল।

কাকতিদেৱে ৰায়চৌধুৰীক দুতৰপীয়া লোক আখ্যা দিছিল। আমি হ'লে তেওঁ বহুতৰপীয়া লোক বুলি কবলৈহে ভাল পাম; কিয়নো তেওঁৰ গাত বিভিন্ন গুণৰ বিভিন্ন তৰপ আছিল। 'ডেকা অসম'ত এটা সংখ্যাত ৰায়চৌধুৰীয়ে নিজেই তেওঁ কবিৰ পৰা সোতৰ (?) বিধ কামৰ লেখ দিছিল। একেধাৰে তেওঁ কবি, গীতকাৰ, সুৰকাৰ, নাট্যকাৰ, গায়ক, বাদক, ভাৱৰীয়া, প্ৰেমিক, সাংবাদিক, ৰাজনীতিক, বলিষ্ঠ গদ্য-লিখক আৰু যে কত কি? সেই কাৰণে বহুৰূপী ৰায়চৌধুৰীৰ কথা এটা চুটি আখৰত কৈ ওৰ পেলাব নোৱাৰি। কিন্তু সকলোবোৰ গুণৰে সমন্বয় সাধন কৰি আমি তেওঁক দেশপ্ৰাণ ৰায়চৌধুৰী আখ্যা দিব পাৰোঁহক।

ৰায়চৌধুৰীৰ গাত থকা উগ্ৰ দেশপ্ৰেম অথবা অসমপ্ৰেম একমাত্ৰ 'চিন্তানল'ৰ কবি মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যৰ গাত দেখা পাবলৈহে আমাৰ সৌভাগ্য হৈছিল। দেশপ্ৰেমত উদ্বুদ্ধ সাহিত্যিক আৰু জননায়ক আৰু অনেকেই আছিল নিশ্চয়, কিন্তু ভট্টাচাৰ্য্য আৰু ৰায়চৌধুৰীৰ দেশপ্ৰেমৰ স্বকীয়া বৈশিষ্ট্য আছিল। এই কথাৰ সাক্ষ্য বহন কৰি ভট্টাচাৰ্য্য ডাঙৰীয়াৰ 'চিন্তানল' আৰু ৰায়চৌধুৰীদেৱৰ 'বেদনাৰ উল্কা' আমি হাতে চুকি পোৱাকৈ আছে। চিন্তাৰ অনল আৰু উল্কাৰ বেদনাই দুইজন দেশপ্ৰেমিক কবিক, দুইজন নমস্য দেশনেতাক দিঠকে-সপোনে দহি-পুৰি মৰিছিল। ভট্টাচাৰ্য্য ডাঙৰীয়াৰ তিৰোধানত বঙলা 'আনন্দ বাজাৰ পত্ৰিকা'ত 'বাংলাৰ সুসন্তান কমলাকান্ত ভট্টাচাৰ্য্য মহাশয়েৰ মৃত্যু' শীৰ্ষক এটা বাতৰি প্ৰকাশ হৈছিল।

তাক্কে পঢ়ি ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই এনেদৰে মন্তব্য কৰিছিল বোলে এই ৰাতৰি প্ৰকাশ হোৱাৰ গম পালে শ্মশানত পোত গৈ থকা ভট্টাচাৰ্য্যৰ হাড় কেইডালেও খঙত কৰ্ মৰাই উঠিব নিশ্চয়। এই মন্তব্য ভট্টাচাৰ্য্যৰ উগ্ৰ দেশপ্ৰেমৰ পৰিচায়ক। ঠিক সেইদৰে ৰায়চৌধুৰীয়েও ওৰে জীৱনে অসম দেশৰ কথা আৰু অসমীয়া জাতিৰ কথাকে অহৰ্নিশে চিন্তা কৰিছিল। ৰায়চৌধুৰীৰ চিন্তাধাৰা আৰু কৰ্ম পদ্ধতিৰ কোনো কোনো বিষয়ত আমি একমত নহব পাৰোঁ। কিন্তু সেয়ে হ'লেও তেওঁৰ আন্তৰিক আৰু তীব্ৰ দেশ-প্ৰেমৰ কথা কোনেও নুই কৰিব নোৱাৰে। সেয়েহে তেওঁ দেশৰ মাটিৰ-পৰা খোপনি নেৰিবলৈ দঢ়াই দঢ়াই কৈছিল—

"সাহ টলবল নিৰ্ভয়-চিত
অ' মোৰ দেশৰ জীয়াৰী-পো!
দেশৰ মাটিত, ঘৰৰ ভেটিত
খোপ নেৰিবি, খোপ দি ৰ।
চুলিৰ মানো খোপ নেৰিবি
কণৰ মানো ভয় নাখাবি
হিম শৃঙ্গৰ শিপাৰ দৰে
দিক্‌বলয়ৰ দৃঢ়তাৰে
খোপ দি ৰ, খোপ দি ৰ
মেৰু পোনাই বুকু ফিন্দাই
জীয়াৰ যুজত জয়ী হ।"

ওপৰত আমি ৰায়চৌধুৰীক বহুৰূপী বুলি কৈছোঁ যদিও এই ৰূপ ভাৱৰীয়া বহুৰূপীৰ ক্ষন্তেকীয়া লোকৰঞ্জক ৰূপ নহয়। প্ৰতিটো ৰূপতেই দেশপ্ৰাণ ৰায়চৌধুৰীৰ প্ৰত্যক্ষভাৱে বা পৰোক্ষভাৱে দেশহিতৈষিণাৰ ৰূপ-টোহে আমাৰ চকুত পৰে। ল'ৰাকালত আমি যেতিয়া ৰায়চৌধুৰীৰ পোন-পটীয়া সংস্পৰ্শলৈ অহা নাছিলোঁ তেতিয়াই আমাৰ দৰে ল'ৰাবিলাকক মুগ্ধকৰিছিল তেওঁৰ মন-প্ৰাণ উতলাই তোলা জাতীয় সঙ্গীত কেইটাই।

আজি বন্দো কি ছন্দেৰে
সমাগত বিৰাট নৰনাৰায়ণ ৰূপ
নাইৰ।



বলা ভাই আগুৱাই
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই

মনোমুগ্ধকৰ এনে জাতীয় গীত লৈ অসমীয়া সংস্কৃতিয়ে চিৰকালে গৌৰৱ কৰি থাকিব। ৰায়চৌধুৰী আৰু চন্দ্ৰ শৰ্মা সম্পাদিত 'চেতনা'য়ো আমাৰ ছাত্ৰ-মনত বিশেষভাৱে ৰেখাপাত কৰিব পাৰিছিল। 'চেতনা'ত প্ৰকাশিত কাকতি আৰু ভূঞাৰ পুৰণি আৰু আধুনিক অসমীয়া সাহিত্যৰ সমালোচনা পঢ়ি আমাৰ সাহিত্য জগতৰ নতুন দিশৰ সন্ধেদ পাইছিলোঁ।

ৰায়চৌধুৰী আৰু উমেশ চৌধাৰীয়ে ৰচনা কৰা চাৰিটা দেশপ্ৰেমক গীতে পাণ্ডুত বহা ভাৰতৰ জাতীয় কংগ্ৰেছৰ বিৰাট সভামণ্ডপত যি যাদুকৰী আলোড়নৰ সৃষ্টি কৰিছিল বহু দিনলৈকে তাৰ মধুৰ মূৰ্ছনা মাৰ যোৱা নাছিল। আমিও তাৰ সোৱাদ পাইছিলোঁ। তাৰেই সোঁৱৰণত এবছৰ পিচত কৰাচিত বহা কংগ্ৰেছৰ অসমীয়া প্ৰতিনিধি বাহৰত দেৱদাস গান্ধিয়ে হেনো কৈছিল—I love your county. I love your national songs. মুঠতে অসমীয়া জাতীয় গীত আৰু থলুৱা গীত মাতৰ অন্যতম আগশাৰীৰ স্ৰষ্টা হিচাবেও আমি ৰায়চৌধুৰীদেৱক সোঁৱৰণ কৰিব পাৰোঁ। প্ৰসিদ্ধ দেশপ্ৰেমমূলক গীত আৰু কাৰাগাৰৰ গীত কেইটাৰ উপৰিও তেওঁৰ জয়দ্ৰথ বধ আৰু ভক্ত গৌৰৱ নাটৰ সকলোবোৰ গান, বৰগীত, দেহবিচাৰ, কীৰ্ত্তন আদিৰ সুৰৰ সমন্বয়ত ৰচনা কৰিছিল। এই গীতবোৰৰ ভাৱ, ভাষা, ছন্দ-সুৰ বিতোপন অসমীয়া গীতাভিনয়ৰ অভাৱ তীব্ৰভাৱে অনুভৱ কৰি ৰায়চৌধুৰীয়ে কেনেকৈ নাটক লিখিছিল, যাত্ৰা দল গঠন কৰিছিল, সেই বিষয়ে নিজেই বিৱৰি লিখি থৈ গৈছে। ইয়াৰ মূলতো আছিল তেওঁৰ তীব্ৰ জাতীয় প্ৰেমেই।

চীনা আক্ৰমণৰ সময়ত কেইদিনমান অসমত মহাবিপৰ্যয় মিলিছিল, ভয়ত ৰাইজে পেপুৱা লাগিছিল আৰু তেতিয়া চৰ্কাৰী প্ৰচাৰ-যন্ত্ৰ নিষ্ক্ৰিয় হৈ নিবোকা চামোন হৈ আছিল। তাকে দেখি গুৱাহাটীত ড° বিৰিঞ্চি-কুমাৰ বৰুৱা প্ৰমুখ্যে দেশপ্ৰেমিক লোকসকলে নিজেই প্ৰচাৰ সংগঠনৰ দায়িত্ব লৈ পেপুৱা লাগি থকা ৰাইজক সহায় সাহস যোগাবলৈ আগবাঢ়ি আহিছিল। চাৰি আলিৰ মূৰে মূৰে ভ্ৰাম্যমান বাহনৰপৰা দেশপ্ৰেমমূলক গীত কবিতা আদি পাঠৰ দিহা কৰা হৈছিল। আমি দুই চাৰিয়ে আগবাঢ়ি গৈ গীত-কবিতা মাইকৰ যোগেদি আবৃত্তি কৰিছিলোঁ। অম্বিকাগিৰী ৰায়চৌধুৰীও ঘৰত বহি থকা নাছিল। থৰক্ বৰক গাৰে ওলাই আহি তেওঁ সেই প্ৰচাৰ অভিযানত আগভাগ লৈ গাইছিল—

"জঠৰতা ফালি উঠি আহ মোৰ
মহাভাৰতৰ মহামানৱৰ গৰজন—
শান্তিৰ পীঠ হিমাচল দলি
দানৱে কৰিছে আক্ৰমণ।
ইমূৰ সিমূৰ তুলি ৰাঙ্কাৰি
দীঘ-পথালিয়ে সমানে আলোড়ি
বাটে-ঘাটে পদূলি-পথাৰে
পৰ্বত-ভৈয়াম ঘৰে ঘৰে
নিস্তেজ নিমাখিত চুক-কোণ
ৰণোন্মাদনাৰে ভৰাই জীৱন
বিজুলী বেগেৰে উঠি আহ ঘোৰ
মহাভাৰতৰ মহামানৱৰ জাগৰণ।
সাধনাৰ বেদী হিমাদ্ৰি চেৰাই
দানৱে কৰিছে আক্ৰমন।"

অৱশ্যে যুদ্ধ শাম কটাত আৰু চীনা আক্ৰমনৰ আশঙ্কা কমি অহাৰ লগে লগে চৰ্কাৰী প্ৰচাৰ-যন্ত্ৰৰ-সক্ৰিয় হৈ উঠিছিল আৰু বহুতেই বাজলৈ আহি আলিয়ে আলিয়ে গীত গাই ফুৰিছিল, বক্তৃতা দিছিল।

ৰায়চৌধুৰীক বহুতে আঁৰত থাকি তেওঁৰ দেশপ্ৰেমত ইন্ধন যোগাইছিল আৰু কোনোৱে সম্পূৰ্ণভাৱে আৰু কোনোৱে আংশিকভাৱে তেওঁৰ মতবাদৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল। এই খিনিতে দুজন নীৰৱ দেশ প্ৰেমিকৰ কথা আমাৰ মনত পৰিছে। এজন হৈছে মহৰ্ষি কমলাকান্তৰ ৰৰজোঁৱাই শৰৎ-চন্দ্ৰ বৰুৱা আৰু আনজন হৈছে 'সীতা-হৰণ' ৰচয়িতা ভোলানাথৰ সুপুত্ৰ লক্ষ্মীনাথ দাস। ৰায়চৌধুৰীয়ে অসম আৰু অসমীয়া সম্পৰ্কীয় কোনো কোনো সমস্যাৰ সমিধান বিচাৰি নাইবা তীব্ৰ প্ৰতিবাদ জনাই খৰখেদাকৈ দিল্লীলৈ একোখন দীঘল টেলিগ্ৰাম পঠাইছিল। এই টেলিগ্ৰাম একোখনৰ খৰচ দুকুৰি, আঢ়ৈকুৰি বা তাতোকৈয়ে বেচি টকা আছিল। ৰায়চৌধুৰীৰ দেশপ্ৰেম যিমান গধূৰ আছিল তেওঁৰ ধনৰ মোনাখন সিমান পাতল আছিল। বৰুৱা আৰু দাসে তেওঁক বহুসময়ত টেলিগ্ৰামৰ ধনখিনি দি সহায় কৰাটো আমি গম পাওঁ। হয়তো নিজৰ নাম নিবিচৰা এনে সদাশয় দাতা আৰু ওলাব। এনে জনচেৰেক বন্ধু-বান্ধৱৰপৰা আন্তৰিক সমৰ্থন নোপোৱা হ'লে কোনো কোনো সময়ত ৰায়চৌধুৰীয়ে নিশ্চয় বৰ অসুস্থ অৱস্থাত পৰিলহেঁতেন।



১৯৫০ চনত ৰায়চৌধুৰীদেৱে অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা অধিবেশনত সভাপতিত্ব কৰিছিল। নানা কাৰণত সেই সময়ত সাহিত্য সভাৰ অৱস্থা বৰ নিশকতীয়া হৈ পৰিছিল আৰু তাৰ পিচৰ বছৰৰ দিখৌ অধিবেশনত আমি যেতিয়া কাৰ্য্যভাৰ লব লগা হয়, তেতিয়া এই সভাৰ হাড়ৰ মাজত জীউটোহে বাকী আছিলগৈ ৰায়চৌধুৰীদেৱে তেওঁৰ ভাষণত অসমৰ চৰ্কাৰী ভাষা যে অসমীয়া ভাষা হব লাগে এই কথাটোতে সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল আৰু এই বিষয়টো শয়নে সচিতে সদায় তেওঁৰ চকুৰ আগতে আছিল। অৱসৰ লোৱাৰ পিচত তেওঁক সাহিত্য সভাৰ গুৱাহাটীত বহা কাৰ্য্যনিৰ্বাহক সভাবোৰলৈ বিশেষভাৱে আমন্ত্ৰণ জনোৱা হৈছিল। সেই সভাবোৰৰ আৰম্ভণিতে সদস্যসকলক সম্ভাষণ কৰি একমাত্ৰ ৰাজ্যভাষাৰ বিষয়েহে এটা বক্তৃতা দিছিল আৰু অনতিবিলম্বে অসমীয়া ভাষাক চৰ্কাৰী ভাষাৰূপে অসম চৰ্কাৰে স্বীকৃতি দিব লাগে বুলি জোৰেৰে দাবী জনাইছিল। নিজৰ বক্তৃতাটো শেষ কৰিয়েই কাৰো মতামতলৈ ভ্ৰূক্ষেপ নকৰি সভাৰপৰা বিদায় লৈ তেওঁ বাহিৰ ওলাই গৈছিল। সুখৰ বিষয় আংশিকভাৱে হ'লেও তেওঁৰ জীৱনকালতে ন্যায্য স্থানত অসমীয়া ভাষাই অন্ততঃ স্বীকৃতি এটা লাভ কৰিবলৈ সমৰ্থ হব পাৰিলে।

ৰায়চৌধুৰীৰ সাহিত্যৰ বিষয়ে বহু কথাই কব পাৰি—কওঁতাই যথাস্থানত বিবৰি কব। আমি মাথোন ইমানকে কব খোজোঁ যে অসমীয়া গদ্য আৰু পদ্য দুই বিভাগতে তেওঁৰ সৃষ্টিৰ বলিষ্ঠ চাব পাৰিছে। আন আন অসমীয়া কবিসকলৰ লগত বহু সময়ত ইংৰাজ আৰু বঙালী কবি এজনক একে শাৰীতে বহুৱাই ইজনৰ লগত সিজনক ৰিজাই চাবলৈ চেষ্টা কৰা হয়। কবি ৰায়চৌধুৰী কিন্তু এই বিষয়ত অকলশৰীয়া। তেওঁৰ কাষত বহুৱাবলৈ আমি কাকো বিচাৰি নাপাওঁ। তেওঁ নিজেই নিজৰ কবিতাৰ বাটকটীয়া বুলি কব পৰা যায়। সত্যনাথ বৰাৰ গদ্য যেনেকৈ আনৰ দ্বাৰা অনুকৰণ কৰাটো সহজ নহয় ৰায়চৌধুৰীৰ গদ্যও সেইদৰে এক স্বতন্ত্ৰ সৃষ্টি। 'ডেকা অসম'ৰ সম্পাদকীয় গদ্যবোৰ ৰূপ-কোঁৱৰ জ্যোতিপ্ৰসাদে বৰকৈ শলাগিছিল। এই গদ্য হাবি-বন ভাঙি একাকাৰ কৰা বলিয়া বানৰ দৰে ব্যাকৰণ অভিধানৰ ভেটা ভাঙি জোৰেৰে ওলাই অহা এক তেজাল গদ্য—যি গদ্য ৰায়চৌধুৰীতে আৰম্ভ হৈছিল আৰু শেষো হ'ল।

ৰায়চৌধুৰীয়ে 'মোৰ জীৱন ধুমুহাৰ এছাটি' নামৰ এখনি প্ৰবন্ধত, কোনো কোনো পুথিৰ পাতনিত আৰু আন ঠাইত তেওঁৰ জীৱনৰ বহু কথাই লিখি থৈ গৈছে। সেই সকলোবোৰ গোটাই মেলি আৰু তাৰ

লগত আঁত লগাই প্ৰাসঙ্গিক কথা যোগ দি এখন পূৰ্ণাঙ্গ জীৱন-চৰিত উলিয়াব পাৰিলে ভাল হয়। এই কাম তেওঁৰ বিদুষী জীয়াৰীৰ দ্বাৰা সম্পাদিত হব বুলি আশা কৰি সদৌ শেষত আমি দেশপ্ৰাণ ৰায়চৌধুৰীৰ শেষ বাণীত সঁহাৰি জনাবলৈ অসমৰ ডেকা-গাভৰুসকলক আহ্বান জনালোঁ।

"কোনেও নিদিলে চকু, কাণ, মন
নিততে পৰি ৰল,
আজি বিদায় পৰত দিবলকে আৰু
মোৰ একো নাইকিয়া হ'ল।
যি আছে কেৱল বেদনা মাথোন
কেৱল যাতনা ভৰা,
তাকে দি ওলালোঁ বিদায় পৰত
পাবা যদি কিবা কৰা।"

# অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি'

**ডক্টৰ বাণীকান্ত কাকতি**

স্বদেশ প্ৰেমিক, পুৰণি 'চেতনা' আৰু বৰ্তমান 'ডেকা অসম'ৰ সম্পাদক অম্বিকাগিৰী ৰায়চৌধুৰীক নজনা মানুহ অসমত নাই। তেওঁৰ স্বদেশ হিতৈষণা আৰু কৰ্ম গৌৰৱেই অসমৰ জনসাধাৰণৰ মাজত তেওঁৰ যথেষ্ট পাতনি। কিন্তু ৰায়চৌধুৰী দুতৰপীয়া পুৰুষ। তেওঁ এফালে যেনে প্ৰাণ ঢালি দিয়া স্বদেশ কৰ্মী, আনফালে তেনে অতল স্পৰ্শী আবেগপূৰ্ণ প্ৰেমৰ কবি। তেওঁৰ সুগভীৰ প্ৰেমেই তেওঁৰ বিশাল কৰ্ম-প্ৰেৰণা।

'তুমি' কাব্য ৰায়চৌধুৰীৰ অতল আধ্যাত্মিকতাৰ উজ্জ্বল চানেকি। 'তুমি' কাব্যক কবিৰ বিশ্বৰূপ-দৰ্শন বুলি কব পাৰি। ভগৱদগীতাত ভক্ত অৰ্জুনে শ্ৰীকৃষ্ণৰ বিৰাট মূৰ্তিত বিশ্বৰূপ দেখা পাইছিল। ভগৱান কৃষ্ণৰ বিৰাট ৰূপত অৰ্জুনে পাহাৰ-পৰ্বত, নৈ-সাগৰ, জীৱ-জন্তু, চন্দ্ৰ-সূৰ্য্য, তাৰকামণ্ডলী আদি সকলো দেখিছিল। কিন্তু প্ৰকৃত কবিয়ে ভগৱানৰ বিৰাট ৰূপত 'তুমি' কাব্যত বৰ্ণিত সকলো বিশ্ব-সৌন্দৰ্য্যৰ সমাৱেশ দেখিলেহেঁতেন।

'তুমি' কাব্য সাতোটা ছেদত বিভক্ত। প্ৰথম তিনি ছেদ 'তুমি'ময় ভগৱানৰ বিশ্ব-সৌন্দৰ্য্যৰ বৰ্ণনাৰে ভৰপূৰ। প্ৰথম ছেদত কবিয়ে ডেকা প্ৰেমিকৰ চকুৰে তুমি-ভগৱানত প্ৰেমিকাৰ সকলো সন্মোহন ইন্দ্ৰিয়গ্ৰাহ্য সৌন্দৰ্য্যৰ সমাৱেশ দেখিলে। তুমি-ৰূপী ভগৱান "গাভৰুৰ গোলাপী গালত লাজৰ ৰাঙলী আভা", তেওঁ "সুন্দৰীৰ বসাল বুকুত ৰসৰ প্ৰতিমা", তেওঁ "চেনেহীৰ চকুৰ চুকত এটি কেৰাহি কটাক্ষ" ইত্যাদি তৰুণ প্ৰেমিকৰ চিত্ত-প্ৰমাদী ইন্দ্ৰিয়গ্ৰাহ্য, ইন্দ্ৰিয়ভোগ্য বিচিত্ৰ সৌন্দৰ্য্যৰ সমাৱেশ।

দ্বিতীয় ছেদত তুমি ভগৱান মঙ্গলময় মাতৃস্নেহ, পত্নীস্নেহ, ভাই-ভনীৰ স্নেহৰ প্ৰতীক। তেওঁ "জননীৰ অন্তৰত সাদৰি সজাই থোৱা প্ৰেম,"

তেওঁ "আনৰ মুখে স্বামীটিৰ অধোগতি হোৱা শুনিলে মুক্তিৰে কল্পনা কৰি থকা পতি-প্ৰাণা সতী", তেওঁ——

"ভাই-ভনী মিলি কৰা
ফুলনিত সৰল ধেমালি,
হিয়াই হিয়াই বন্ধা
নিছিগা প্ৰেমৰ ডোলডালি।"

তৃতীয় ছেদত তুমি ভগৱানে সকলো প্ৰাকৃতিক সৌন্দৰ্য্যত স্বৰূপ প্ৰকাশ কৰিছে। তেওঁ "শাৰদীয় চন্দ্ৰমাৰ বই অহা ৰূপালী জোনাই", তেওঁ "পূৰ্ণিমাৰ পোহৰত ভাহি যোৱা সেউজী বননি" ইত্যাদি।

চতুৰ্থ ছেদত তুমি-ভগৱান সকলো জাগতিক ধৰ্মৰ তত্ত্বময় মূল মন্ত্ৰ। তেওঁ "জগত জগাই তোলা ইন্দ্ৰজালৰ গীত", তেওঁ "আকাশ আগুৰি উঠি হিয়াৰপৰা বাগৰা হেন্দোলনি", তেওঁ "তৃপ্তিৰ আমনি খোজা চঞ্চল বাসনা"—ইত্যাদি।

পঞ্চম ছেদত তুমি আৰু কবিৰ পৰস্পৰ সম্বন্ধ বিচাৰ। আঁউসীৰ আন্ধাৰত দুভাগ নিশাত সাৰ পাই কবিৰ প্ৰাণ কঁপি উঠিল। অন্তৰ নিৰ্বাক, ইন্দ্ৰিয় নিমাত, হৃদয়ৰ ভাব-পদূলি বিৰহত বন্ধা। মন-প্ৰাণ বিৰহত ছাটি-ফুটি কৰে, প্ৰেমনন্দনৰ সুশীতল জিৰণি নাপায়। ব্যথিত অন্তৰেৰে কবিয়ে সুধিছে—

"কোন তুমি প্ৰেমময়
আঁতৰাই দ্বিধাচয়
জীৱনৰ কাণে কাণে আহি
জনালা জাননী ?"

বিৰহৰ ব্যথাৰে কবিৰ হিয়া ব্যাকুল। যিফালে চায় সিফালেই প্ৰেমৰ অভিব্যক্তি,—

"যেতিয়া যিফালে চাওঁ
প্ৰেমকেহে দেখা পাওঁ
অসীমৰ বিৰাট অঞ্চল
ৰঞ্জিত প্ৰেমত।"



কিন্তু ইমান পৰে, ইমান দিনে, ইমান দূৰ বিয়পি থকা মিলন-আবেগ সুৰ কবিয়ে নুশুনিলে—

"মিলন আবেগ সুৰ
বিয়পি ইমান দূৰ
নুশুনিলোঁ,—কৰুণা বিন্দুৰ
নাপালোঁ আশ্ৰয়।"

কিয় ? এই প্ৰশ্নৰ সমাধানেই 'তুমি' কাব্যৰ কেন্দ্ৰস্থ ভাব। তুমি-ভগৱানৰ বিশ্ব-সৌন্দৰ্য্যত কবিয়ে অসীমৰ বিৰাট অঞ্চল প্ৰেমৰঞ্জিত দেখিলে, কিন্তু ভগৱানৰ বিমোহন ৰূপ কবিয়ে সম্পূৰ্ণ উপলব্ধি কৰিব পৰা নাই। কিয়নো কবিৰ মনত যি প্ৰেম আছিল, সি—

"কামনাৰ তলতীয়া
কামনাত মতলীয়া
সেই প্ৰেম মহা পৰাধীন
ইন্দ্ৰিয় ভোগৰ।
তাতেহে তাহানি খন
নাপালোঁ তোমাৰ মন
নকৰিলা প্ৰকাশ তোমাৰ
বিমোহন ৰূপ।"

কবি আছিল বাসনাৰ আঁৰত, ভগৱান আছিল বাসনাৰ সিপাৰত; বাসনাই কবি আৰু ভগৱানৰ মিলনৰ প্ৰধান অন্তৰায়।

ষষ্ঠ ছেদত প্ৰেমিক আৰু তুমি-ভগৱানৰ সম্পূৰ্ণ মিলনৰ উপায় নিৰ্দেশ আছে।

"নিজক বিলাই দিব,
তাতেহে নিজক পাব
প্ৰাণৰ মাজত ;
নিজক দিলেহে এৰি
প্ৰাণৰ আপোন হব
সকলো বিশ্বত।"

কামনা বিলোপেই আত্মোপলব্ধিৰ একমাত্ৰ উপায়। এয়েই গীতাৰ নিষ্কাম ভাব, বৌদ্ধৰ নিৰ্বাণ। বাসনাৰ ব্যৱধান গুচিলে 'তুমি' আৰু 'মই'ৰ, ভক্ত আৰু ভগৱানৰ, প্ৰেমিক আৰু প্ৰেমিকাৰ পাৰ্থক্য নাথাকে। 'তুমি'য়েই 'মই', 'মই'য়েই 'তুমি'। ঋষি বাক্যত 'তত্ত্বমসি'— জগতত যত যি আছে সকলো 'তুমি'-ময়। এয়েই 'তুমি' কাব্যৰ প্ৰধান তাৎপৰ্য্য।

কবিয়ে বাসনাৰ অন্তৰায় গুচিলত নিজৰ প্ৰাণৰ মাজতেই 'তুমি'ময় সৌন্দৰ্য্যৰ প্ৰতিমা উপলব্ধি কৰিলে—

"নিমাত নিশাত কত
উজাগৰে থাকি থাকি
উগ্ৰ আৱেগত,
নেদেখা নুশুনা সেই
চাওঁ প্ৰতিমাটি ৰাখি
প্ৰাণৰ মাজত।"

"আদিহীন অন্তহীন
মোতে দেখোঁ গঁথা তৱ
পূৰ্ণতাৰ পাৰ ?"

"তোমাত হৃদয় মোৰ
মোত আৰু তয়ু হিয়া
ৰাখিছা প্ৰকাশি।"

"মোৰ ভিতৰেদি দেখোঁ
ফুলি উঠে তয়ু নাম
ব্ৰহ্মাণ্ড বিদৰি।" ইত্যাদি।

কবিয়ে 'মই'ৰ ভিতৰতেই 'তুমি'ৰ সকলো ৰূপ, সকলো বিভৱ প্ৰতিভাত দেখিলে।

সপ্তম ছেদ সাধনাৰ সিদ্ধিত কবিৰ আত্মপ্ৰসাদৰ ভাব প্ৰকাশ।

"আজি মোৰ সাধনা ফুলনি,
কাৰ কিনো পাই উদগনি
পোহৰাই মহাবিশ্বখনি
উলাহেৰে হাঁহিছে।"



'তুমি' মন-গঢ়া কৃত্ৰিম কাব্যৰ পুথি নহয়। প্ৰেমিক ৰায়চৌধুৰী ডেকা বয়সত ছেলী, বায়ৰণ আদি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰে বহুত বাৰ প্ৰেমত পৰিছে, ওপঙিছে, সাঁতুৰি পাৰ লৈছে। 'তুমি' কাব্য ৰায়চৌধুৰীৰ কোনোবা বিশিষ্ট নাৰী মূৰ্তিৰ প্ৰতি প্ৰেমৰ সন্মোহন অনুভূতিৰ স্বৰূপ প্ৰকাশ।

নাৰীৰ প্ৰেমৰ ভিতৰেদি বিশ্বনাথৰ ৰূপ আৰু আকৰ্ষণ উপলব্ধি কৰা কাব্য-জগতৰ ইতিহাসত বিৰল নহয়। ইটালীৰ মহাকবি ডাণ্টে বিয়েট্ৰিছ নামৰ ৰূপহী ছোৱালী এজনীৰ প্ৰতি প্ৰেমৰ ভিতৰেদি ঈশ্বৰৰ সাক্ষাৎ পাইছিল বুলি তেওঁৰ মহাকাব্য 'ডিভাইন ক'মেডি'ত ( Divine Comedy ) বৰ্ণনা কৰিছে।

ৰায়চৌধুৰীৰ 'তুমি' গুৰিৰপৰাই বিশ্বনাথৰ স্বৰূপ। "সকলো তুমিয়ে নাথ, জগতত দেখিছোঁ যিমান।" কিন্তু এই স্বৰূপৰ প্ৰথম কলাই হৈছে প্ৰেমিকাৰ বিচিত্ৰ সৌন্দৰ্য্যচ্ছটা। সাতোটা ৰশ্মিৰ সমষ্টিত সূৰ্য্যৰ সকলো পোহৰ প্ৰকাশ হোৱাৰ দৰে 'তুমি' কাব্যৰ সাতোটা ছেদত কবিৰ কল্পিত বিশ্বনাথৰ বিশ্ব সৌন্দৰ্য্যৰ সাতোটা কলা প্ৰকাশ হৈছে।

'তুমি' কাব্য বিৰাট ভাবৰ খলকনি এটিৰপৰা ওলাইছে। ইয়াৰ সকলো ছেদতেই আশ্চৰ্য্য, তন্ময়তাৰ ভাব, শিলৰ ওপৰেদি ত্বৰিত গতিত ছিটিকি পৰা জল-প্ৰপাতৰ তৰঙ্গ ভঙ্গৰ দৰে দশাক্ষৰী ক্ষিপ্ৰগতিৰ চুটি পদবোৰে অনুভূতিৰ তীব্ৰতা বিচিত্ৰ সৌন্দৰ্য্যময়ী ভাষাৰে প্ৰকাশ কৰিছে।

# ৰায়চৌধুৰীৰ 'তুমি' কাব্যৰ আধ্যাত্মিকতা আৰু অতীন্দ্ৰিয়বাদ

ডক্টৰ কালীচৰণ দাস

মুক্তি-সংগ্ৰামৰ নিৰ্ভীক যোদ্ধা, অজেয়-অক্লান্ত দেশ-প্ৰেমিক, জাতীয়তাবোধ আৰু সংস্কৃতি-সাহিত্যৰ সংৰক্ষক, কৰ্মযোগী অম্বিকাগিৰী আজি সশৰীৰে আমাৰ মাজত নাই। আছে তেখেতৰ বহুমুখী ব্যক্তিত্বৰ আৰু অমেয় প্ৰতিভাৰ কীৰ্তি-স্তম্ভ আৰু যুগমীয়া সাধনা-সৌৰভৰাজি।

> গুণাঃ কুৰ্বন্তি দূতত্বং দূৰেপি বসতাং সতাম্।
> কেতকী গন্ধমাদায় স্বয়মায়ান্তি ষট্পদাঃ ॥
> শৰীৰস্য গুণানাং চ দূৰমত্যন্তমন্তৰম্।
> শৰীৰং ক্ষণবিধ্বংসি কল্পান্তস্থায়িনো গুণাঃ ॥ (সূক্তিশতকম্)

শৰীৰৰ বিনাশে গুণী পুৰুষৰ যশ-গুণ ক্ষীণ-প্ৰভ কৰিব নোৱাৰে, বৰং মহৎলোকৰ গুণৰাজিয়ে তেওঁলোকৰ যশ-সৌৰভ আৰু সমাজত সমাদৰ কল্পান্ত স্থায়ীহে কৰে। গুণৰ বিকাশ হয় জীৱন-কালৰ মহৎ কৰ্মমালাৰ যোগেদি ; আৰু সেই কৰ্মৰ দ্বাৰা জনগণ উপকৃত হয়।

স্বৰ্গীয় ৰায়চৌধুৰী আছিল এগৰাকী একনিষ্ঠ কৰ্মযোগী। তেখেতৰ আত্ম-ত্যাগ, সমাজ-সেৱা আৰু অদম্য দেশ-প্ৰেমৰ গভীৰ অনুৰাগ ভৰা কৰ্মসমূহে দেশৰ আৰু দহৰ সমাদৰ আৰু স্বীকৃতি লাভ কৰিছিল। অন্তৰৰ পৱিত্ৰতা, কথাত নিৰ্ভীকতা আৰু স্পষ্টবাদিতা আৰু বহুমুখীত্ব ব্যক্তিসম্পন্ন জনহিতকৰ কৰ্মৰাজিয়ে তেখেতক এগৰাকী জনবৰেণ্য নেতাৰূপে পৰিচয় দিছে। দুখ-দৈন্য, যাতনা-নিৰ্য্যাতন, সুখ-বিলাস, জৰা-ৰোগ সকলোকে নেওচি দেশ-সেৱাকে মূলমন্ত্ৰ কৰি তেখেতে আমৰণ কৰ্মময় জীৱন যাপন কৰিছিল। তেখেতৰ কৰ্মসমূহ আৰু ব্যক্তিত্বৰ সমাদৰ আৰু সন্মানৰ



প্ৰতীকস্বৰূপে ৰায়চৌধুৰীক 'অসম-কেশৰী', 'অগ্নি-কবি' আদি আখ্যাৰে বিভূষিত কৰি জনসাধাৰণে শ্ৰদ্ধা জনাইছে। তেনে এগৰাকী পুৰুষৰ চিনাকি দিয়া নিতান্ত নিষ্প্ৰয়োজন। তেওঁৰ বহুমুখী ব্যক্তিত্ব আৰু জনহিতকৰ কৰ্মসমূহ কাল বিজয়ী হৈয়েই ৰব, এয়ে আমাৰ আন্তৰিক আশা।

ৰায়চৌধুৰীদেৱৰ লৌকিক জীৱন আৰু আধ্যাত্মিক জীৱনৰ সামঞ্জস্য অতিশয় অভূতপূৰ্ব। কৰ্মক্ষেত্ৰত তেখেত অদম্য, অক্লান্ত, কঠোৰ—ৰুদ্ৰ স্বৰূপ ; আনহাতে অন্তৰত তেখেত আছিল এগৰাকী নৈষ্ঠিক, সুকোমল আৰু সৌন্দৰ্য্য-সাধনামগ্ন পুৰুষ। ৰাজনৈতিক জীৱনত তেখেত আছিল নিৰ্ভীক, ক্লান্তিবিহীন মুক্তি-যোদ্ধা ; অথচ ব্যক্তিগত জীৱনত তেখেতৰ আছিল কৰ্মই ধৰ্ম, আৰু আনহাতে আধ্যাত্মিক জীৱনত তেখেত সত্য-সুন্দৰৰ একনিষ্ঠ পূজাৰী। এই হেতুকেই ৰায়চৌধুৰীৰ আধ্যাত্মিক জীৱনৰ কঠোৰ সাধনা আৰু চিন্তাপ্ৰৱণতাই তেখেতৰ লৌকিক জীৱনৰ নিৰ্ভীকতা আৰু কঠোৰতাৰ সৈতে সমন্বিত হৈ তেখেতৰ প্ৰকৃত ব্যক্তিগত চৰিত্ৰত এক অভিনৱ মহত্ত্ব আৰু সৌষ্ঠৱ প্ৰদান কৰিছে। মুক্তি-সংগ্ৰাম আৰু দেশ-সংৰক্ষণ প্ৰসঙ্গত তেখেতৰ উক্তি আৰু লিখাবোৰত যিদৰে বজ্ৰবাণী স্ফুটিত হৈছিল, আনফালে পাৰমাৰ্থিক চিন্তাৰ আবেগময়ী ক্ষিপ্ৰ-প্ৰবাহৰ মাজত তেখেতে চিত্তাকৰ্ষক জীৱন-দৰ্শনৰ গভীৰ তথ্যসমূহ প্ৰাঞ্জল ভাষাৰে প্ৰকাশ কৰিছিল। ৰায়চৌধুৰীৰ 'তুমি' কাব্য তেখেতৰ আধ্যাত্মিক সাধনা আৰু দাৰ্শনিক ভাৱধাৰাৰ এখনি প্ৰধান পৰিচায়ক গ্ৰন্থ।

অতীন্দ্ৰিয়বাদ আৰু আধ্যাত্মিক চেতনা ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ অন্যতম সাধাৰণ লক্ষণ। মানৱ-জীৱন দ্বৈত-সত্তাৰ সংহতি। জীৱাত্মা আৰু পৰমাত্মাৰ মাজত প্ৰকৃতি-বিপৰ্য্যয়ৰ সত্ত্বেও মানুহৰ পুৰুষত্বত দুয়োৰেই সংহতি বৰ্তমান।

> দ্বা সুপৰ্ণা সযুজা সখায়া
> সমানং বৃক্ষং পৰিষস্বজাতে।
> তয়োৰণ্যঃ পিপ্পলং স্বাদ্বত্তি
> অনশ্নন্নন্যোভিচাকশীতি ॥ (মুণ্ডকোপনিষৎ)

সেই একেডাল গছতেই এযোৰ বিহগৰ নিবাস। তাৰে এটিয়ে মধুৰ ফল উপভোগ কৰে। কিন্তু আনটি অনাসক্ত দৰ্শক হৈ থাকে মাথোন।

বাট্ৰাণ্ড ৰাছেলে অতীন্দ্ৰিয়বাদৰ ( Mysticism ) কেইটিমান সাধাৰণ লক্ষণ আৰু বৈশিষ্টৰ কথা উল্লেখ কৰিছে। তেখেতৰ এই কথাবোৰ মন

কৰিবলগীয়া। তেখেতৰ মতে অতীন্দ্ৰিয়ৰাদৰ প্ৰধান উপলক্ষণ এইবোৰ— স্বতঃ প্ৰকাশ, সহজ দৃষ্টি, ৰহস্য প্ৰকাশ ভাব, অনৈক্য মাজত ঐক্য ভাৱত বিশ্বাস, কালৰ বাস্তৱতা অস্বীকাৰ আৰু সৃষ্টিৰ মাজত অশিৱৰ অলীকতা-বোধ। অতীন্দ্ৰিয়ৰাদ সম্বন্ধে তেখেতে আকৌ আন প্ৰসঙ্গত এইদৰে মন্তব্য কৰিছে—বিশ্ব জগতৰ স্বৰূপ সম্বন্ধে মূলতঃ যি বিশ্বাস তাৰ প্ৰতি আনুভূতিক তীব্ৰতা আৰু গভীৰতাই অতীন্দ্ৰিয়ৰাদৰ বৈশিষ্ট্য ( *Mysticism and Logic* )। তেখেতে আকৌ এঠাইত লিখিছে—কিন্তু অতীন্দ্ৰিয়ৰাদীয়ে আধ্যাত্মিক দৃষ্টিৰেই জীৱন যাপন কৰে। যাৰ অনুসন্ধানত আনে অনুমানেৰে আগবাঢ়ে তাক তেওঁ জানে। আৰু সেই জ্ঞানৰ লগ'ত তুলনা কৰিলে আন জ্ঞান অজ্ঞতাসদৃশ। দৰাচলতে অতীন্দ্ৰিয়ৰাদ বিশ্বজগতৰ প্ৰতি হোৱা বিশ্বাসৰেই এক প্ৰকাৰ আত্মনিঃসৃত গভীৰ আনুভূতিক স্পন্দন। অতীন্দ্ৰিয়ৰাদী জনৰ অন্তঃসত্তা অলৌকিক জ্ঞানেৰে প্ৰদীপ্ত হয়। বৌদ্ধিক জ্ঞানক ব্যৱহাৰিক জগতৰ প্ৰয়োজনীয় বুলি ক'লেও ই অতীন্দ্ৰিয় জ্ঞানৰ সমপৰ্য্যায়ৰ হব নোৱাৰে।

'তুমি' কাব্য ৰচিত হয় প্ৰায় অৰ্ধশতাব্দী কাল আগেয়ে। তেতিয়া কবি ৰায়চৌধুৰী যৌৱনৰ ভৰ-দুপৰত। মানুহ মাত্ৰৰেই জীৱনৰ এই বয়সত মনোজগতত প্ৰীতি আৰু অনুৰাগৰ পূৰ্ণ-পয়োভৰ হোৱাটো স্বাভাৱিক। ৰাজনৈতিক কামৰপৰা বিৰতি আৰু মনোবৃত্তি তৰঙ্গৰ হেন্দোলনিৰ সাময়িক স্তব্ধতাৰ সংক্ষিপ্ত কালছোৱাতেই 'তুমি' কাব্য ৰচিত হয়। বোধহয়, এই হেতুকেই এই কাব্যৰ ৰচনা আৰু ভাৱধাৰাৰ মাজত কবি ৰায়চৌধুৰীৰ সংগ্ৰামী ৰুদ্ৰ-ৰূপটো পৰিলক্ষিত নহয়; আছে মাথোন তেখেতৰ সুস্থ আধ্যাত্মিক পুৰুষত্বৰ মনোহৰ ছবি আৰু আবেগময়ী প্ৰবাহৰ সুৰদী সুৰ। এই কাব্যৰ ভাৱৰ গাম্ভীৰ্য্য আৰু আকৰ্ষণীয় কাব্য-সৌন্দৰ্য্য স্বতঃস্ফূৰ্ত। স্বলিখিত সংক্ষিপ্ত পাতনিত কবিয়ে নিজেই লিখিছে— "মনৰ মাজৰপৰা এইখন কি ওলাই পৰিছে কব নোৱাৰোঁ; কিন্তু এইটো হ'লে ভালকৈ জানো যে বিশৃঙ্খল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য্য অতিক্ৰম কৰি........আসক্তিৰ হাত এৰাই অনন্তৰ লগত সানমিহলি হৈ পৰে।"

'তুমি' কাব্য সাতোটা ছেদ বা খণ্ডৰ সমষ্টি—সাতসৰী সদৃশ। সৌৰ-কিৰণৰ সাত ৰং মিলাই ৰামধনুখনিয়ে নভোমণ্ডলৰ সৈতে পৃথিৱীক আঁকোৱালি লোৱাৰ দৰে ৰায়চৌধুৰীদেৱৰ 'তুমি' কাব্যই সাতটি কাব্যিক অভিব্যঞ্জনাৰে 'তুমি' আৰু 'মই'ৰ মিলন-ৰহস্য অঙ্কিত কৰিছে। ই প্ৰকাৰান্তৰে



'মই'ৰ স্বৰ্গাৰোহণ বৰ্ণনা। আধ্যাত্ম-দৰ্শনৰ আকুল অভিযাত্ৰী কবি ৰায়চৌধুৰীয়ে বিশ্বজগতৰ প্ৰেম আৰু সৌন্দৰ্য্যৰ পম খেদি অৱশেষত অনন্ত প্ৰেমৰ অপাৰ সিন্ধু 'তুমি'ক অন্তৰ্জগতৰ 'মই'তেই বিচাৰি পাইছে।

"মোৰ স'তে গাঁথি দিছা
অন্তহীন বিশ্বৰ প্ৰাঙ্গণ।"

আকৌ কৈছে——

"তুমি অনন্ত প্ৰেমৰ খনি
ক্ষুদ্ৰ মোৰ হৃদয়ত গঁথা।"

'তুমি' কাব্যৰ লিখক ৰায়চৌধুৰীৰ গভীৰ তত্ত্ব-জ্ঞানৰ ওপৰত শ্ৰুতি আৰু উপনিষদৰ সাধূক্তিসমূহৰ প্ৰভাৱ পৰা যেন লাগে। যেনে——

"যো মাং পশ্যতি সৰ্বত্ৰ সৰ্বং ময়ি পশ্যতি।
তস্যাহং ন প্ৰণস্যামি স চ মে ন প্ৰণশ্যতি॥" (গীতা,৬)

তেনেকৈ——

'মত্তঃ পৰতৰং নান্যৎ কিঞ্চিদস্তি ধনঞ্জয়।
ময়ি সৰ্বমিদং প্ৰোতং সূত্ৰে মণিগণা ইব॥' (গীতা, ৭)

'তুমি' আৰু 'মই'ৰ এনে সৃষ্টি আৰু প্ৰীতিৰ অনন্ত সম্বন্ধৰ সত্যতা আৰু সাৰ্থকতাৰ বিষয়ে উপনিষদসমূহতো অনেক প্ৰসঙ্গত উল্লেখ আছে। বিশ্ব-প্ৰেমৰ কাৰণ দৰ্শাই লিখা আছে——

'ন বা অৰে সৰ্বস্য কামায় সৰ্বং প্ৰিয়ং ভৱতি।
আত্মনস্তু কামায় সৰ্বং প্ৰিয়ং ভৱতি॥'

আত্মাৰ সহজ প্ৰীতিৰ হেতুকেহে আন সকলোবোৰ প্ৰিয় হব পাৰে। আকৌ কোৱা হৈছে—

'ইয়ং পৃথিৱী সৰ্বেষাম্ ভূতানাং মধু। অস্যৈ পৃথিব্যৈ সৰ্বাণি ভূতানি

মধু।........ইদং ব্ৰহ্ম। অয়মাত্মা সৰ্বেষাম্ ভূতানাং মধু। অস্যাত্মানঃ সৰ্বাণি ভূতানি মধু।........ইদং ব্ৰহ্ম। ইদং সৰ্বম্।' (বৃহদাৰণ্যকোপনিষৎ)

কেৱল পৰম ব্ৰহ্মই সকলো। যিজনে ব্ৰাহ্মীস্থিতি লাভ কৰিব পাৰে, তেৱেঁহে সমদৰ্শন আৰু সৰ্বপ্ৰেমী হব পাৰে। বিৰাট বিশ্বৰ সকলো সত্তাই প্ৰেমৰ এনাজৰীৰে আবদ্ধ। জগন্নিবাস পৰম ব্ৰহ্মই দ্ৰষ্টা, দৰ্শন আৰু দৃষ্ট ; প্ৰেম, প্ৰেমিক আৰু প্ৰিয়ৰূপে বিৰাজ কৰি তেওঁ বিশ্ব-জগতৰ সকলো বস্তুকেই সুন্দৰ আৰু মধুময় কৰি তুলিছে। ড° কাকতিয়ে এই কাৰণেই 'তুমি' কাব্যৰ প্ৰথম ছেদটো গীতাৰ 'বিশ্বৰূপ দৰ্শন' বুলি অভিহিত কৰিছে।

প্ৰথম ছেদত 'তুমি' কাব্যৰ বৰ্ণনা অতিশয় সুমধুৰ আৰু চিত্তাকৰ্ষক। ভাব আৰু ভাষাৰ সহজ সমন্বয় আৰু প্ৰবাহ, কাব্যিক চিত্ৰ-ব্যঞ্জনা, অভিনৱ প্ৰকাশ-ভঙ্গী, যৌন-কামনাৰ অন্তৰ্স্পৰ্শী সৌন্দৰ্য্যৰ সৃষ্টি-কৌশল কবিৰ স্বকীয় প্ৰতিভাৰ নিপুণ নিদৰ্শন। ভগৱান 'তুমি'য়ে যিদৰে কাৰ্য্যৰ বিকাশ সাধি কাৰণৰূপে নিহিত আছে, কবি নিজেও কাব্যৰ মাজত প্ৰণয় আৰু সৌন্দৰ্য্যৰ উপভোগ্যকৈ চিত্ৰ আঁকি নিজে অনাসক্ত আৰু নিৰ্লিপ্ত হৈ আছে। ইয়াত লিখকৰ অনুৰাগ আৰু আসক্তিৰ প্ৰাধান্য নাই, আছে যাদুকৰী বৰ্ণনা, অপূৰ্ব সৃজন কৌশল, আৰু আছে সাধনা-সমল ভগৱৎ-প্ৰেমৰ গভীৰ অথচ কৰুণ অনুভূতিৰ সুৰ। 'তুমি' কাব্যৰ বৰ্ণনা-মাধুৰ্য্য, প্ৰকাশ-ভঙ্গী আৰু শব্দ-যোজনাৰ কৌশল অতিশয় মনোৰঞ্জক।

'তুমি লাজৰ ৰাঙলী আভা
গাভৰুৰ গোলাপী গালত ;
.... .... ....
'তুমি খোজেপতি সুন্দৰীৰ
সৌন্দৰ্য্যৰ সোঁত পৰা বই।
.... .... ....
'তুমি নিটোল নিক্বণধ্বনি
খোজেপতি উঠা কঁপি কঁপি ;
.... .... ....
'তুমি নৰণু দুখনি ভৰি
খোজ কঢ়া সুমন্দ বেগত।'

গীতাৰ 'বিশ্বৰূপত' আছিল ভগৱানৰ বিৰাট ৰূপ ; 'তুমি' কাব্যৰ প্ৰথম ছেদত বৰ্ণিত চিত্ৰ হ'ল সুন্দৰৰ বিকাশৰ জীৱন্ত মনোহৰ ৰচনা।



কবিয়ে বহিৰ্জগতৰ ইন্দ্ৰিয়গ্ৰাহ্য বন্য বস্তুবোৰৰ মাজত সৌন্দৰ্য্যৰ অনন্ত কাৰণ 'তুমি'ৰ প্ৰতিবিম্ব দেখিছে। এই দৃশ্যৰ মাজতে হৈছে লৌকিকৰ মাজত অলৌকিকৰ দৰ্শন লাভ। এই সুন্দৰৰ মাজত কামনাৰ ছাঁ নাই, নতুবা যৌন-প্ৰেমৰ বেদনাও নাই। 'তুমি'ৰ এনে দৃষ্ট সৌন্দৰ্য্য অতীন্দ্ৰিয়। ই অতীন্দ্ৰিয় উপলব্ধিৰ আকুল প্ৰয়াস ; প্ৰেমৰ গাঁথনিৰে 'সীমত অসীম'ক সুমুৰাই লোৱাৰ সাধনা-বেদী। লিখকৰ 'তুমি' কাব্যত প্ৰেম আৰু কামনাৰ আবেগ আকুলতা বা ইন্দ্ৰিয় সম্ভোগৰ মাদকতা নাই ; আছে সুন্দৰৰ সাধনাৰ কৰুণ সুৰ, আছে সুন্দৰৰ সৈতে পূৰ্ণ মিলনৰ আকুলতা আৰু বিৰহ-বেদনাৰ প্ৰাণভৰা খলকনি।

'ৰাতিটোৰ ভিতৰেদি
ভাবি ভাবি ভাগৰি ভাগৰি,
তুমি কল্পনাত খেলা মোৰ
প্ৰেম খেলা বাগৰি বাগৰি।'

সাধনাৰ সফলতা বিচাৰি সাধক কবিয়ে 'তুমি' সুন্দৰৰ উদ্দেশ্যে বেদনাৰ অশ্ৰু-অৰ্ঘ্য যাচিছে।

'লোৱা অশ্ৰু-টুপি
ভেদি অহা মুগুধ পৰাণ।'

'তুমি' কাব্যৰ প্ৰথমাংশত প্ৰেম-সৌন্দৰ্য্যৰ বহুতো আকৰ্ষণীয় ছবি অভিনৱ ৰঙেৰে মধুৰ ছন্দেৰে সজোৱা হৈছে। কামিনীৰ দৈহিক সৌন্দৰ্য্যৰ ছবি অঙ্গে অঙ্গে মূৰৰপৰা ভৰিলৈ ৰূপায়িত কৰা হৈছে। কিন্তু কবিৰ মানস ছবি ইন্দ্ৰিয়-জনিত হৈছে জানো ? কবি ৰায়চৌধুৰীয়ে যিদৰে আত্ম-নিহিত আধ্যাত্মিক সৌন্দৰ্য্যকেই বহিৰ্জগতত দেখিছে, তেনে আনুভূতিক একাত্মবোধৰ সহায়তহে এই সৌন্দৰ্য্য উপভোগ্য। 'তুমি'ৰ অন্বেষণ আধ্যাত্মিক সাধনা-সাধ্য ; এই সাধনা আধ্যাত্মিক জগতৰ আৰু তাৰ বাহন সহজ অনুভূতি।

'তুমি'ৰ দ্বিতীয় ছেদত ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেয়সীৰ সৌন্দৰ্য্য আৰু প্ৰেমসিক্ত চিত্ৰসমূহক উচ্চতৰ স্তৰলৈ নিয়া হৈছে। এনে সৌন্দৰ্য্যৰ প্ৰকৃত প্ৰতিচ্ছবি দৃশ্য-জগতৰ হব নোৱাৰে। এইবোৰ সৌন্দৰ্য্য অন্তৰ্জগতৰ নিষ্কলুষ কৰুণা আৰু প্ৰীতিৰে বোলোৱা। ইয়াক স্থূল বহিৰিন্দ্ৰীয়সমূহৰ দ্বাৰা

উপলব্ধি কৰিব নোৱাৰি। নিস্বাৰ্থ আৰু নিস্কাম সমভূতিৰেহে এনে কৰুণা আৰু প্ৰেমৰ উপলব্ধি কৰিব পাৰি। এনে সৌন্দৰ্য্যৰ মাজত ঐন্দ্ৰিক স্থূলতা আৰু কলুষতা নাই। ই বাহ্যজগতৰ প্ৰভাৱ মুক্ত, অধিক পৱিত্ৰ, নিৰাময় আৰু নিত্য। 'তুমি' ভগৱানৰ এই বিবৰ্তন বুদ্ধিগ্ৰাহ্যও নহয়; এনে সৌন্দৰ্য্য আত্মীয় অভিজ্ঞতাৰেহে বোধ্য। পাশ্চাত্য বিশিষ্ট দাৰ্শনিক হেন্‌ৰি বাৰ্গছুঁ, ব্ৰেড্‌লী আদিয়ে এনে উপলব্ধিৰ নাম সহজ-জ্ঞান ( Intuition ) দিছে। কিয়নো বাৰ্গছুঁৰ মতে বুদ্ধিয়ে বস্তুৰ বাহ্যিকজ্ঞান পাব পাৰে ( It moves round the object ), কিন্তু সহজ জ্ঞানেৰেহে জ্ঞেয় বস্তুৰ অন্ত-সত্তাত প্ৰবেশ ( We enter it ) কৰিব পাৰি। এনে উপলব্ধি প্ৰকৃত-পক্ষে জ্ঞাতা আৰু জ্ঞেয়ৰ একাত্মিকাৰ স্বৰূপ।

এই ছেদত কবি ৰায়চৌধুৰীয়ে 'তুমি' ৰূপী ভগৱানক 'জননীৰ অন্তৰত সাদৰি সজাই থোৱা প্ৰেম', সন্তানৰ 'সৰুকালি সুৱাগৰ ভেম', 'প্ৰেমৰ মূৰতি স্বামী', 'পতিপ্ৰাণা সতী', উদাৰ পুৰুষৰ 'কৰুণা ৰঞ্জিত হিয়া' আদিৰ মাজত প্ৰকাশিত অকৃত্ৰিম কৰুণা আৰু প্ৰীতিৰ মাজত দেখিছে। নিস্বাৰ্থ, নিৰ্মল আৰু সৰল সুগুণবাজি দৰাচলতে আধ্যাত্মিক জগতৰ সাত্ত্বিক গুণ। ইয়াৰ মাধ্যমেদি 'তুমি' ভগৱানে ব্ৰহ্মাণ্ড-লীলাৰ মাহাত্ম্য প্ৰকাশ কৰিছে। কবিয়ে মনোজগতৰ মহান্ গুণবাজিৰ ভিতৰত 'তুমি' ভগৱানৰ লীলা উপলব্ধি কৰিছে যদিও স্বৰূপ উপলব্ধি কৰিব পৰা নাই। বিৰহৰ বেদনা-দগ্ধ অন্তৰেৰে কবিয়ে আৰাধ্য 'তুমি'ক কাতৰ প্ৰাৰ্থনা জনাইছে।

কাব্যৰ তৃতীয় খণ্ডত কবি ৰায়চৌধুৰীয়ে 'তুমি' ব্ৰহ্মক পৃথিৱী আৰু আকাশৰ বুকুত থকা সৌন্দৰ্য্য, প্ৰণয় আৰু আশ্চৰ্য্যৰ আধাৰত অনেকৰ মাজত এক, আৰু দৃশ্যৰ মাজত অদৃশ্য উপলব্ধিৰ আবেগময়ী বৰ্ণনা দিছে। এই দৃশ্যসমূহ বিৰাট, অনন্ত আৰু মহান্ ৰহস্য-তত্ত্বৰ ক্ষুদ্ৰ আভাস। 'তুমি'য়ে নিজৰ ৰহস্যময় লীলাৰে বিশ্ব-ৰহস্যৰ অনন্ত পোহাৰ মেলিছে। কবিয়ে 'তুমি'ৰ এই বিৰাট বিশ্বৰূপত সত্য, শিৱ আৰু সুন্দৰৰ আংশিক প্ৰকাশৰ উমান পাইছে। এই জ্ঞানৰ উপলব্ধি বৈজ্ঞানিক বিশ্লেষণ বা ইন্দ্ৰিয়জনিত জ্ঞান নহয়। ই পৱিত্ৰ প্ৰেমেৰে নিকা কৰি লোৱা আত্ম চৈতন্যৰ উপলব্ধি মাথোন। কিয়নো কবিয়ে উপলব্ধি কৰিছে—

'মোৰে স'তে গাঁথি দিছা
অন্তহীন বিশ্বৰ প্ৰাঙ্গণ।'





সেইদৰেই লিখিছে—

'তুমি অনন্ত প্ৰেমৰ খনি
ক্ষুদ্ৰ মোৰ হৃদয়ত গঁথা।'

ভক্তি আৰু বাৎসল্য প্ৰেমাভিভূত হৈ কবিয়ে বিশ্বজগতৰ অসংখ্য দৃশ্যৰ মাজত গোষ্পদে নভোমণ্ডল দেখাৰ নিচিনা অনন্ত 'তুমি'ৰ স্বৰূপ লাভৰ আভাস পাইছে। তেওঁৰ সাধনা আৰু আত্ম-চৈতন্য আধ্যাত্ম জগতৰ, ই ইন্দ্ৰিয় শক্তিৰ অলভ্য আৰু সীমাতীত।

কাব্যৰ চতুৰ্থ স্তৰত উষাৰ আগমণিত বাহ্যজগতৰ অন্ধকাৰৰ তিৰোধান আৰু প্ৰাণ-চৈতন্যৰ জাগৰণৰ লগে লগেই কবিয়ে নিজ হৃদয়ত এটি নতুন পোহৰ আৰু চৈতন্য অনুভৱ কৰিছে :

'অনন্ত ৰহস্য ভৰা আলোকৰ সোঁত
উজ্জ্বলাই দিয়া তুমি মনে মনে মোৰ।'

এই অভিনৱ চৈতন্যৰ ৰেঙনি আৰু বিস্ময়ৰ আলোড়ন সৰসীৰ বুকুত আৰু ধাঁহনিৰ নিৰ্মল নিয়ঁৰ টোপালত প্ৰতিবিম্বিত হৈ অনন্তৰ আভাস স্পন্দন প্ৰতিধ্বনি কবিয়ে নিজেই অনুভৱ কৰিছে :

'সৰসী একণমান
সামৰি অসীম প্ৰাণ'—আৰু—
'সেউজীয়া ধাঁহনিৰ বিমল মূৰত
বিশ্বৰ হুবহু ছবি ফুলে নিয়ঁৰত।'

এই বিস্ময়কৰ বিচিত্ৰতাই ক্ষুদ্ৰ আৰু বিৰাট, সসীম আৰু অসীম আৰু 'নাই আৰু আছে'ৰ উপলব্ধিৰ ভিতৰেদি কবিৰ অন্তৰত এক বিশেষ তত্ত্ব-জ্ঞান জগাই তুলিছে :

'বিৰাট মধুৰ এটি ভাব নিৰমল,
দগ্ধ জীৱনত ঢালে শান্তি সুশীতল।' আৰো—
'মিছাতে ভৰমি মৰে অনন্ত জগত—
পূৰ্ণৰূপে আছে কিন্তু হিয়াৰ মাজত।'

আত্মাৰ ভিতৰতেই বিশ্বৰ সত্য-সৌন্দৰ্য্য নিহিত আছে। তাৰেই সাধনাৰ যোগেদি বিকাশ সাধিব পাৰিলে, অন্তৰত অসীম 'তুমি'ৰ স্বৰূপ লাভ কৰিব পাৰি।

'মিলনৰ মহা ৰেখা তুলিব জ্বলাই,
সীমাৰ মাজত ৰাখি অসীম লুকাই।'

কবিয়ে উল্লিখিত কবিতাৰ ভাবৰ উপলব্ধিৰে ধৰ্মৰ শাশ্বত সত্যৰ মৰ্মবাণী প্ৰকাশ কৰা যেন লাগে। এনে উপলব্ধিৰ প্ৰভাৱতেই বেদান্তৰ আচাৰ্য্যই 'নেতি' 'নেতি' ভাবৰ শেষত 'তত্ত্বমসি' সত্যত উপনীত হৈছিল। কবি ৰায়চৌধুৰীয়েও প্ৰেম-সৌন্দৰ্য্যৰ অভিনয় ক্ষেত্ৰৰ অপূৰ্ব চিত্ৰৰ আধ্যাত্মিক দৃষ্টিৰ যোগেদি 'নাই'ৰ মাজত 'আছে'ৰ সঙ্কেত পাইছে। কবিৰ এনে উপলব্ধি আনুভূতিক চৈতন্যত প্ৰতিষ্ঠিত। উপনিষদৰ বাণীত ইয়াৰ তাৎপৰ্য্য আছে—

'অনুভূতিং বিনা মূঢ়ো বৃথা ব্ৰহ্মণি মোদতে।
প্ৰতিবিম্বিত শখোগ্ৰফলাস্বাদন মোদবৎ ॥' (মৈঃ উপঃ)

আকৌ—

'অশৰীৰং শৰীৰেষু মহান্তং বিভুমীশ্বৰম্।
আনন্দসক্ষৰং সাক্ষাত্মা ধীৰো ন শোচতি ॥' (দঃ উপঃ)

কবিৰ এনে অলৌকিক উপলব্ধি ইন্দ্ৰিয়জনিত অথবা প্ৰত্যক্ষ জ্ঞান নহয়। আধ্যাত্ম জ্ঞান ইন্দ্ৰিয়জনিত নাইবা আনুমানিকো নহয়।

'নৈৱ বাচা ন মনসা প্ৰাপ্তুং শক্যো ন চক্ষুষা।
অস্তীতি ব্ৰুৱতোন্যত্ৰ কথং তদুপলভ্যতে ॥' (কেথোপনিঃ)

আধ্যাত্মিক জ্ঞান বা ব্ৰহ্মজ্ঞান কথাৰে, মনেৰে বা চকুৰে দুষ্প্ৰাপ্য। 'আছে' এই বুলি উপলব্ধি কৰোঁতা জনৰ বাহিৰে উপলব্ধিৰ আন কি উপায় আছে?

'তুমি' কাব্যৰ পঞ্চম ছেদত কবিয়ে 'তুমি' আৰু 'মই'ৰ পাৰস্পৰিক সন্নিধি উপলব্ধি কৰি কামনামিশ্ৰিত প্ৰেম অতিক্ৰম কৰি কবিয়ে পাৰমাৰ্থিক সত্তা আৰু আনন্দৰ পৰশ পাইছে।



'হ'লনে এতিয়া হেৰা!
ক্ষুদ্ৰ মোৰ হিয়া ফেৰা,
বান্ধহীন প্ৰেমৰ ফুলনি
পুণ্য সৌৰভৰ?'

কামনা-কলুষিত প্ৰেমে আত্ম-চৈতন্য আচ্ছন্ন কৰিলে, 'তুমি' ব্ৰহ্মৰ বিশ্বৰূপ দৰ্শনৰ আনন্দ আৰু পৰম শান্তি লাভ কৰা অসাধ্য। কবিয়ে এই তত্ত্বৰ উপলব্ধি কৰিছে।

'বুজিছোঁ বুজিছোঁ বাৰু
নালাগে নকবা আৰু
সেই প্ৰেম নাছিল স্বাধীন,
নিখুঁত যোগৰ।'

এনে আসক্তিৰ হেতুকেই কবিয়ে বহুকাল বিৰহৰ তিক্ততা, অতৃপ্তি-বেদনা ভোগ কৰা বুলি খেদ কৰিছে। নিস্বাৰ্থ, অনাসক্ত প্ৰেমেৰে ধুই হৃদয়ৰ আধ্যাত্মিক প্ৰস্তুতিৰ দ্বাৰাইহে কবিয়ে 'তুমি' ভগৱানৰ দৰ্শন লাভৰ প্ৰয়াস কৰিছে। অন্তৰৰ প্ৰেমৰ প্ৰভাৱেৰে দৃষ্টি শক্তিক শোধন কৰিলেহে প্ৰেমময় ব্ৰহ্মাণ্ডৰ স্বৰূপ দেখিবলৈ পোৱা যায়।

'যেতিয়া যি ফালে চাওঁ,
প্ৰেমকেহে দেখা পাওঁ,—
অসীমৰ বিৰাট অঞ্চল
ৰঞ্জিত প্ৰেমত।'

বিশ্বৰূপ দৰ্শনৰ ফলত অৰ্জুনৰ ভক্তি আৰু সখ্য ভাৱভৰা হৃদয়তো সেইদৰে প্ৰকাশ পাইছিল—

'পশ্যামি দেবাংস্তৱ দেৱদেহে
সৰ্বাংস্তথা ভূতবিশেষ—সঙ্ঘান্।'' (গীতা-১১-১৫)

আকৌ,—

'ত্বয়া ততং বিশ্বমনন্তৰূপ।'

ভগৱানৰ পৰা আৰু অপৰা শক্তিৰ স্বৰূপ বহিৰ্জগত আৰু আত্ম-চৈতন্যৰ একাত্মিকা জ্ঞান লাভৰ সৌভাগ্য হ'লেহে অসীম অমেয় আনন্দ উপভোগৰ সুযোগ মিলে। কথিত আছে——

'তদেতদিতি মন্যন্তেঽনির্দেশ্যং পৰমং সুখম্ ।' (কঠোপনিঃ)

'সেয়ে এইয়া' বুলি ওপজা জ্ঞানৰ ফলতেই সাধকে অনিৰ্বচনীয় পৰম সুখ লাভ কৰে। সেয়েহে কবি ৰায়চৌধুৰীৰ আনন্দৰ আবেগভৰা প্ৰকাশ——

'শুনি সান্ত্বনাৰ কথা
উটাওঁ বিৰহ—বেথা ;——
সেৱি পদ কৰোঁ সুশীতল,
প্ৰাণৰ পোৱণি।'

কিন্তু সাধনাৰ পঞ্চম স্তৰতো কবিৰ অন্তৰত 'তুমি'ৰ সম্যক স্বৰূপ লাভ নোহোৱা যেন লাগে। 'তুমি' আৰু 'মই'ৰ দ্বৈত-সত্ত্বা জনিত বেদনা আৰু অভিমান এতিয়াও বাকী। তথাপিও কবিৰ এই অসমাপ্ত যোগ বা সাধনাৰ মূল্য নাই জানো? এই ক্ৰমাগত সবিকল্প সাধনাৰো যথোচিত মূল্য আছে। ই জীৱনৰ পৰিণতিৰ এটি বিশেষ স্তৰহে। আচাৰ্য্য বিনোৱা ভাবে তেখেতৰ 'গীতা প্ৰবচন'ত এই সম্বন্ধে এটি অৰ্থপূৰ্ণ মন্তব্য কৰিছে—"জুইত যি কোনো খৰিকেই নিদিয়ক, সি জ্বলি উঠিবই। পৰমেশ্বৰৰ ভক্তি এক অপূৰ্ব সাধনা। পৰমেশ্বৰে সকাম ভক্তিকো আদৰ কৰে। এই ভক্তিয়েই গৈ পিচত নিষ্কামতা আৰু পূৰ্ণতা লাভ কৰিব।" (প্ৰপত্তি বা ঈশ্বৰ শৰণতা) আনহাতে যাৰ কাব্যৰ মাজত 'প্ৰেমাপ্লুত সঙ্গীতৰ' বিমোহিনী সুৰ বাজে, সিও এটি সুনিশ্চিত সাফল্যৰ ইঙ্গিত দিয়ে। আসক্তিৰ বন্ধন খণ্ডন হবলৈকো ঐশ কৰুণাৰ নিতান্ত প্ৰয়োজন।

'ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ,
মাধৱৰ প্ৰসাদে মিলয়।' (নাম-ঘোষা)

গীতাত চাৰি প্ৰকাৰ ভক্তিৰ কথা উল্লেখ আছে। সুকৃতী লোকসকলে ক্ৰমে আৰ্ত, জিজ্ঞাসু, অৰ্থাৰ্থী আৰু জ্ঞানী হিচাবে ভগৱৎ-ভক্তিৰ আশ্ৰয় লয়। 'তুমি' কাব্যৰ পঞ্চম ছেদৰ বৰ্ণনাত কবিয়ে আৰ্ত হিচাবেই 'তুমি'ৰ একান্ত শৰণৰ আশ্ৰয় লৈছে। এনে একান্ত শৰণৰ ফলত ভগৱৎ-প্ৰসাদ লাভৰ আশা নিৰৰ্থক নহয়। কিয়নো সদুক্তি আছে—'যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম্।' (গীতা) ভক্ত আৰু ভগৱানৰ মাজৰ প্ৰীতি আৰু অভিমান অন্যোন্য সাপেক্ষ।



কবিয়ে কাব্যৰ ষষ্ঠ স্তৰত ভক্তৰ আত্মোৎসৰ্গ আৰু সমদৰ্শন ভাবৰ প্ৰয়োজনীয়তা ৰূপায়িত কৰিছে।

'নিজক দিলেহে এৰি
প্ৰাণৰ আপোন হব
সকলো বিশ্বত।'

ব্যক্তিত্বৰ স্বাৰ্থভৰা ক্ষুদ্ৰ গণ্ডীৰ মাজত 'তুমি'ৰ বিৰাট ভূমাৰূপ আয়ত্ব কৰিব নোৱাৰি। এই ছেদতেই 'তুমি' আৰু 'মই', পৰমাত্মা আৰু আত্মাৰ স্বৰূপ আৰু সম্বন্ধৰ মনোহৰ বৰ্ণনা দিয়া হৈছে। ই ধৰ্ম আৰু দৰ্শনৰ স্বীকৃত তাত্ত্বিক সত্য।

'মোৰ হৃদয়ৰ স'তে
মহা গাঁথনিৰে গঁথা
হৃদয় তোমাৰ!
মোৰ অনুভূতি স'তে
আলোড়ি ঝঙ্কাৰি উঠা
ব্ৰহ্মাণ্ডৰ তাঁৰ।'

ভক্তিৰ নিষ্ঠাৰে ভগৱানক, প্ৰেমৰ ডোলেৰে জগতক আৰু জ্ঞানৰ প্ৰভাৰে সত্যক আঁকোৱালি লোৱাকেই স্থিতপ্ৰজ্ঞ আৰু ব্ৰহ্মস্থিতি বোলা হৈছে। কাব্যৰ এই স্তৰত 'মই' ৰূপী ভক্তৰ অনাসক্ত প্ৰেমেৰে নিকা কৰা মুক্ত আকাশ সদৃশ নিষ্কলুষ হৃদয়ত বিৰাট 'তুমি'লৈ কাতৰ আৱাহন জনোৱা হৈছে।

'প্ৰেমৰ অজেয় গীত
নীল নিকা আকাশত
তোলাহি ভৰাই?'

বিশ্বজগত জড় নহয় ; ইও মনোময় বা চৈতন্য-ৰেণুৰেই সমাৱেশ। এই কথাৰ সত্যতালৈ আধুনিক বিজ্ঞানীয়েও সমৰ্থন জনাইছে। এই হেতুকেই বিশ্বৰ প্ৰকৃত তত্ত্বক সহভূতিৰেহে (Empathy) আয়ত্ব আৰু উপলব্ধি কৰা সম্ভৱপৰ হব পাৰে। একে কাৰণেই বিৰাট বিশ্বৰ আদান-প্ৰদানৰ ৰাজমাৰ্গ প্ৰেম আৰু সহভূতিৰ ওপৰতেই প্ৰতিষ্ঠিত।

'ৰসময়ী বিলাসেৰে
জলে তযু মন্দিৰত
লাহৰী উষাই ;
সিও দেখোঁ মনোময়!
মোৰে মাত্ৰ আৱেগত
উদগনি পাই ?'

আকৌ লিখিছে——

'ধৰণীৰ বুকু ফালি
তযু নাম অভ্ৰভেদী
সঙ্গীতৰ ধাৱ,
উঠে মহাগতি ধৰি
হৃদয়ৰ ভিতৰেদি
চমকাই তাঁৰ।'

এই ধ্বনি আনুভূতিক অতীন্দ্ৰিয়বাদৰ চূৰান্ত স্বৰূপ। বিশ্ব-সত্তাক ব্যক্তিৰ অন্তৰাত্মাৰ মাজত সামৰি লৈ বিৰাটৰ স্বৰূপ আৰু স্পন্দনৰ অনুভৱ কৰা আত্ম-দৰ্শনৰেই পৰিণতি আৰু ভগৱৎ ভক্তিৰ সম্যক সাৰ্থকতা। যোগ-শাস্ত্ৰত ইয়াৰেই প্ৰকাৰান্তৰে উক্তি আছে—'তদা দ্ৰষ্টুৰ্স্বৰূপেঽৱস্থানম্।' অথবা, এয়েই 'তুমি' আৰু 'মই'ৰ মহান্ মিলন 'তত্ত্বমসি'। এয়ে অনিত্য চিত্ত-তৰঙ্গবাজিৰ অৱসানৰ ফলত সম্ভূত বিশাল বাৰিধিৰ সৈতে সন্মিলিত বিৰাট ৰূপ।

'তুমি' কাব্যৰ সপ্তম ছেদত সাধনাৰ সমাপ্তি আৰু সাফল্যৰপৰা উত্তৰ হোৱা আধ্যাত্মিক জগতৰ পৰিণাম আৰু সৌন্দৰ্য্য, তৃপ্তি আৰু মাধুৰ্য্যৰ কাব্যিক কমনীয়তাৰে প্ৰকাশ কৰা হৈছে। এই ছেদতেই বৰ্ণনা দিয়া হৈছে সাধকৰ স্বৰ্গাৰোহণ পৰ্ব আৰু প্ৰেমৰ পবিত্ৰ স্বৰূপ, 'মই' আৰু



'তুমি'ৰ মহামিলনৰ অপূৰ্ব আনন্দময় স্থিতি। আগৰ স্তৰত বৰ্ণিত প্ৰেম আৰু দৰ্শনৰ ভ্ৰান্তি আৰু মলিনতাৰ ফলত ওপজা 'মই'ৰ বিৰহ বেদনা, অতৃপ্তিৰ পোৰণি আৰু কামনা-কলুষতাৰ কথা উল্লেখ কৰি কবি ৰায়-চৌধুৰীয়ে জীৱনৰ বিপৰ্য্যয় আৰু বিফলতাৰ কাৰণে অনুশোচনা কৰিছে।

'আত্মা বাৰে দৃষ্টব্য, মন্তব্য নিদিধ্যাসিতব্য'—শ্ৰুতি শাস্ত্ৰৰ অনুশাসন আৰু মৰ্মবাণী। 'তুমি' কাব্যত ৰায়চৌধুৰীয়ে সাতোটা ছেদত এনে আত্মদৰ্শন, মনন আৰু নিদিধ্যাসনৰ প্ৰগতিমূলক সপ্ত-স্তৰত কাব্য প্ৰভাৱে ব্যঞ্জিত কৰিছে। কবিৰ 'তুমি' কাব্য আধ্যাত্মিক ৰূপক কবিতাৰ নিখুঁত নিদৰ্শন। বিশ্ব-নিধান 'তুমি'ৰ স্বৰূপ উপলব্ধিৰ অৰ্থে হোৱা আধ্যাত্মিক ব্যাকুলতাই 'তুমি' কাব্যৰ উৎস। উচ্চগিৰি বক্ষ নিঃসৃতা খৰস্ৰোতা তটিনীয়ে তীব্ৰগতিৰে শিলনি বননি ভেদি কুলু কুলু সুৰে লক্ষ্য ধিয়াই অগ্ৰসৰ হোৱাৰ দৰে কবিৰ আধ্যাত্মিক জিজ্ঞাসাই 'তুমি' ৰূপী পাৰাৱাৰৰ মিলন বিচাৰি আবেগিক দুৰ্বাৰ প্ৰবাহেৰে সপ্তস্তৰত আগুৱাই বিৰহ-বেদনাৰ আৱৰ্জনা উটুৱাই নি পৰিশেষত অনন্ত শান্তি সিন্ধুত মিলিছে। শান্তি-তৃপ্তিৰ এই মহাসিন্ধুত কামনাৰ তীব্ৰতা, প্ৰেম-বাসনাৰ চাঞ্চল্য, হতাশাৰ পোৰণি আৰু জীৱনৰ অৱসাদ সকলো বিলীন হৈ অন্তৰত অনা-বিল আনন্দৰ ৰেঙনি উঠিছে!

'কি প্ৰেমৰ বিলাস বাগৰে,
কামনাৰ লহৰি ভাগৰে,—
তৃপিতিৰ অপাৰ সাগৰে,
নিয়ে আজি উটাই ;
উপাদান অমৃত ভোগৰ,
মহামন্ত্ৰ অনন্ত যোগৰ
সঞ্জীৱনী মহা মৰণৰ,
দিয়ে আজি গোটাই।'

এই মহামিলনৰ আধ্যাত্মিক নিৰাময় নিৰহঙ্কাৰ অৱস্থাত এক বিশ্ব-ব্যাপী দিব্য-চৈতন্যই কবিৰ অন্তৰ্সত্তাক ভূমা স্বৰূপৰ প্ৰভা প্ৰদান কৰিছে। এয়েই সসীম-অসীমৰ সাম্যাৱস্থা আৰু বিশ্বৰ প্ৰকৃত স্বৰূপোলব্ধি। এই জ্যোতিয়ে কবিৰ অন্তৰৰ অন্ধকাৰ তিৰোহিত কৰিব আৰু সৌন্দৰ্য্যৰ প্ৰকৃত সন্ধান দিব।

'সৌন্দৰ্য্যৰ সুন্দৰ সুৰভি,
আলোকৰ সুবিমল ছবি,
বিলাসিব সুধাময় ৰবি,
পোহৰাই সৃষ্টি ;
মিলনৰ জাননী বিলাব,
হৃদয়ৰ লগত মিলাব,
বিশ্বৰ হৃদয়—উজ্জ্বলাব
মোৰ কণা-দৃষ্টি ।

এনে পূৰ্ণাৱস্থাই জীৱনৰ লক্ষ্য ; এই আধ্যাত্মিক পৰিণতিৰ ফলত ব্যক্তিৰ চৈতন্যই সীমায়িত ব্যৱধান খণ্ডন কৰি বিশ্ব-ব্ৰহ্মাণ্ডক আঁকোৱালি লয়, আৰু সত্য, সৌন্দৰ্য্য আৰু আনন্দৰ পূৰ্ণ পয়োভৰ হয় । এয়ে বন্ধনহীন আত্ম-চৈতন্যৰ পূৰ্ণ বিকাশ ; শান্তি, দীপ্তি আৰু তৃপ্তিৰ স্বৰূপ বিকাশ । ব্যক্তিয়ে জীৱন-সাধনাৰ সম্যক সাফল্যৰ যোগেদি কাৰ্য্য-চৈতন্যৰ সঙ্কীৰ্ণতা অতিক্ৰম কৰি নিৰঙ্কুশ কাৰণ-চৈতন্যৰ প্ৰসাদ লাভ কৰি সমদৰ্শন আৰু একাত্মবোধৰ যোগ্যতা পাব পাৰে ।

'সেই বাবে বিশ্বৰ বুকুত
আজি মই বহিছোঁ ।'

এনে উন্মুক্ত আত্মাই 'মহাশান্তি উৎসৰ পাতি' সাধনাৰ মহামিলনৰ প্ৰেমানন্দ আৰু অনন্ত গীতৰ মাধুৰীৰ ভাগ লবলৈ শান্তিকামী অনন্ত পথিক-সকলকো আমন্ত্ৰণ জনাইছে । ছন্দৰ ক্ষিপ্ৰতা, আবেগৰ গভীৰতা আৰু ভাব হিল্লোলে কাব্যৰ শেষৰ স্তৱত কবিৰ কাব্য-মাধুৰীৰ সৌৰভ আৰু আন্তৰিক আকুলতাক আকৰ্ষণীয়ভাৱে ৰূপায়িত কৰিছে । এনে কাব্যিক ব্যঞ্জনাৰ মাজত কবিৰ নিজস্ব ৰূপটোও লুকাই থকা নাই । কবিৰ মহান্ সত্তাই অন্তৰাত্মাৰ দৰ্শন আৰু উপলব্ধিৰ লক্ষ্য সাধন কৰিবলৈ যি পুৰুষাৰ্থ কৰে, তাৰ মাজত তেওঁৰ ব্যক্তিত্ব আৰু ভাবৰাজিও গাত-গা লগাই আগ বাঢ়ে । 'তুমি' কাব্যৰ মাজত ৰায়চৌধুৰীৰ উদাৰ ব্যক্তিত্ব, আধ্যাত্মিক অভিজ্ঞতা-সিক্ত আৰু চেতনা-চঞ্চল মহান মানৱতাৰ স্বৰূপটোও ফুটি ওলাইছে । এই সম্বন্ধে এজন সমালোচক সাহিত্যিকে এইদৰে লিখিছে—"Thought and personality go hand in hand, and their gaol, whether confessed or not, is that state of vision or inspiration which all great spirits have attained. (H. Read, Collected



Essays) ভাব আৰু ব্যক্তিত্ব গাত-গা লগাই আগ বাঢ়ে । প্ৰকাশ্য বা গুপ্ত যিয়েই নহওক দুয়োৰে লক্ষ্য সেই দৰ্শন বা প্ৰেৰণা যাক সকলো মহামানৱে উপলব্ধি কৰিছিল । Coleridge-এ প্ৰসঙ্গক্ৰমে কাব্যিক প্ৰতিভা সম্বন্ধে এনে মন্তব্য কৰিছিল যে অনুভূতিৰ অনুধাৱন কৰোঁতেই কাব্যৰ সৃষ্টি আৰু তাকেই নীতিগতভাৱে সৃষ্টি কৰিব পৰা দক্ষতাকেই কাব্যিক প্ৰতিভা (genius) কোৱা হয় । এনে দৃষ্টিকোণৰপৰা চালেও ৰায়চৌধুৰীৰ কাব্যিক প্ৰতিভা প্ৰশংসনীয় । 'তুমি' কাব্যত কবিৰ আনুভূতিক প্ৰশস্তি আৰু গভীৰতা বেচি যদিও বৰ্ণনাৰ গতিৰ ক্ষিপ্ৰতাৰ লগে লগে ভাৱৰো হেন্দোলনি আৰু ক্ৰমগতিৰ তীব্ৰতা ছন্দৰ মাজেদি মূৰ্ত হৈ উঠিছে । কিয়নো অনুভূতিৰ গতি আৰু তীব্ৰতাৰ লগে লগে ভাৱৰো বৰ্ধিত গতি হোৱাটো মনোবিজ্ঞানসন্মত ৰীতি ।

'তুমি' কাব্য আত্মাৰ আধ্যাত্মিক প্ৰগতিৰ কাব্যিক অভিব্যক্তি । কবি শিল্পীয়ে এই কাব্যক প্ৰেমৰ বিবিধ ৰঙেৰে ৰঞ্জিত কৰিছে । অনুভূতিৰ গভীৰতা আৰু তীব্ৰতাই এই কাব্যক অভিনৱ ৰূপেৰে জীৱন্ত কৰি তুলিছে । তথাপি কাব্যৰ কোনো স্তৰতেই ক্ষিপ্ৰগতিৰে আগবঢ়া অনুভূতিৰ সংহতিৰ ব্যতিক্ৰম দেখা নাপায় । অনুভূতি, ভাব আৰু শব্দ ব্যঞ্জনাৰ সংহতি ৰক্ষা কৰি কবিয়ে স্বকীয় সৃজনী প্ৰতিভাৰ প্ৰকৃষ্ট পৰিচয় দিছে । কবিয়ে উদাৰ ধৰ্মৰ অমৰ বাণী সমদৰ্শন আৰু বিশ্ব-প্ৰেমৰ সম্যক উপলব্ধিৰ সহায়ত অন্তৰ্য্যামীৰ তুমিৰ বিশ্বব্যাপী ৰূপ লাভ কৰিছে । ক্ষুদ্ৰ 'মই'ক এনেদৰে বিশ্বৰ নিৰ্বাণ কপত চাবলৈ পোৱাটোৱেই সম্যগ্‌দৰ্শন । ইয়েই কাব্যৰ বিশ্বজনীন পৰশ ; প্ৰেম আৰু কৰুণাৰ প্ৰভাৱত প্ৰকৃত চিত্ত-প্ৰসাদন । কবিয়ে উপলব্ধি কৰিছে—

'সকলো তুমিয়ে নাথ !
জগতত দেখিছোঁ যিমান'—

'মই'ৰ ক্ষুদ্ৰ কাৰাগাৰ ভাঙি 'তুমি' বিৰাটৰ নিবাসযোগ্য সৰগ ৰচিবলৈ হ'লে প্ৰেমৰ মুক্ত প্ৰবাহেৰে হৃদয়-মন্দিৰ ধোৱাই জগতক আঁকোৱালি লব লাগিব । কবিয়ে লিখিছে—

'হ'ল নে এতিয়া হেৰা !
ক্ষুদ্ৰ মোৰ হিয়া ফেৰা,
বান্ধহীন প্ৰেমৰ ফুলনি
পুণ্য সৌৰভৰ ?'

আকৌ লিখিছে—

'তুমি সবাৰো মিলন-মালা
গাঁথি দিছা প্ৰেমৰ ডোলত।'

এই প্ৰেমৰ যথাৰ্থ লক্ষ্য একাত্মবোধ। আৰু সেয়েহে 'তুমি' কাব্যত বৰ্ণোৱা সকলো প্ৰতিবিম্ব ৰূপত কবিয়ে প্ৰেমৰেই আধ্যাত্মিক বন্ধন দেখিবলৈ পাইছে।

'যেতিয়া যিফালে চাওঁ
প্ৰেমকেহে দেখা পাওঁ,—
অসীমৰ বিৰাট অঞ্চল
ৰঞ্জিত প্ৰেমত।'

একাত্মভাৱৰ আনুভূতিক উপলব্ধিয়েই পবিত্ৰ প্ৰেমৰ গতিপথ। এই প্ৰবাহেই 'মই'ক আবৃত অন্তৰায়সমূহ ধুই নি 'তুমি' ৰূপী অনন্ত-সিন্ধুত নিশ্চিহ্ন কৰে। 'মই'ক বিলাই দিওঁতে যেতিয়া দিয়া-লোৱাৰ আৰু কোনো অৱকাশ নাথাকে, তেতিয়াই সাধকৰ অন্তৰত 'মই'ৰ সমাধিত 'তুমি'ৰ অমল জ্যোতি উদ্ভাসিত হৈ জীৱন মধুময় কৰি তোলে। এয়ে সাধনাৰ চৰম সাৰ্থকতা!

'আজি মোৰ সাধনা ফুলনি,
কাৰ কিনো পাই উদগনি,
পোহৰাই মহা বিশ্বখনি,
উলাহেৰে হাঁহিছে ;'

এনেদৰেই অধ্যাত্মবাদৰ সত্যতা আৰু আত্মোপলব্ধিৰ আনুভূতিক লহৰী কবিগুৰু ৰবীন্দ্ৰনাথৰ নানা কবিতাৰ মাজত দেখা যায়। কিন্তু ৰায়চৌধুৰীয়ে বিশেষকৈ সাতটি স্তৰত 'তুমি'ৰ সাধনা প্ৰয়াসী প্ৰেমানুভূতিৰ প্ৰবাহ চৰম পৰিণতি পৰ্য্যন্ত কাব্যিক বৰ্ণনা দিছে।

'প্ৰেম টেনে আনে প্ৰেম, সে প্ৰেমেৰ পাথাৰ কোথা ৰে ?
প্ৰাণ দিলে প্ৰাণ আসে, কোথা সেই অনন্ত জীৱন।
ক্ষুদ্ৰ আপনাৰে দিলে, কোথা পাই অসীম আপন,—
সে কি ওই প্ৰাণহীন প্ৰেমহীন অন্ধ অন্ধকাৰে॥' (চিৰদিন)



অভিমান ভৰা স্বাৰ্থপৰ 'মই'ৰ অন্ধকাৰ আবাসত তুমিময় অনন্ত জীৱন লাভ কৰিব নোৱাৰি। প্ৰেমেই একাত্মবোধ আৰু আত্মদৰ্শনৰ পৰম প্ৰদীপ। 'মই'ৰ অহঙ্কাৰ অন্ধকাৰ আৰু সঙ্কীৰ্ণ কাৰাগাৰ নিঃশেষ কৰিলেহে 'তুমি'ৰ ভাস্কৰ-প্ৰভাই জীৱন জ্যোতিৰ্ময় কৰিব পাৰে। 'সত্য' কবিতাত কবিগুৰুৱে লিখিছে—

'বজ্ৰেৰ আলোক দিয়ে ভাঙো অন্ধকাৰ,
হৃদি যদি ভেঙে যায় সেও তবু ভালো।
যে গৃহে জানালা নাই সেতো কাৰাগাৰ—
ভেঙে ফেলো, আসিবেক স্বৰগেৰ আলো।'

কবি ৰায়চৌধুৰীৰ 'তুমি' কাব্যত 'মই'ৰ ক্ষুদ্ৰ কাৰাগাৰ ভাঙি দিব্য-জ্যোতিৰে হৃদয় ৰাজ্য পোহৰ কৰা হৈছে।

'মোৰ ভিতৰেদি দেখোঁ
ফুলি উঠে তব নাম
ব্ৰহ্মাণ্ড বিদাৰি।'

ব্ৰহ্ম-লাভ আৰু আত্ম-দৰ্শন পূৰ্ণ হ'লে বিৰাট বাৰিধিৰ প্ৰেম-জোৱাৰৰ হেন্দোলনিত প্ৰেম-যমুনাও উজাই বোৱাটো সম্ভৱপৰ হয়। ইয়াতেই 'তুমি' আৰু 'মই'ৰ পূৰ্ণ মিলন—মহা মৰণৰ সাধনত 'তুমি'ৰ স্বৰূপ প্ৰকাশ! সেয়ে কবিয়ে লিখিছে—

'জীৱনৰ ছিদ্ৰ চাই চাই
মিলনৰ মাধুৰী ভৰাই,
প্ৰাণভৰা প্ৰেমেৰে পমাই,
বাজে বিশ্ব বেণুৱা।'

এই ভূমানন্দ স্বৰূপ ৰবীন্দ্ৰনাথৰ কাব্যতো ৰূপায়িত হৈছে—

'জলে স্থলে আমি যত দূৰে চাই
আপনাৰে হাৰাবাৰ নাই কোনো ঠাই।
জল স্থল দূৰ কৰি ব্ৰহ্ম অন্তৰ্য্যামী,
হেৰিলাম তাঁৰ মাঝে স্পন্দমান আমি। (অনৱচ্ছিন্ন আমি)

কবি ৰায়চৌধুৰীৰ অধ্যাত্ম-জগততো একে ধৰণেই সকলো বিৰহৰ শূন্যতা সম্পূৰ্ণ কৰি আনন্দ আৰু শান্তিয়ে অন্তৰ বাহিৰ সকলোতে আনন্দময় হৈছে।

'ৰেখাহীন ইঙ্গিতত কাৰ
জনকাই ব্ৰহ্মাণ্ডৰ তাঁৰ,
ওপচায় অপূৰ্ণ হিয়াৰ
বিৰহ পাৰাবাৰ।'

কাব্যৰ শেষৰ স্তৰত বৰ্ণনাৰ মাজত অভিব্যঞ্জিত জগত প্ৰেম আৰু আনুভূতিক উপলব্ধিৰ অতীন্দ্ৰিয় সম্ভাৰেৰে সজোৱা হৈছে। ইয়াতেই কবিয়ে সাজিছে 'তুমি' আৰু 'মই'ৰ মহামিলনৰ আনন্দ মন্দিৰ। সেই মন্দিৰ অপাৰ্থিৱ শান্তিৰ পৱিত্ৰ পুৰী। পাৰ্থিৱ কলুষতাৰ অন্ধকাৰ ঠেলি যিসকল 'অনন্ত পথিকে' সত্য-সৌন্দৰ্য্যৰ পথ খেদি হাবাথুৰি খাইছে, কবিয়ে সেই সকলকো এই মিলন-মন্দিৰলৈ আমন্ত্ৰণ জনাইছে। প্ৰেমময়ী ভক্তি এই মন্দিৰৰ ৰাজমাৰ্গ।

'আজি মোৰ হিয়াৰ প্ৰতিমা,
তুলি কেনে মধুৰ ভঙ্গিমা,
অন্তৰৰ উটাই কালিমা,
লয়লাসে আহিছে।'

একে উপলব্ধিকেই বিশ্বকবিয়েও গাইছিল—

'দেউলে মোৰ দুয়াৰ গেল খুলি—
ভিতৰে আৰ বাহিৰে কোলাকুলি,
দেবেৰ কৰ পৰশ লাগি
দেবতা মোৰ উঠিল জাগি,
বন্দী নিশি গেল সে ভাগি
আধাৰ পাখা তুলি।
দেউলে মোৰ দুয়াৰ গেল খুলি। (দেউল)

এয়ে অতীন্দ্ৰিয়বাদী কাব্য-সাধনাত স্বতঃপ্ৰকাশৰ অভিব্যক্তি। ইন্দ্ৰিয়গ্ৰাহ্য সংস্কাৰৰ ইন্দ্ৰজাল ফালি আওৰাব নোৱাৰিলে এনে দিব্যজ্যোতিৰ পৰশ



পাব নোৱাৰি। অন্ধকাৰ ভৰা অন্তৰৰ কাৰাগাৰ ভাঙি ব্ৰহ্মাণ্ডৰ চৈতন্য-ভূমিত প্ৰৱেশ নকৰিলে আধ্যাত্মিক মনন আৰু নিদিধ্যাস নহয়। 'মই'ৰ সমাধিৰ ওপৰতহে 'তুমি'ৰ স্বৰ্ণ-মন্দিৰ ৰচিত হব পাৰে।

কবি ৰায়চৌধুৰী আছিল কৰ্মযোগী। কৰ্ম আৰু চিন্তাধাৰাত উপনিষদীয় উক্তি—'অভয়ংবৈ ব্ৰহ্ম' তেখেতৰ মূলমন্ত্ৰ আছিল। তেখেতে দেহৰ আৰু দেশৰ মুক্তি-সংগ্ৰামত আজীৱন মহাৰথীস্বৰূপে দুখ-দৈন্যক বুকু পাতি লৈ নিৰ্য্যাতিত জনতাক বজ্ৰধ্বনিৰে জাগ্ৰত কৰিছিল আৰু অভয় দিছিল। অসম-কেশৰী অগ্নি-কবি ৰায়চৌধুৰীৰ তিৰোধানত আজি সমগ্ৰ জাতিয়ে তেখেতৰ বজ্ৰবাণী শুনিবলৈ নাপালেও তেখেতৰ অমৰ বহুমুখী প্ৰতিভাই জাতীয় চৈতন্যৰ মূল সুঁতি চিৰকাল সঞ্জীৱিত কৰি ৰাখিব। এগৰাকী প্ৰখ্যাত দাৰ্শনিকৰ ভাষাত ক'বলৈ হ'লে, কবি ৰায়চৌধুৰী—'Disdaining the coward terrors of the slave of Fate, to worship at the shrine that his own hands have built; undismayed by the empire of chance, to preserve a mind free from the wanton tyrrany that rules his outward life; proudly defiant of the irresistible forces that tolerate for a moment, his knowledge and condemnation, to sustain alone, a weary but unyielding Atlas, the world of his own ideals have fashioned despite the trampling march of unconscious power.' (Bertrand Russell ***Mysticism and Logic***).

ৰায়চৌধুৰীয়ে জীৱনৰ চিত্ৰ-সম্বলিত মনোময় নক্সাখনি থৈ গৈছে—এয়ে জাতিৰ বিভূতি। অৱশেষত কবিৰ কথাৰেই শেষ শ্ৰদ্ধা জনালোঁ—

'জীৱন মন্থন বিষ নিজে কৰি পান
অমৃত যা উঠেছিল কৰে গেছ দান।'

# ৰায়চৌধুৰীৰ 'বীণা'

**শ্ৰীমহেন্দ্ৰ বৰা**

ইংৰাজ কবি বায়ৰণৰ কথা মনত পৰিছে। তেওঁৰ কবিতাত ৱৰ্ডচ্‌ৱৰ্থৰ মহিমামণ্ডিত তত্ত্বকথাৰ বিশালতা নাই, কোল্‌ৰিজৰ ঐন্দ্ৰজালিক শব্দৰ চিকণ মায়াজাল নাই, কীটচৰ আশ্চৰ্য্য ধূসৰ বেদনাৰ ছায়াচ্ছন্ন মাধুৰী নাই অথবা শ্যেলীৰ গলিত সঙ্গীতৰ নূপুৰ নিক্কন নাই। তথাপিতো, বায়ৰণ ইউৰোপৰ সৰ্বশ্ৰেষ্ঠ ৰোমাণ্টিক কবি। তেওঁৰ জীৱনেই এক প্ৰখৰ প্ৰাণৱান কবিতা। সেইবাবে, তেওঁৰ কাব্যৰ কোনোটো ছত্ৰতে নিষ্ঠা-হীন কল্পনাৰ স্বাক্ষৰ পাবলৈ নাই। দুজন ফৰাচী কবিৰ কথাও মনত পৰিছে। ১৫শ শতিকাৰ কবি ফ্ৰাচোৱাঁ ভিলিঁ, যিজনে পথচাৰী পথিকক হত্যা কৰি ফাচীকাঠৰ দিন গণিছিল—

> Lo, five or six together hung we be
> The Flesh we nourished too lustily.

কবিতা লিখা কবি বুলি মুক্তি লাভ কৰিছিল, কাৰাগাৰৰ বাহিৰলৈ ওলাই আহিয়েই এক চৰাইখানাত থিয় হৈ গিলাচে গিলাচে মদ খাইছিল আৰু দাম নিদিয়াকৈ পলাই গৈছিল। তেওঁ লিখিছিল —

> And round my grave inscribe but this :
> Here sleeps within this lumber-room
> (Love slew him with a cruel arrow)
> ....................Not a furrow
> of land was his, whose lot was sorrow.
> All know he gave his all away,
> Both basket and bread, though poor as a sparrow.



আনজন হ'ল, ১৯শ শতিকাৰ কবি ৰেবোঁ, যিজনে ১৬ বছৰ বয়সতে লিখিব পাৰিছিল "মই হয়তো তেওঁকেই দেখা পাইছোঁ, মানুহে যাক দেখা পাব পাৰি বুলি কয়।" তেওঁ বিচাৰিছিল, পৰম সত্তাক হাতেৰে স্পৰ্শ কৰিবৰ কাৰণে, আঙুলিৰে খুচি-খুচি চাবৰ কাৰণে।

এইবোৰ কবিৰ কাহিনী মোৰ মানস-মণ্ডলত বিচৰণ কৰাটো অত্যন্ত স্বাভাৱিক। কাৰণ, 'বীণা'ৰ কবিৰো দৈনিক জীৱন তেওঁৰ কাব্যতকৈয়ো বিশালতৰ। তেওঁৰো আছে Hunger for eternity—যিটো বস্তুক ডঃ কাকতিয়ে আখ্যা দিছে—'ভূমাঃস্পৃহা'। পৃথিৱীত এনে কবিৰ সংখ্যা অতি নগণ্য যি যৌৱনৰ প্ৰথম প্ৰণয়িনীৰ সামান্য অভিমানৰ সমিধান দিব পাৰে, নিজৰ হাতৰ আঙুলি কাটি। পৃথিৱীত এনে কবিৰ সংখ্যাও অতি নগণ্য, যি ফ্ৰাচোৱাঁ ভিলিঁৰ দৰে নিজৰ সমস্ত সম্পত্তি দেশৰ আৰু দহৰ সেৱাত জলাঞ্জলি দিব পাৰে। 'বীণা'ৰ কবিৰ জীৱনলৈ এনে মুহূৰ্তও আহিছে, যেতিয়া তেওঁ ভৱি থবৰ কাৰণে ভেটি নোহোৱাকৈ জীৱন যাপন কৰিব-লগীয়া হৈছে। সেইবোৰ মুহূৰ্তত তেওঁৰ একমাত্ৰ সান্ত্বনা আছিল, "আকাশতকৈয়ো উদাৰ, আলোকতকৈয়ো উজ্জ্বল, প্ৰেমতকৈয়ো পৱিত্ৰ, ভক্তিতকৈয়ো কোমল, তত্ত্বকৈয়ো গভীৰ যি সুন্দৰীৰ সৌন্দৰ্য্যত অন্তৰ্জগত সদায় উদ্ভাসিত হৈ আছে, সেই এক চেনেহী সুন্দৰী"—

কবিয়ে লিখিছে —"চাৰিওফালৰপৰা চেপি ধৰা এই বৰ ডাঙৰ জগতখনৰ খুন্দা মোৰ অন্তৰ ফালি ভাব-সাগৰৰ যি দুই-চাৰি জোলোকা জৰি পৰিছে, তাত বাদে আন একো ইয়াত ঠাই পোৱা নাই।" পৃথিৱীৰ সকলো মহৎ কবিতাৰ লক্ষণেই এনেকুৱা। জীৱন যদি এক অবিশ্ৰান্ত নৃত্য, কবিতা তেনেহ'লে দেৱতাৰ সমুখত নৃত্যৰতা নৰ্তকীৰ শিৰৰ ওপৰত স্থাপিত পূৰ্ণ কুম্ভৰপৰা নৃত্যৰ তালে তালে উচ্ছলিত হৈ নামি অহা জল-ধাৰা। 'বীণা'ৰ সৰু সৰু কবিতাবোৰত আছে, সেই উচ্ছলিত জল-ধাৰাৰ অনাবিল অনবদ্য ৰূপ-মন্দিৰৰ পৱিত্ৰ প্ৰাঙ্গণত পৰি ৰোৱা সেই ৰাশি ৰাশি জলবিন্দুৰ অন্তৰালত প্ৰচ্ছন্ন হৈ আছে, দেৱতাৰ প্ৰাৰ্থনাত সমাহিত নৃত্যশিল্পীৰ নানা বৰ্ণময়, নানা ছন্দময় জীৱন-অভিজ্ঞতা।

'বীণা' কবি-হৃদয়ত বাজি উঠা সাতৰঙী প্ৰেমৰ সুৰ। এই প্ৰেমৰ অনুভূতি যিদৰে দেহৰূপময়, এই প্ৰেমৰ ভাববস্তু সেইদৰে দেহাতীত বৰ্ণ-গন্ধময়। ইয়াত যি সন্দেহৰ মেঘ আছে, প্ৰাপ্তিৰ আত্মবিস্মৃতি আছে, হতাশৰ কৰুণ ৰাগিণী আছে, ক্ষুব্ধ হৃদয়ৰ অভিমান আছে, তৃপ্তিৰ ক্লান্ত নিশ্বাস আছে, অতীত স্মৃতিৰ মধুৰ ৰোমন্থন আছে, ব্যাকুল হৃদয়ৰ অমেয় আকুতি আছে, স্বপ্ন-মিলনৰ অপূৰ্ব সুৰভি নিৰ্য্যাস আছে, সেই সকলোবোৰ

অনুভূতিৰ বিচিত্ৰ চিত্ৰণ একান্তৰূপেই পাৰ্থিৱ। হব পাৰে, সেই অতি সূক্ষ্ম সুখ-দুখৰ কলৰৱৰ অন্তৰালত প্ৰথম যৌৱনৰ অতীত প্ৰেমৰ মধুৰ মূৰ্ছনা সচাসচিকৈয়ে আছে। কবিয়ে যেতিয়া কয়—

'শুনিবানে কথা এটি মোৰ ?
হিয়া-মন্দিৰত মোৰ
কিমান খোটালী সাজি
থৰে থৰে বিৰহৰ
বিচিত্ৰ ৰঙেৰে ৰাজি
শীতল শেতেলি পাতি ৰাখিছোঁ কিমান
গাই-বাই কিবা-কিবি ৰসভৰা গান,—
যিখনতে ভাল পোৱা
তাতে আহি বহি লোৱা
প্ৰেম-অশ্ৰু ঢালি ঢালি
ধুই দিম পদখানি ;
হিয়াভৰা বেদনাৰ কথাকিটি ক'ই
আনন্দ ৰসত তাতে মজি ৰ'ম মই।'

তেতিয়া সন্দেহৰ কোনো কুটিল প্ৰশ্নই আহি আমনি নকৰে, এয়া যে এক বিৰহী কবিৰ "দেহিপদপল্লৱমুদাৰম্"ৰ দৰে আকুল হিয়াৰ ব্যাকুল বিননি নহয়।

অথবা কবিয়ে যেতিয়া এইদৰে গাই উঠে—

'আহিব আহিব বুলি
ৰাখিছোঁ দুৱাৰ খুলি
মোৰ হিয়া-ভঙা ৰঙা ৰেণু
বিৰহত পৰি
চাটিফুটি কৰি
আছে বাই বেথা বেণু
আহিলে বুকুত সাৱটি তাৰেই ৰাজিম মোহিনী দুখন গাল,
সেই ৰূপ চাই শত জনমৰ যাতনা জুৰাই জিনিম কাল।'

তেতিয়াও কোনো সন্দেহৰ আভাস নাপাওঁ এয়া যে কেৱল পাৰ্থিৱ প্ৰেমৰ



আশা-নিৰাশাৰ উৰ্মিলহৰী নহব পাৰে। বৰং, মনে তেতিয়া প্ৰেমৰ কবিতাত প্ৰায় নিঃস্ব সংস্কৃত কাব্য এটি বিৰল প্ৰেমৰ কবিতাৰ লগত হে তুলনা কৰি আনন্দ অনুভৱ কৰে—

'নেদেখোঁ যদিহে বহুদিন মোৰ চেনেহী প্ৰিয়াক,
অথিৰ-অবিৰ হয় যে মন ;
আহিলে এবেলি জুৰ কৰি এই তাপিত হিয়াক,
সচাকৈয়ে যদি পাওঁ দৰশন !
মমতা ৰসেৰে হ'লে ভৰপূৰ জুৰাম বুকুৰ জুই,
লীন হৈ যাব দ্বৈত দুয়োটি প্ৰাণ ;
প্ৰেয়সীক লৈ বাহু-বন্ধনত—আমি যে নহওঁ দুই।
লব যদি পাৰোঁ উশাহত টানি প্ৰিয়াৰ অলক ছুই—
যুগল দেহৰ একোটি অমিয় ঘ্ৰাণ !'

সংস্কৃত কবি ভৰ্তৃহৰিৰ এই প্ৰাকৃত প্ৰেমৰ সুৰটো ৰায়চৌধুৰীৰ কবিতাৰ সুৰ নহয়। কিন্তু, এই প্ৰেমৰ কবিতাটোত হৃদয়ৰ যি তীব্ৰ মৰ্মস্পৰ্শিতা আছে, আমাৰ কবিৰ কবিতাসমূহতো সেই একেই তীব্ৰ মৰ্মস্পৰ্শিতাৰ স্বাক্ষৰ আছে। সেইবাবে, 'বীণা'ৰ প্ৰতিটো কবিতাকে বিচ্ছিন্নভাৱে পাঠ কৰিলে, সি আমাৰ সংবেদনশীল হৃদয়ত সহজ প্ৰেমৰ কবিতাৰ দোলন দি যোৱাটোৱেই অত্যন্ত স্বাভাৱিক।

ভৰ্তৃহৰিৰ কবি-হৃদয়ক কঁপাই যোৱা সেই সুন্দৰী নাগৰীৰ নাম ইতিহাসে নাজানে। কিন্তু, ৰায়চৌধুৰীৰ যৌৱন-অটবী মুঞ্জৰিত কৰি তোলা ৰূপহী নাৰীৰ নাম বহুতে জানে। তেওঁৰ নাম আছিল ইন্দুমতী। ড. কাকতিয়ে লিখিছে, এই ইন্দুমতীয়েই তেওঁৰ 'তুমি' কবিতাৰ তুমিজনী। এই ৰূপহী গৰাকীকেই আমাৰ কবিয়ে এদিন তেওঁৰ বাঁও হাতৰ কেঞা আঙুলিটো কুঠাৰেৰে কাটি "এটা ধাতুৰ টেমাত ভৰাই উপহাৰ দিছিল। লগত আছিল এটুকুৰা সৰু কাগজ। সেই কাগজ টুকুৰাত আঙুলিৰ তেজেৰে লিখি দিছিল : ইন্দুমতী ! এয়া লোৱাঁ মোৰ অবিচল প্ৰেমৰ নিদৰ্শন।" 'বীণা'ত এটা কবিতাত অন্ততঃ সেই তেজৰ ছিটিকনি নপৰাকৈ থকা নাই—

'চেনেহী ৰাক্ষসী !
মোৰ ফুল-নিকা কলিজাৰ জুই-ৰঙা তেজ
খাই যদি খুজিছ হাঁহিব,

'তোক উপহাৰ দিবল'কৈ কাটিছোঁ কেনেকে'
চাচোঁ আহি নালাগে মাতিব।'

যদিও ব্যক্তিগত প্ৰেমৰ পোহৰ পৰি, তেওঁৰ হৃদয়-আকাশৰ ভিতৰত বিচৰণ কৰি ফুৰা এছাটি শুকুলা ডাৱৰ এনেকৈ সাতৰঙী ৰামধনু হৈ জিলিকি উঠিছে, তথাপি 'বীণা' দৰাচলতে এটি আকাশমুৱা আত্মাৰ গভীৰ হুমুনিয়াহ। শেলীৰ Epipsychidion-ত যেনেকৈ এমেলিয়া ভিভিয়ানি নামৰ এজনী ইটালী দেশীয় ছোৱালীয়ে তেওঁক শুভ্ৰ নিখিলৰ দেশলৈ উৰুৱাই লৈ গৈছে—

'Veiling beneath radiant form of woman
Ligh and love and immortality.'

ঠিক তেনেকৈয়ে ইন্দুমতীৰ প্ৰেমে আমাৰ কবিকো উৰুৱাই নিছে, অন্য এখন মোহময় সুন্দৰৰ দেশলৈ। সেই বাবেই তেওঁ লিখিছে—

'ক'লা ৰাতিটোৰ মাজেদি সৰকি
পৰিলে তোমাৰ জোনালী হাঁহি,
তুলি-তালি আনি থ'ম হৃদয়ত
কদাপিতো যেন নুগুচে ৰাহী।
সুনীল আকাশ ফালি ছিৰি যদি
পৰে পৃথিৱীত তোমাৰ গান,
ময়ো বিৰহৰ বীণখনি বাই
লগতে টানিম প্ৰেমৰ তান।'

কেৱল শেলীয়েই নহয়, পৃথিৱীৰ বহুতো মহৎ কবিৰ পাৰ্থিৱ প্ৰেম এইদৰে আধ্যাত্মিক প্ৰেমৰ সোপানত পৰিণত হোৱাৰ দৃষ্টান্ত আছে। কবি দান্তেৰ বিয়াট্ৰিছৰ দ্বাৰা প্ৰত্যাখ্যাত হৈছিল, কিন্তু দান্তেৰ অমৰ প্ৰেম তেওঁৰ কবি-হৃদয়ৰ গভীৰ গুহাত নিৰলে জীপ লৈ জীয়াই থাকিল। এদিন সেই প্ৰেমৰ বিশাল ৰূপ প্ৰকাশ পালে '*Divina Comedia*'ৰ আকাশমুৱা আত্মাৰ এটি হুমুনিয়াহ হৈ। পাৰ্থিৱ-স্বৰ্গৰ দুৱাৰডলিত থৈ তেওঁৰ সহচৰ কবি ভাৰ্জিলে বিদায় ললে। কবিয়ে চকুলোৰে বাট নেদেখা হ'ল। ধীৰে ধীৰে তেওঁ দেখা পালে স্মৃতিৰ সিপাৰৰপৰা সাঁতুৰি অহা বিয়াট্ৰিছৰ মুখ—



'Towards me, across the stream, she bent her eyes ;
Though from her brow the veil desending, bound
With foliage of Minerva, suffered not
That I beheld her clearly : then with act
Full royal, still insulting o'er her thrall,
Added, as one who, speaking keepeth back
The bitterest saying to conclude the speech :
Observe me well I am, in sooth, I am
Beatrice, what ! and hast thou deigned at last
Approach the mountain ? Knewest not, O man !
Thy happiness is here ?'

ইয়াৰ পাচত বিয়াট্ৰিছে কবিক দহখন স্বৰ্গৰ মাজেদি বাট দেখুৱাই লৈ গ'ল। দশম স্বৰ্গত তেওঁৰ সমুখত জিলিকি উঠিল অপূৰ্ব আলোকময় পৰম সত্য, মহিমামণ্ডিত চিৰন্তন সুন্দৰ।

আমাৰ কবিৰ বাবেও তেওঁৰ দয়িতা জানিবা অৰূপ ৰূপৰ বাৰ্তাবাহী দূতী। সেইবাবে, আমাৰ কবিয়েও লিখিছে—

'বতাহে যেতিয়া মোৰ মেলা চুলি কোছা
চুমা খায় কয় আহি
কিবা এটি দূৰণিৰ কথা;
তেতিয়া তুমিও মোৰ অন্তৰত ৰচা—
মনে মনে হাঁহি হাঁহি
কাৰ ছবি বিৰহত গঁথা।
কোমল বিমল স্নিগ্ধ মাধৱীলতাৰ
ফাঁকেদি ভুমুকি মাৰি
চাই চাই মুখনি তোমাৰ
উথলে হিয়াত মোৰ গুপুত বেথাৰ
সকলো বেদনা দগ্ধকাৰী—
ওপচাই জীৱনৰ পাৰ।'

কোনোবা এটা চিন-নিচিন সীমাত, কোনোবা এটা ধুঁৱলি-কুঁৱলী লহমাত কবিৰ পাৰ্থিৱ প্ৰেমৰ তুমিজনী অশৰীৰী অন্য এক তুমিৰ মাজত

বিলীন হৈ গৈছে, ঠিক যেনেকৈ কোনোবা এটা ধৰিব নোৱৰা মুহূৰ্তত ৰামধেনুৰ সাতৰঙী ৰঙৰ শেষ হৈ যায় আৰু ৰামধেনু-ডাৱৰৰ টুকুৰাবোৰ গলি গৰি বগা বৰষুণৰ টোপাল হৈ মাটিৰ পৃথিৱীলৈ নামি আহে। চুফী-বাদী কবিৰ কবিতাবিলাকতো পাৰ্থিৱ প্ৰেমৰ আঁৰে আঁৰে ধৰ্মীয় প্ৰেমৰ গভীৰ ইঙ্গিত লক্ষ্য কৰা যায়। হাফিজে লিখিছে—

'প্ৰিয়াৰ ৰেছমী কোমল কেশত
আঙুলি বুলাই লগালোঁ মাত,
দিয়া মোক সখী দিয়াহে জীৱন
এইয়া অমৃত তোমাৰ গাত!
ক'লে প্ৰেয়সীয়ে—অলক এৰা,
ধৰা এই দুটি অধৰত মোৰ,
দীৰ্ঘ-জীৱন নুখুজিবা আৰু
কৰাচোঁ সকলো ইয়াতে ওৰ।'*

এইখিনিতে এটা কথা মনত ৰাখিবলগীয়া হয়, চুফীবাদী কবিতাৰ লগত 'বীণা'ৰ কবিৰ এটা বিষয়ত গভীৰ অমিল আছে। চুফী কবিতাত পাৰ্থিৱ জীৱনৰপৰা বুটলি অনা উপকৰণসমূহৰ একোটা ধৰা-বন্ধা নিৰ্দিষ্ট অৰ্থ আছে। চুফীবাদী কবিতাত চাকী যেনেকৈ পৰমাত্মাৰ প্ৰতীক, সুৰা তেনেকৈ ভক্তিৰ প্ৰতীক; সুৰাপান যেনেকৈ ৰমজান মাহৰ ৰোজা পালনৰ প্ৰতীক, যীচুৰ নিশাহ তেনেকৈ ক্ষণিক-মিলনৰ প্ৰতীক। একে আষাৰে কবলৈ হ'লে, চুফীবাদী কবিতা ৰূপকৰ জটিল বিন্যাস। 'বীণা'ৰ কবিতাবোৰ ৰূপক নহয়। বীণাৰ শব্দচয়নত স্তৰভেদ নাই। শব্দ তাৰ অভিধা-অৰ্থৰেই সন্তুষ্ট; ব্যঞ্জনাৰ ব্যাপকতা নাই। কিন্তু শব্দ পুঞ্জৰ দুটা স্তৰ আছে। সিহঁতৰ আক্ষৰিক অৰ্থৰ লগত ব্যঞ্জনাময় গভীৰতৰ অৰ্থৰ এক মৌল প্ৰভেদ আছে। সেইবাবেই, 'বীণা'ৰ কবিতাবোৰ পাৰ্থিৱ প্ৰেমৰ অনুৰাগৰঞ্জিত অসীম ৰূপৰ ৰূপতৃষা বুলি কব পাৰি।

চুফীবাদী কবিতাৰ লগত 'বীণা'ৰ তন্ত্ৰীৰ মধুৰ ঝংকাৰৰ মিলখিনিও অৱশ্যে উপেক্ষণীয় নহয়। চুফীবাদী কবিসকলে ভগৱানক নাৰী-মূৰ্তি স্বৰূপে কল্পনা কৰিছে; আমাৰ কবিৰো মান-অভিমানৰ কেন্দ্ৰ এক নাৰী

* হাফিজৰ সুৰ—আনন্দচন্দ্ৰ বৰুৱা



মূৰ্তি। সকলো চুফীবাদী কবিৰ ভিতৰত ৰুমীৰ কবিতাৰ লগতে 'বীণা'ৰ সুৰৰ মিল আটাইতকৈ বেচি। ৰুমীৰ এটি 'মছনৱী'ত আছে—

'স্বৰ্গসভাত তুমি আৰু মই
মাজত আমাৰ কোনোৱে নাই;
মুঠি মুঠি তৰা ঘূৰণীয়া জোনে
আমি দুজনাক আছিলে চাই।
হেৰাল কেনিবা পখীৰ কুজন
ভৰিৰ তলৰ সোণালী তৰা;
উভতি দুনাই যাম আৰু বাৰ
এৰি গুচি যাম মাটিৰ ধৰা।
জোৰাবৰ চউ পাৰত গণিম
আহিলে আকৌ বলিয়া বান;
ঈৰ্ষা কৰিব সিহঁতে আমাক
গাম দুয়োজনে প্ৰেমৰ গান।
ফুৰিম ফেনেকি আকাশী জোনাক
তৰা লাগি মই কাষত তুমি;
দূৰ বহুদূৰ তথাপি ওচৰ
খোৰাচান আৰু ইৰাক ভূমি।'

ৰুমীৰ কবিতাত আছে, জাতিস্মৰ মনৰ অতীত স্মৃতি ৰোমন্থন আৰু প্ৰত্যাৱৰ্তনৰ গভীৰ আকাঙ্ক্ষা। আমাৰ কবিৰো আছে, আদিম পাপৰ সিপাৰে দ্ৰৱিত আত্মাৰ মধুৰ স্মৃতি—

'তুমি নোপোৱানে মোক চিনি?
যাৰ আছেনে মনত তাহানিৰ সেই
প্ৰেমত মজোৱা কথা,
এখন পাটীতে দুয়ো এটা হ'ই
আছিলোঁ দুয়োতে গাঁথা—
মোক কিয়নো নোপোৱা চিনি?'

জীৱনৰ পাচত জীৱন বাগৰি কবিয়ে লভিছে এই মাটিৰ মানুহৰ জীৱন। প্ৰত্যেক দেহদণ্ডাই তেওঁক দান কৰিছে অসীমৰ বিশাল মাধুৰীৰ

এটি এটি কণিকাৰ আস্বাদ। সেই সঞ্চিত দানৰ ধনেৰে কবিৰ মানুহ-জীৱন হৈ উঠিছে পৰিণত আৰু অমেয় সৌন্দৰ্য্যেৰে অভিষিক্ত। তেওঁৰ ভয় হৈছে, কিজানিবা আঙুলিৰ ফাকেঁদি সৰকি সুৰকি নোহোৱা হৈ যায়। সেই বাবেই, ৰুমীৰ দৰে আমাৰ কবিয়েও তেওঁৰ দয়িতাৰূপিণী পৰম সত্তাক আহ্বান কৰিছে, মিলনৰ ফুলশয্যা ৰচনা কৰি—

'অলেখ জীৱন বাগৰি বাগৰি
অসীমৰ বুকু ফালি চুৰ কৰি
মাধুৰী সুষমা বুটলি বুটলি
ৰাখিছোঁ সজাই মোৰ হিয়াতলি—
আহা আহা প্ৰিয়া এই সময়ত
মজি থাকোঁ দুয়ো মহা মিলনত,
নহ'লে বিৰহ-ভূতে মাৰি ধৰি
আটাইখিনিকে নিব চুৰ কৰি।'

ৰুমীৰ কবিতাত আছে, প্ৰত্যাৱৰ্তনৰ প্ৰাপ্তিৰ পৰম আনন্দ। দান্তেৰ কবিতাতো আছে, প্ৰাপ্তিৰ সুগভীৰ বেদনা। কিন্তু আমাৰ কবিয়ে স্বীকাৰ কৰি লৈছে মাটিৰ পৃথিৱীৰ সীমিত সীমাৰ ৰেখা। তেওঁৰ যি প্ৰাপ্তি, সেই প্ৰাপ্তি পৰিপূৰ্ণ প্ৰাপ্তি নহয়। সেই প্ৰাপ্তি লোকোত্তৰ জীৱনৰ পৰম প্ৰাপ্তি নহয়। ইংৰাজ কবি ভনৰ দুটিমান চৰণত পোৱা যায় জীৱনৰ সেই সীমাৰ ৰেখাৰ আভাস—

'O how I long to travel back
And tread again that ancient track!
That I might once more reach that plain
Where first I left my glorious train,
From whence the enlightened spirit sees
That shady city of palm trees;
But, Ah! my soul with too much story
I drunk and stagger in the way.'

আমাৰ কবিৰ হৃদয়তো বাজি উঠিছে, সেই একে বেদনাৰ সুৰ। চুফীবাদী কবিৰ দৰে কোনো এক আলোক-উজ্জ্বল মুহূৰ্তৰ পৰম সত্তাৰ



বিশ্বৰূপ-দৰ্শনৰ সম্ভাৱনা তেওঁ দেখা নাই। তেওঁ বাস কৰে, এখন ইন্দ্ৰিয়-গ্ৰাহ্য জগতত। ইন্দ্ৰিয়লোকৰ ৰন্ধ্ৰ পথেদি পৰম সত্তাৰ সমস্ত আলোকময় ৰূপটো প্ৰৱেশ কৰিব পাৰে বুলি বিশ্বাস কৰিবলৈ তেওঁ টান পায়। তেওঁমাত্ৰ বিশ্বাস কৰে, সেই ৰন্ধ্ৰপথেদি অসীমৰ সামান্য পোহৰৰ প্ৰৱেশ নিশ্চয়েই সম্ভৱ। কবিৰ দগ্ধ আত্মাৰ সান্ত্বনাৰ বাবে সেইখিনি পোহৰ ৰেখাই অপৰিমেয়। সেই বাবেই তেওঁ লিখিছে—

'গোটেই মু'খনি মোক নালাগে দেখাব,
গোটেই মাধুৰীখিনি নালাগে ফুলাব,—
তেনেই পোহৰ কৰি নালাগে আহিব,
তেনেই খলক তুলি নালাগে হাঁহিব।
সেই বাবে হোৱা নাই বিয়াকুল মই
সেই বাবে মৰা নাই চাটিফুটি ক'ই।
লাজৰ ওৰণি ল'ই মুখমণ্ডলত,
ৰসৰ মেখেলা পিন্ধি সুৱদি বুকুত
ভেমৰ আঁৰৰপৰা মিচিকনি মাৰি
ব'ই পৰা ৰূপলানি সামৰি সামৰি,
আধা ফুটা সুৰ তুলি মিলনৰ গান—
গোৱা যদি তাতে মোৰ পমিব পৰাণ।'

ইংৰাজ কবি ৱৰ্ডচ্ৱৰ্থৰ কবিতাতো আছে প্ৰাপ্তিৰ আনন্দ। কিন্তু তেওঁ ভুল কৰিছিল, ডেইজী ফুলৰ এমুঠি হাঁহিক, অস্তগামী সূৰুযৰ ৰঙা পোহৰক, নীল সাগৰৰ বিশাল উৰ্মিকেই পৰম সত্তাৰ সমস্ত প্ৰকাশ বুলি কল্পনা কৰি। আমাৰ কবিৰ কল্পনাত, পৃথিৱীত পাব পৰা অমৃতৰ আস্বাদ সমস্ত অমৃতৰ পূৰ্ণকুম্ভ বুলি ভুল কৰাৰ ইঙ্গিত নাই। তেওঁ যি ৰসৰ সমুদ্ৰত অৱগাহন কৰিব খোজে, তেওঁ জানে সেই সমুদ্ৰৰ উপকূল আছে। ৰসময়ীৰ সেই মুখখনি 'গোটেই মু'খনি' নহয়; সেই মাধুৰী 'গোটেই মাধুৰীখিনি' নহয়।

উৰ্দু কবি ইক্‌বালে তেওঁৰ 'ছেকওৱা' গ্ৰন্থত ভগৱানৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে। আমাৰ কবিয়েও তেওঁৰ দয়িতা ৰূপিণী পৰম সত্তাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ পাহৰা নাই——

'অহঙ্কাৰী ! অহঙ্কাৰ ইমানে তোমাৰ ?
তোমাৰ গৰব হ'ল ইমানেই ছাৰ ?
ভাঙি ভাঙি হিয়া মোৰ সোধাই দিয়াতো,
মাতি মাতি প্ৰাণ মোৰ কাতৰ কৰাতো,
ভাবি মোক হীন নীচ বুলি
নিদিয়া ঢাকনীখন খুলি—
তোমাৰ লগত আজি মই
মহাৰণ কৰিলোঁ ঘোষণা
থাকা যদি বল-বীৰ্য্য ল'ই
তেনেহ'লে হ'ই হৰ্ষমনা
আহা আগুৱাই
দিম দেখুৱাই
তোমাতকৈ মোৰ বীৰ্য্য কিমান তেজাল !
তোমাকে আগুৱি আছে বেৰি চাৰিফাল।'

কবিয়ে আৰু কেইবাটাও কবিতাত এই বিদ্ৰোহৰ জয়-ডঙ্কা বজাইছে। তেওঁৰ এই তুৰ্য্যনাদ আৰু এটি কবিতাত অতি সুন্দৰকৈ বাজি উঠিছে :—

'নাজানো মাতিব তোক
সেইবাবে হেনো তই নোখোজ আহিব,
বিৰহ যাঁতত মোক
সেইবাবে পিছি ধৰিছ দলিব ?
চাৰি তেনেহ'লে
তোকো পলে পলে
টানি আনি বিৰহৰ যাঁতত পেনাই
দলি ম'ম প্ৰাণময় গীত গাই গাই।'

কবি ইকবাৰে অৱশেষত তেওঁৰ 'অৱাবে ছেকওৱা' গ্ৰন্থত ভগৱানৰ ওচৰত নতি-স্বীকাৰ কৰিছে। ভগৱান যিহেতু বিপুলতাৰ প্ৰতীক, সেইবাবে তেওঁৰ সেই আত্মসমৰ্পণত গ্লানিৰ কোনো কাৰণ বিচাৰি পোৱা নাই। আমাৰ কবিক তেওঁৰ জীৱনে কোনোদিন নতি-স্বীকাৰ কৰিবলৈ শিকোৱা নাই। ৰাজনীতিত তেওঁ চিৰদিন সংখ্যালঘুতম নিঃসঙ্গ বিপ্লৱী। কবিতাতো তেওঁৰ সেই জীৱন-দৰ্শনৰ প্ৰতিফলন পোৱা যায়। তেওঁৰ বিশ্বাস



আছে, যাৰ বিৰুদ্ধে তেওঁ বিদ্ৰোহ কৰিছে, সিজন এদিন অনুতাপ কৰিবলৈ বাধ্য হব। সেই অনুতপ্ত হৃদয়ৰ বাবে তেওঁ পথ নিৰ্দেশ কৰি দিছে—

"নোৱাৰেঁ। আগত যদি ওলাই পৰিব
লাজে চেপি ধৰিছে বুকুত ;
একেটি মিচিকি মাৰি জনোৱা জাননী
ফুলক তৃপিতি অন্তৰত"

তেওঁ অধিক বিচৰা নাই—

"মনোমোহা মুখখনি একেবাৰে তোৰ
নালাগে দেখাব মোক ;
সানি দে পৰশ এটি হৃদয়ত মোৰ
তাকেহে খুজিছোঁ তোক"

তথাপি, দেখা পাবৰ বাবে এই যে আকুলতা, সেই আকুলতাৰ সাৰ্থকতা ক'ত ? মাজে মাজে কবিৰ হৃদয় সন্দেহৰ মেঘে ছানি ধৰে—জানোচা মিছামিছিকৈয়ে তেওঁ পৰম সত্তাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে! সেইবোৰ দ্বিধাৰ মুহূৰ্ত্তত তেওঁ বাহিৰৰ পৃথিৱীৰপৰা চকুযুৰি তুলি আনি আপোন হৃদয়ৰ অভিমুখে চাবৰ চেষ্টা কৰিছে—

"হিয়াৰ তৰপ এটি এটিকৈ
কিমান ছলেৰে মেলি মেলি মই
মনি মনি চালোঁ কতদিন
কিজানিবা নাই তুমি তাত
ভাবি মৰেঁ। মিছাতে তোমাক ;
কিন্তু তাত, অণুই অণুই তাৰ
অফুৰন্ত ৰস মাধুৰী অপাৰ
ফুলি জলি সুষমা অসীম
উগাৰিছে সৌন্দৰ্য্য প্ৰপাত
দেখি মই আকুল অবাক।"

পৃথিৱীৰ সকলোবোৰ ৰহস্যবাদী কবিৰ ৰহস্যৰ ইন্দ্ৰজাল হঠাৎ ঠিক এনেকৈয়ে ভাপ হৈ অদৃশ্য হৈ যায় ; চকুৰ আগত জিলিকি উঠে আত্মাৰ

বিশালতা। আমাৰ কবিৰো সেই মোহভঙ্গ ঘটিছে। কিন্তু সেই মোহভঙ্গ এক মুহূৰ্তৰ ক্ষণিক দান। কবিতাৰ ইতিহাসত কেতিয়াও কোনো ৰহস্য-বাদী কবিৰ সম্পূৰ্ণ মোহভঙ্গ ঘটা নাই। ঘটিছে কেৱল দান্তেৰ কবিতাত, ৰিল্কেৰ কবিতাত। সেই বাবেই তেওঁলোকৰ কাব্যই ধ্ৰুপদী সাহিত্যৰ মৰ্য্যদা লাভ কৰিছে। খলিল জিব্ৰানৰ কবিতাত অথবা কীটচৰ কবিতাত ৰহস্যৰ ইন্দ্ৰজাল ঘন কুঁৱলীৰে চিৰকাল ছঁয়ামৱা হৈ ৰৈ গৈছে। তেওঁ-লোকৰ কবিতাত আছে এক দুৰ্দম অস্থিৰতা। এই অস্থিৰতাই ৰোমাণ্টিক সাহিত্যৰ প্ৰাণ। ৰায়চৌধুৰীৰ 'বীণা'তো আছে সেই অস্থিৰতাৰ বিচিত্ৰ বৰ্ণালী। ই যেন 'ইয়াত নহয়, ইয়াত নহয়, অন্য ক'ৰবাত' ধ্বণৰ অনন্ত অন্বেষণ।

কাব্য হিচাবে 'বীণা'ৰ মূল এই অস্থিৰ অন্বেষণৰ বৈচিত্ৰ্যতেই পুঞ্জীভূত হৈ আছে। 'বীণা'ৰ ঝঙ্কাৰ ৰূপতীৰ্থৰ এজন একনিষ্ঠ যাত্ৰীৰ বেদনাবিধুৰ যাত্ৰাৰ দীঘলীয়া কাহিনী। কাৰণ, এই কাব্য-গ্ৰন্থত কবি-হৃদয়ৰ যি আবেগ-আকুতি প্ৰকাশ পাইছে, সেই চিত্তব্যথা কোনো ধৰ্মীয় অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত নহয়। সেই চিত্তব্যথা একান্তৰূপে এক শিল্পী-হৃদয়ৰ জৰ্জৰিত আত্মাৰ ব্যাকুল অন্বেষণ। যি কোনো সংবেদনশীল হৃদয়ৰ বাবে 'বীণা'ৰ দুটা স্বতন্ত্ৰ অথচ সমধৰ্মী আবেদন আছে। এই গ্ৰন্থৰ যি সামগ্ৰিক আবেদন, সি যেন সমুদ্ৰ স্তনিত উৰ্মিমালাৰ গভীৰ কলগান। আমাৰ সমস্ত আত্মা প্লাবিত হৈ যায়, এক অপৰূপ অৰূপ ৰূপৰ মহিমামণ্ডিত বন্দনাৰ গানেৰে। সেই সুগভীৰ কলগানৰ অন্তৰালত যেন প্ৰচ্ছন্ন হৈ আছে অন্য এক মৰ্মস্পৰ্শী সুৰ, যাৰ উৎস হৈছে এগৰাকী অভিমানিনী নাৰী। আমাৰ হৃদয়ৰ সূক্ষ্মতম তন্ত্ৰীসমূহ মুঞ্জৰিত হৈ উঠে, কোনো এক ব্যথাহত তৰুণৰ আঙুলিৰ আঘাতত কঁপি উঠা চেতাৰৰ অতি-সূক্ষ্ম মৃদু গুঞ্জৰণেৰে। কবি জীৱনৰ অজস্ৰ সৰু সৰু সুখ-দুখৰ অভিজ্ঞতা যেন মুদ্ৰিত হৈ আছে, সুৰৰ সেই প্ৰথম আলাপৰ স্তৱকে-স্তৱকে। ইন্দ্ৰিয়-গ্ৰাহ্য জগতৰ সেই মৰ্মস্পৰ্শী ভাব বস্তুৱে আমাৰ হৃদয়ৰ দ্বাৰত দুৰন্ত গতিৰে আঘাত কৰি যায়। সেই আঘাতৰ মৰ্মস্পৰ্শিতাৰে আমাৰ বিমুগ্ধ হৃদয় যেতিয়া বিমুক্ত হৈ পৰে, তেতিয়া সেই অবাৰিত দ্বাৰ পথেৰে প্ৰৱেশ কৰে মহাসাগৰৰ উৰ্মিলহৰ।

অজস্ৰ ঐশ্বৰ্য্যমণ্ডিত এই কাব্য গ্ৰন্থ নিশ্চয়েই এক চূড়ান্ত কাব্যৰ স্তৰলৈ উন্নীত হব পাৰিলেহেঁতেন, যদি এই গ্ৰন্থ শিল্প বস্তু হিচাবে আন কিছুমান গুণেৰে অভিষিক্ত হ'লহেঁতেন। যদিও অপূৰ্ব ছন্দ সুষমা এই গ্ৰন্থৰ গ্ৰন্থিয়ে গ্ৰন্থিয়ে অনুভূত হয়, তথাপি সংবেদনশীল হৃদয় এই গ্ৰন্থৰ



আলঙ্কাৰিক ত্ৰুটীৰ অথবা দৈন্যৰ আঘাতত ক্ষুব্ধ নোহোৱাকৈ নাথাকে। হৃদয়ে কেনেকৈ ক্ষমাৰ চকুৰে চাব পাৰে এনেবোৰ স্তৱকক—

'মোৰ হিয়াৰ মাধুৰী থৰে থৰে থই
সাজিছোঁ জখলাখনি,
মনে মনে তুমি খোজ লই লই
মেলাহি দুৱাৰখনি'

অথবা—

'কেতক'লা আন্ধাৰত
বুৰি থকা মোৰ হৃদয়ত
বেদনাৰে বিৰহৰ
জুইকুৰা জলোৱা প্ৰখৰ।'

নাইবা—

'জেং-লোং বান্ধি থোৱা
অহা-যোৱা নঙলা মূৰত
মোক মাতি আছা হেনো বাঁহীটি বজাই;
মই হেনো নাই যোৱা
ভৰ দি দি তোমাৰ সুৰত
সেইবাবে আছা হেনো বৰ বেথা পাই'

হৃদয়ে তেতিয়া কবিক প্ৰশ্ন কৰিব খোজে: যিখন কাব্যত তেওঁ তেওঁৰ জীৱন বীক্ষাৰ আভাস দিবৰ চেষ্টা কৰিছে, সেই সুহমান কাব্যত এই শ্ৰুতিকটু শব্দসমূহক প্ৰৱেশৰ পাৰপত্ৰ কেনেকৈ দিব পাৰিলে? শব্দৰ গুৰু-চণ্ডালী প্ৰয়োগৰ ফলত 'বীণা'ৰ মেঘমন্দ্ৰ-স্বৰ অভাৱিতৰূপে স্তিমিত হৈছে। শব্দৰ প্ৰতি যি কবি বীতশ্ৰদ্ধ, সেই কবিৰ কাব্যই সাহিত্যৰ ইতিহাসত চিৰায়ত সৃষ্টিৰ মৰ্য্যাদা কেতিয়াও লাভ কৰিব পৰা নাই। কেৱল ৰায়চৌধুৰীয়েই নহয়, দুই-চাৰিজন কবিক বাদ দিলে আমাৰ সমস্ত ৰোমাণ্টিক কাব্য-সাহিত্যই এই ত্ৰুটীৰপৰা মুক্ত হব পৰা নাই। পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ কবিসমূহৰ কবিতাৰ পাণ্ডুলিপিতো দেখা যায়, তেওঁলোকৰ কবিতাৰ

চূড়ান্ত পাঠ অজস্ৰ পৰিমাৰ্জনৰ পৰিণতি। কাৰণ তেওঁলোকে জানে, শ্ৰেষ্ঠ কবিতা সদায় স্মৰণযোগ্য উক্তি। শিল্প বোলা বস্তুটো নিৰ্বাচন, পৰিবৰ্জন আৰু পৰিমাৰ্জনৰ দ্বাৰাই নিয়ন্ত্ৰিত। ষ্টিফেন স্পেণ্ডাৰে এখন ৰচনাত লিখিছে: সুৰশিল্পীৰ প্ৰতিভা দুই প্ৰকাৰৰ। এবিধ প্ৰতিভাৰ নিদৰ্শন মোজাৰ্ট। কোনো এক ঈশ্বৰ প্ৰদত্ত মুহূৰ্তত শিল্পীৰ হৃদয় এনেদৰে আলোকিত হৈ উঠে যে, এটা সমগ্ৰ চিম্ফনীৰ বিস্তীৰ্ণ দিগ্বলয় তেওঁৰ সন্মুখত ভাঁহি উঠে। আনবিধ প্ৰতিভাৰ নিদৰ্শন বিঠোফেন। তেওঁলোকৰ শিল্পী-হৃদয় অত্যন্ত বৰ্ণময়। ক্ষণে ক্ষণে তেওঁলোকৰ হৃদয়ত অতি সূক্ষ্ম সুৰৰ স্পন্দন জাগে। বিঠোফেনৰ চিম্ফনীসমূহ তেনে অজস্ৰ স্পন্দনৰ অপূৰ্ব সংযোজন। সুৰ শিল্পী হিচাবে ৰায়চৌধুৰী এই দুবিধ প্ৰতিভাৰ কোনোবিধতেই নপৰে। তেওঁ এই দুবিধ প্ৰতিভাৰ সীমান্ত-ৰেখাৰ শিল্পী। সেই বাবেই, তেওঁৰ কিছুমান কবিতা যিমান বেচি প্ৰাণৰ ৰসেৰে অভিষিক্ত হৈছে, আন কিছুমান কবিতা সিমান বেচি ৰূপগন্ধহীন মাংসপিণ্ড হৈ ৰৈছে। তেওঁৰ কাব্য যদি এই ত্ৰুটীৰ লক্ষণেৰে আক্ৰান্ত নোহোৱাকৈ থাকিলহেঁতেন, তেনেহ'লে 'বীণা'ক অসমীয়া সাহিত্যৰ নৱন্যাস যুগৰ সৰ্বভৌম কাব্য বুলি কবলৈ অকণো দ্বিধা নকৰিলোঁহেঁতেন।

স্বীকাৰ কৰিব লাগিব, কবিৰ জীৱনত ব্যস্ত মুহূৰ্তৰ দাবী অত্যন্ত বেচি। তেওঁৰ দীঘলীয়া জীৱনৰ কাব্য আৰু ৰাজনীতি উভয়ে সমানে ভগাই লৈছে। ৰাজনীতি পিয়লাৰপৰা তেওঁ চিৰকাল কেৱল গৰল পান কৰিবলগীয়া হৈছে। নীলকণ্ঠৰ দৰে তেওঁ সেই গৰল সম্পূৰ্ণৰূপে সুধাময় কৰি লব পৰা নাই। সেইবাবে তেওঁৰ উত্তৰ-জীৱনৰ কাব্যত এটা বিশেষ শব্দৰ প্ৰয়োগ খুব বেচি। শব্দ এটা হ'ল 'ক্লেদ'। জীৱনত যিবোৰ মুহূৰ্তত তেওঁ অলপ আৰাম কৰিব পাৰিলেহেঁতেন, যিবোৰ মুহূৰ্তক তেওঁ তেওঁৰ কাব্যক স্মৰণযোগ্য কৰাৰ কামত ব্যয় কৰিব পাৰিলেহেঁতেন, সেই মুহূৰ্তবোৰ ক্লেদময় ৰাজনীতিৰ চিন্তাই কাঢ়ি ললে। সেইবাবে, 'বীণা' যি বিশাল সম্ভাৱনাৰ ইঙ্গিত আছিল, সেই সম্ভাৱনাৰ পৰিপূৰ্ণ স্ফুৰণৰপৰা অসমীয়া কাব্য বঞ্চিত হৈ ৰ'ল। 'অনুভূতি'ৰ মাত্ৰ কেইটামান কবিতাত বিস্ময়কৰ স্থপতিকুশলতা দেখা পাওঁ। যদি সেই স্থপতিকুশলতা 'বীণা'ৰ বিন্যাসতো দেখা পালোঁহেঁতেন, তেনেহ'লে কুণ্ঠাহীন হৃদয়েৰে কব পাৰিলোঁহেঁতেন 'বীণা' হয়তো দান্তেৰ 'ডিভাইনা কমেডিয়া'ৰ সমকক্ষ নহব পাৰে কিন্তু খলিল জিব্ৰানৰ 'প্ৰফেট'ৰ সমকক্ষ সৃষ্টি নিশ্চয়েই হব। খলিল জিব্ৰানে তেওঁৰ মাতৃক কৈছিল, "মই এটা সৰু আগ্নেয়-গিৰি, মই এটা অকণমানি ভূমিকম্প।" অম্বিকাগিৰী ৰায়চৌধুৰীও



এটা অগ্নিগৰ্ভী আগ্নেয়গিৰি। তাৰ বিস্ফোৰণত চাৰিওপিনে যিটো বস্তু উদ্‌গীৰ্ণ হৈছে, তাৰ আভাস দিছে কবিয়ে নিজেই তেওঁৰ 'তুমি'ৰ পাতনি-খনত: "জীৱনৰ প্ৰথম ভাগৰ উদ্‌ভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য্য অতিক্ৰম কৰি, বিৰহ-অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সানমিহলি হৈ পৰে।" ইতিহাসৰ দৃষ্টিভঙ্গীৰে চালে কব পাৰি 'তুমি' তেওঁৰ 'বীণা'ৰ প্ৰথম প্ৰস্তুতি। 'তুমি'ত যি ৰূপক জাতীয় ৰূপ আছে, 'বীণা' সেই ৰূপকৰ সীমিত গণ্ডীৰপৰা মুক্ত হৈছে। নিঃসন্দেহে কব পাৰি, ভাবৰ দীপ্তিৰে, সুৰৰ ঝঙ্কাৰেৰে আৰু বৰ্ণনাৰ বৰ্ণময়তাৰে 'বীণা' অসমীয়া ৰোমাণ্টিক কাব্য-সাহিত্যৰ এক অন্যতম সৃষ্টি। প্ৰথম প্ৰকাশনৰ পাচত প্ৰায় আঠৈ কুৰি বছৰ পাৰ হৈ গ'ল, তথাপি 'বীণা'ৰ সৌন্দৰ্য্য অম্লান হৈয়েই ৰৈছে। সময়ৰ পৰীক্ষাত 'বীণা' সম্পূৰ্ণৰূপে উত্তীৰ্ণ হৈছে। মোৰ দৰে পৰৱৰ্তী পুৰুষৰ এদল ৰসগ্ৰাহীৰ বাবে এই কাব্যৰ আবেদনে আৰু বেচি ব্যাপকতা লাভ কৰিছে।

# ৰায়চৌধুৰীৰ দেশ-প্ৰেমমূলক কবিতা

শ্ৰীহেম বৰুৱা

"A sympathetic interest in history is the result of a refreshed interior life."—Brandes

স্বদেশ-প্ৰেমৰ সাহিত্য যাইকৈ ৰোমাণ্টিক যুগৰ সৃষ্টি। ঐতিহাসিক অতীতৰ প্ৰতি সন্মোহনে কবি-শিল্পীৰ অন্তৰত মাতৃভূমিৰ প্ৰতি চেতনা সজাগ কৰি তোলে। কবি-শিল্পীৰ অন্তৰত অতীতে শিহৰণ তোলে, ৰংৰূপেৰে জাতিহ্নাৰ হৈ কিবা এক বিমোহিনী ৰূপত ধৰা দিয়ে। স্বদেশানুৰাগী সাহিত্য কেৱল আমাৰ দেশৰেই নহয়, সমগ্ৰ পৃথিৱীৰ ৰোমাণ্টিক যুগৰ সাহিত্যৰ প্ৰাণবস্তু। ইংৰাজী সাহিত্যৰ উপৰিও এইষাৰ কথা সেইটো যুগৰ জাৰ্মান আৰু ইটালীয় ৰোমাণ্টিক সাহিত্যৰ বিষয়েও প্ৰয়োগ কৰিব পাৰি। ফৰাচী সাহিত্যৰতো কথাই নাই। সেইটো যুগৰ ইটালীয় সাহিত্যৰ গীয়াকামো লিয়'পডি নামৰ কবি-শিল্পী এগৰাকীৰ কবিতাৰ পংক্তি এটালৈ দৃষ্টি আকৰ্ষণ কৰিব খুজিছোঁ।

> Wake the dead
> Since the quiet sleep ; bid the old heroes rise
> And scourge with their tongues, until their vain
> And rotting age, revitalised shall rush
> To emulate their deeds, or learn to blush.

এই একেদৰেই ৰোমাণ্টিক যুগৰ জাৰ্মান কবি-শিল্পী সমাজে প্ৰাচীন বেলেড আৰু লোকগীতৰ আলমত নতুন বেলেড আৰু কাব্যবস্তু ৰচনা কৰি অতীত মাধুৰ্য্য জীৱন্ত কৰি তুলিবলৈ যত্ন কৰিছিল। এই জীৱন্ত-



কৰণৰ জৰিয়তে বৰ্তমানৰ দিশহাৰা যুগটোক অধিকভাৱে স্পষ্ট কৰি তোলা হৈছিল। আমাৰ সাহিত্যত দেশ-প্ৰেমিক কবি-শিল্পী কমলাকান্ত ভট্টাচাৰ্য্য আৰু সাহিত্যৰথী বেজবৰুৱাৰ ৰচনাই যি উদ্দেশ্য সাধন কৰিছিল, সেই একে উদ্দেশ্য ইউৰোপীয় সাহিত্যত জ'হান লাড্উইগ আৰু উহ্লাণ্ডৰ স্বদেশানুৰাগী কবিতামালাই সাধন কৰিছিল। উহলাণ্ডৰ প্ৰতিভা বিকশিত হৈছিল বিশেষভাৱে নতুন বেলেড ৰচনাৰ জৰিয়তে।

এনেধৰণৰ ৰোমাণ্টিক প্ৰবাহৰ স্ৰোতধাৰাই সমসাময়িক ৰুছীয় সাহিত্যতো প্লাৱন নমাইছিল। এই প্লাৱনৰ জলন্ত প্ৰকাশ হৈছে পুস্কীন। পুস্কীনে স্বাধীনতাৰ জয় গান গাই ভালে কেইটা স্বদেশানুৰাগী কবিতা ৰচনা কৰিছিল। ৰুচিয়াৰ পৰিবেশত মুক্তিৰ বাবে ঠাই নাই। এনে কবিতা ৰচনা কৰাৰ অপৰাধত কবি গৰাকীক ক'কেছাছলৈ নিৰ্বাসিত কৰা হৈছিল। আমাৰ দেশত যেনেকৈ বৃটিচ শাসনৰ অধীনত কবি-শিল্পীক জেললৈ পঠোৱা হৈছিল, তেনেকৈ। দেশ-প্ৰেমমূলক সাহিত্য ৰচনা কৰাৰ কাৰণে অম্বিকাগিৰী ৰায়চৌধুৰী ১৯২৪ চনত তিনি মাহৰ কাৰণে জেললৈ যাব লগা হৈছিল। লগতে 'শতধাৰ' বোলা পুথিখন বাজেয়াপ্ত কৰা হৈছিল। ৰোমাণ্টিক যুগৰ কবি-শিল্পীসকলৰ কল্পনাত বুৰঞ্জীয়ে জীৱন্ত প্ৰতীকস্বৰূপে ধৰা দিছিল, মৃত প্ৰাণহীন যুগৰ অসাৰ চিত্ৰাৱলীস্বৰূপে নহয়।

পশ্চিমীয়া সাহিত্যত ফৰাচী-বিপ্লৱৰ চিন্তা-আদৰ্শই ৰোমাণ্টিক স্বদেশ প্ৰেমৰ উত্থান সাধন কৰাৰ দৰে দেশৰ পৰাধীনতাৰ গ্লানিময় ইতিহাসে আমাৰ সাহিত্যত স্বদেশ-প্ৰেমৰ কলাগত প্ৰকাশ সম্ভৱ কৰি তুলিছিল। ইংৰাজী সাহিত্যই এফালে যুগৰ সাহিত্যক নতুন আদৰ্শ দিছিল। আনফালে ইংলণ্ডই আমাৰ দেশক যি পৰাধীনতাৰ শিকলি পিন্ধাইছিল, সেই পৰাধীনতাৰ ইতিহাসে জাতীয় চেতনা সজাগ কৰি তুলিছিল। এটাই সাহিত্য-আদৰ্শ দিছিল, আনটোৱে জাতীয় চেতনা জাগ্ৰত কৰিছিল। ভাৰতীয় আন প্ৰান্তীয় ভাষাৰ সাহিত্যৰ ক্ষেত্ৰত এইষাৰ কথা যেনেদৰে প্ৰয়োগ কৰিব পাৰি, তেনেদৰে অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি। ৰবাৰ্ট ব্ৰাইণ্টৰ ভাষাৰে কবলৈ গ'লে, এই যুগৰ সাহিত্য আছিল বৃটিচ শাসন আৰু প্ৰভাৱৰ বিপক্ষে সক্ৰিয় বিপ্লৱ। গান্ধীজীৰ নেতৃত্বত আমাৰ দেশত উত্থান লাভ কৰা জাতীয়তাবাদী বিপ্লৱে সাহিত্য জগতত জুই জলাইছিল। এই যুগৰ সাহিত্য নতুন শিক্ষা আৰু চেতনাৰ জৰিয়তে লাভ কৰা মানসিক বিপ্লৱৰ প্ৰতিধ্বনি। এই ক্ষেত্ৰত চোফিয়া ৱাডিয়াৰ এফাকি কথা বিশেষভাৱে প্ৰণিধানযোগ্য :

"Her (India's) ruling passion is for freedom from foreign domination. India has greater justification for being pre-occupied with politics, for, her servitude affects her indigenous culture on every plane."

স্বদেশানুৰাগী সাহিত্যৰ বিষয়ে 'এছামীজ লিটাৰেচাৰ' পুথিত এনেদৰে কোৱা হৈছে :

"England had provided the political conditions for it and English literature its form and technique."

এইখিনিতে বহল অৰ্থত ব্যৱহাৰ কৰা ডক্টৰ আৰণছন্দৰ কথা এফাকি উদ্ধৃত কৰিব পাৰি :

"At one time or another every contemporary poet comes in contact with political forces ; frequently also he cannot avoid taking an active part in the political life of his own country."

ৰাজনীতিয়ে মাজে মাজে ভুমুকি মাৰিছিল যদিও অম্বিকাগিৰীৰ কাব্য-সাহিত্য ঘাইকৈ দুটা ভাগত বিভক্ত কৰিব পাৰি। (১) স্বদেশানুৰাগী কবিতা আৰু (২) মিষ্টিক ধৰ্মী কবিতা। তথাপি ওপৰত উল্লেখ কৰা কথাষাৰৰ পূৰ্ণপাঠ নহ'লেও ইঙ্গিত ৰায়চৌধুৰীৰ কাব্য-সাহিত্যত নথকা নহয়। যিহেতু স্বদেশানুৰাগ বাস্তৱ অৱস্থাই গঢ় দিয়া বস্তু—এইষাৰ কথা পৰাভূত জাতিৰ জীৱনত অধিকভাৱে সত্য—ৰাজনৈতিক কাৰণ দেশ-প্ৰেমমূলক কবিতা-ৰচনীৰপৰা সম্পূৰ্ণৰূপে নিৰ্বাসন দিব নোৱাৰি। ৰায়-চৌধুৰীৰ 'এইটো নহয় হাঁহি-তামছাৰ ভাগৰ জুৰোৱা গান' সম্ভৱতঃ এনেধৰণৰ অনুভূতিৰ প্ৰতিধ্বনি।

ই যে শত অপমান লাঞ্ছনা হানি উজৰা অসীম তাপ ;
ই যে ৰুদ্ধ আত্ম-শকতি নিজৰি ওলোৱা অনল ভাপ।
ই যে সুধাৰ কাৰণে দেৱ-দানৱৰ সিন্ধু-মথন-গান ;
ই যে মৃত্যুঞ্জয় পদৰ কাৰণে মহা হলাহল পান।
ই যে মাতৃচৰণ-পূজাৰ কাৰণে মুক্ত উদাৰ দান ;
ই যে ভাই ভাই সবে একেটি কথাতে এক হৈ যোৱা প্ৰাণ।

স্বদেশানুৰাগী কবিতাসমূহত কেৱল ৰাজনৈতিক মুক্তিৰ কথাই নহয়, অৰ্থনৈতিক আৰু সাংস্কৃতিক মুক্তিৰ কথাও ধ্বনিত হৈছিল। ৰায়ৰণে ৰাজনৈতিক স্বতন্ত্ৰতাৰ স্বপ্ন দেখিছিল। শ্যেলীয়ে অৰ্থনৈতিক মুক্তিৰ



স্বপ্নও দেখিছিল। শ্যেলীৰ 'মাছক্ অব্ এনাৰ্কী' বোলা কবিতাটো প্ৰণিধানযোগ্য। আমাৰ দেশৰ পৰাধীনতাৰ কালছোৱাত বিদেশী শাসনে এই দুয়োটা বস্তুৰ ওপৰত প্ৰচণ্ড আঘাত হানিছিল। সাংস্কৃতিক আন্দোলনেহে জাতীয়তাবাদী উত্থানক তেজাল কৰি তুলিব পাৰে। এইষাৰ কথা আমাৰ দেশত যেনেদৰে উপলব্ধি হৈছিল, একে অৱস্থাৰ আন দেশ-সমূহতো তেনেদৰে উপলব্ধি হৈছিল। উদাহৰণস্বৰূপে আয়াৰলেণ্ডৰ কথা কব পাৰি। আয়াৰলেণ্ডৰ জাতীয়তাবাদী আন্দোলন আৰু গেইলিক্ সাংস্কৃতিক পুনৰ-উত্থান-আন্দোলন সমান্তৰালভাৱে পৰিচালিত বস্তু। ভাৰতীয় পটভূমিতো এই একে আদৰ্শ প্ৰতিফলিত হৈছিল। 'আইডুল আৱাৰ্ছ' বোলা পুথিখনত সন্নিবিষ্ট ১৯৬১ চনৰ পহিলা জানুৱাৰীত 'ইলাষ্ট্ৰেটেড উইক্লী' আলোচনীত প্ৰকাশিত প্ৰবন্ধ এটাত এনেদৰে আছে :

"In the pre-Independence era there was a broad based interest and enthusiasm among people that led to a cultural reawakening......The fountain-head of the original enthusiasm was the resurgence of feelings and ideas produced by the freedom movement. The freedom struggle, which was all-embracing in character, not only bound India into one unit, it also quickened national life, which had been condemned to stagnation by long years of foreign rule."

মোট সলাই ৰোমাণ্টিক যুগত বুৰঞ্জী নতুন ৰূপত আবিৰ্ভাৱ হৈছিল। উদ্দেশ্যধৰ্মিতাৰ ভেঁটিত বুৰঞ্জীক নতুনকৈ সংস্থাপন কৰা হৈছিল। সাহিত্য-ৰথী বেজবৰুৱাৰ 'বৰাগী আৰু বীণ', অম্বিকাগিৰী ৰায়চৌধুৰীৰ গীত 'জাগ, জাগ জাগ ভাৰত সন্তান' বুৰঞ্জীৰ উদ্দেশ্যধৰ্মী প্ৰয়োগৰ জ্বলন্ত উদাহৰণ। এনে ধৰণৰ প্ৰয়োগ কাৰ্য্যত কল্পনাৰ পৰশ আছে। সেইবুলি কল্পনাৰ এনে পৰশে বুৰঞ্জীক বিকৃত কৰাৰ বা ইয়াৰ বাস্তৱ পটভূমিক অচিনাকি কল্পনা বস্তুলৈ ৰূপান্তৰিত কৰাৰ পৰিচয় ক'তো নাই। আমাৰ স্বদেশ-প্ৰেমৰ কবি-শিল্পী কমলাকান্ত ভট্টাচাৰ্য্য, বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, অম্বিকাগিৰী ৰায়চৌধুৰী, এই প্ৰত্যেক জনাই যুগৰ নৱ-চেতনাৰ একোজন উজ্জ্বল প্ৰতিনিধি।

কল্পনা প্ৰয়োগ কৰি হ'লেও অতীতৰ ৰেঙণি ভাস্কৰ-উজ্জ্বল কৰি তোলাটো সহজ-সাধ্য কথা নহয়। অতীতৰ প্ৰতিমা সামান্য প্ৰতিভাসম্পন্ন শিল্পী-সাহিত্যিকে গঢ়িব নোৱাৰে। অতীতক ৰেঙাই তোলাটো বিশেষ

প্ৰতিভাসম্পন্ন আৰ্ট। ইয়াৰ বাবে উজ্জ্বল অন্তৰদৃষ্টি আৰু সহানুভূতিশীল সংস্থাপন শক্তিৰ বাহিৰেও বুৰঞ্জীৰ বিভিন্ন স্ৰোতধাৰা আৰু তাৰ অন্তৰালত থকা কাৰণসমূহৰ বিষয়ে সম্যক ব্যুৎপত্তি-জ্ঞানৰ যথেষ্টভাৱে প্ৰয়োজন। দাৰ্শনিকপ্ৰৱৰ হেগেলে এষাৰ সুন্দৰ কথা হৈছিল: বুৰঞ্জী হৈছে মুক্তি-চেতনাৰ বোৱতী-সুঁতি। এই অৰ্থত ৰোমাণ্টিক যুগৰ কবি-শিল্পী সমাজে সম্ভৱতঃ বুৰঞ্জীৰ আশ্ৰয় লৈছিল। ভাৰতৰ মুক্তি—অসমৰ মুক্তি, ৰাজনৈতিক মুক্তি, অৰ্থনৈতিক মুক্তি। এনে আদৰ্শই হৈছে এই যুগৰ সৃষ্টিমূলক স্পন্দনৰ প্ৰাণবস্তু।

১৯১৯ চনত প্ৰকাশ পোৱা অম্বিকাগিৰী ৰায়চৌধুৰীৰ দ্বাৰা সম্পাদিত 'চেতনা' কাকতৰ জৰিয়তে অসমীয়া সাহিত্যত জাতীয়তাবাদী চেতনা সুদৃঢ় ভেঁটিত প্ৰতিষ্ঠা কৰা হৈছিল। সামাজিক, সাংস্কৃতিক, ৰাজনৈতিক পুনৰ উত্থানৰ বেদীত ৰায়চৌধুৰীৰ জীৱনটো আছিল এক নিটোল উছৰ্গা। কেৱল জাতীয়তাবাদী সাহিত্য ৰচনাৰ ক্ষেত্ৰত ব্যস্ত নাথাকি সক্ৰিয়ভাৱে গান্ধীজীৰ নেতৃত্বত অনুষ্ঠিত হোৱা স্বাধীনতা আন্দোলনত ৰায়চৌধুৰী জঁপিয়াই পৰিছিল। ১৯২১ চনৰপৰা আৰম্ভ কৰি ১৯২৩ চনলৈকে, এই কেইটা বছৰ অম্বিকাগিৰী ৰায়চৌধুৰীৰ অসহযোগ আন্দোলনত যোগ দিয়া আৰু কাৰাৰুদ্ধ জীৱনৰ বছৰ। কমলাকান্ত ভট্টাচাৰ্য্যৰ দেশানুৰাগী কবিতাত যি শক্তি আৰু সৌষ্ঠৱৰ পৰিচয় পোৱা যায়, সেই শক্তি আৰু সৌষ্ঠৱ ৰায়চৌধুৰীৰ দেশপ্ৰেমমূলক কবিতাৰ প্ৰাণ। জাগ্ৰত নতুন আমেৰিকা গঢ়াৰ পথত কবি ৱাল্ট হুইটমেনে যি অনুপ্ৰেৰণা যোগাই গৈছে, সেই একে অনুপ্ৰেৰণা অসম গঢ়াৰ ক্ষেত্ৰত যোগাই গৈছে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে। অম্বিকাগিৰী নতুন অসমৰ হৃৎপিণ্ড। 'মোৰ বীণা' বোলা কবিতাটোত ৰায়চৌধুৰীয়ে কৈছে—

মোৰ চেনেহী সাদৰী বীণা  
আজি শাৰদ সুৰদি দিনা,  
তোৰ অন্ধ আতুৰ দৃষ্টি  
খুলি চাল আজি  
ত্ৰিভুবণ ৰাজি  
সঙ্গীত সুধা বৃষ্টি।

শীতল শুদ্ধ সুৰৰ সিন্ধু সাঁতুৰি নাদুৰি দুলাই তুলি  
মলিন বিশ্ব পখালি শৰীৰ মোহিনী ৰূপত উঠক ফুলি।



ওপৰত উল্লেখ কৰা কবিতাৰ পংক্তিটোৰপৰা এইষাৰ কথা নিৰ্ভীক-ভাৱে কব পাৰি, অম্বিকাগিৰী ৰায়চৌধুৰীৰ সমগ্ৰ মানৱতাক আগুৰি লব পৰা আছিল চেতনা। কবিৰ অনুভূতি আছিল মানৱমুখী। য'তেই মানৱতাৰ লাঞ্ছনা হৈছে, ত'তেই হাতত লাখুটি লৈ উপস্থিত হৈছে ৰায়-চৌধুৰী। প্ৰকৃততে অম্বিকাগিৰী সঙ্কীৰ্ণমনা নাছিল। এইয়া মানুহৰ ৰক্ষাৰ্থে মুকলিভাৱে ৰণদিওঁতা ৰায়চৌধুৰী আছিল নিপুণ ৰণুৱা। নিজকে 'প্ৰগতিবাদী' বুলি ভাৱি অসমীয়াক উপেক্ষা কৰা মানুহক অম্বিকাগিৰীয়ে ঘৃণাৰ চকুৰে চাইছিল। সেইবুলি ৰায়চৌধুৰী সামগ্ৰিক চেতনা বিহীন আছিল বুলি কবলৈ যোৱাটো ভুল কথা।

উগ্ৰ দেশপ্ৰেমৰ কাৰণে অম্বিকাগিৰী দুবাৰকৈ ইংৰাজৰ জেলত বন্দী হব লগা হৈছিল। কোনো কোনোৰ কাৰণে দেশপ্ৰেম হৈছে কিতাপৰ বস্তু। ৰায়চৌধুৰীৰ কাৰণে দেশপ্ৰেম কিতাপী বস্তু নাছিল। ই আছিল একান্ত একাত্মবোধৰ বস্তু। কেইটামান স্বদেশ-প্ৰেমৰ কবিতাৰ বাহিৰে অম্বিকাগিৰীৰ প্ৰায়বোৰ অগ্নিময়ী কবিতা কাৰাৰুদ্ধ অৱস্থাত ৰচিত। ইয়াৰে প্ৰায়ভাগ কবিতা 'ছংছ অব্ দি ছেল' নাম দি ইংৰাজীলৈ ভাঙনী কৰি প্ৰকাশ কৰা হৈছে। ১৯৪২ চনত জেলত বন্দী হৈ থকা অৱস্থাত এই কিতাপখন সহকয়দী স্বৰ্গীয় গোপীনাথ বৰদলৈৰ হাতত দেখিবলৈ পাওঁ। কবিতাসমূহ ইংৰাজীলৈ ভাঙনী কৰিছে ডক্টৰ বাণীকান্ত কাকতি-দেৱে। চমৎকাৰ ভাঙনী। অসমীয়া কবিতা ইংৰাজীলৈ ভাঙনী কৰা কাৰ্য্যত ডক্টৰ কাকতিৰ লেখীয়া সিদ্ধহস্ত ব্যক্তি অসমত আৰু দ্বিতীয় নাই।

১৯০৪ চনৰ বঙ্গ-ভঙ্গ আন্দোলনে বানপানীৰ দৰে আমাৰ দেশৰ সমগ্ৰ পূৰ্বাঞ্চল ছানি পেলাইছিল। এই আন্দোলন বিদেশী শাসন-বিৰোধী জাতীয়তাবাদী আন্দোলনৰ আন এটা ৰূপান্তৰ। এই আন্দোলন সাৰ্থক কৰাৰ উদ্দেশ্যৰে এনাৰ্কিষ্ট সেৱাদল গঠনকাৰ্য্যত ৰায়চৌধুৰী ব্যস্ত হৈ পৰিছিল। এই কালছোৱাতে ৰায়চৌধুৰীৰ 'বন্দিনী-ভাৰত' বোলা নাটকখন চৰকাৰৰ দ্বাৰা বাজেয়াপ্ত হয়। ৰায়চৌধুৰীৰ ৰাজনৈতিক অৰ্থাৎ স্বদেশানুৰাগী জীৱন এই সময়ৰপৰাই আৰম্ভ হয়। 'ছংছ' বোলা কয়দী-জীৱনত ৰচিত পুথিখনৰ কবিতাৰাজিত আৰ্তষ্ট টলাৰে যেনেকৈ অন্তৰদাহী অগ্নিকণা উবুৰিয়াই দিছিল, সেইদৰে অম্বিকাগিৰী ৰায়চৌধুৰীয়েও জেলৰ চাৰিবেৰৰ মাজত ৰচিত স্বদেশানুৰাগী কবিতামালাত বুকুৰ সকলো পোৰণি উজাৰি দিছিল। কোনো কোনোৱে এই কবিতাসমূহক অস্কাৰ ৱাইল্ডৰ দ্বাৰা জেল-জীৱনত ৰচিত 'বেলেড অব্ ৰীডিং জেল' কবিতাটোৰ

সৈতে বিজাৰ খোজে। এনে উপকৰণ বিজণিয়ে বিদ্যাৰ পৰিচয় দিব পাৰে, চিন্তাৰ নহয়। একে আধাৰতে কবলৈ গ'লে, এনে ধৰণৰ বিজনি অবান্তৰ। দৃষ্টিভঙ্গীৰ পাৰ্থক্যৰ কথা নক'লেও এইষাৰ কথা কব লাগিব অস্কাৰ ৱাইল্ড আৰু অম্বিকাগিৰীৰ কেৱল কবিতাৰে নহয়, জীৱনৰো এক মূলগত পাৰ্থক্য আছে। আৰ্ণষ্ট টলাৰৰ দৰে ৰায়চৌধুৰীয়ে জেল-জীৱন বাছি লৈছিল এক মহৎ আদৰ্শক সাবোগত কৰি। অস্কাৰ ৱাইল্ডে এনে কোনো মহৎ আদৰ্শক জীৱনৰ সম্বল কৰি জেললৈ যোৱা নাছিল। ৰাজনীতি-জীৱনৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে একেৰাহে লাগি থাকিব পৰা শক্তিৰ ওপৰত। এই পিনৰপৰা ৰাজনীতিজ্ঞৰ জীৱন আৰু গাধৰ জীৱন একে। এইষাৰ কথা অম্বিকাগিৰীয়ে ওৰেটো জীৱনে উপলব্ধি কৰিছিল।

ৰায়চৌধুৰীৰ জীৱনটো আছিল এক ভয়াবহ ঘূৰ্ণীবায়ু। ইয়াৰ উত্তাল তৰঙ্গ স্ৰোতৰ প্ৰভাৱে তেওঁৰ স্বদেশ-প্ৰেমৰ কবিতাৰাজিক মহিমামণ্ডিত নকৰাকৈ থকা নাই। অম্বিকাগিৰীৰ অন্তৰখন আছিল বিৰাট এক অগ্নিকুণ্ড। অনাচাৰ, অবিচাৰ, সকলো আবৰ্জনা যেন পুৰি ছাই কৰি দিব।

> জাগ, তিনি শতাব্দী পিটি খচি খোৱা
> জাতীয় আত্ম-অভিমান,
> জাগ, সত্য-দ্বাপৰ-ত্ৰেতা-মুখৰিত মৃত-সঞ্জীৱনী সাম গান।

কবিৰ বুকুৰ জুয়ে তেওঁৰ কবিতাক তেজাল কৰিছে, এক উত্তাল ৰক্ত-প্ৰবাহ প্ৰদান কৰি শক্তিশালী কৰিছে—

> জাগ, জাগ জাগ ভাৰত সন্তান হিন্দু মুছলমান জাগ।
> মুক্তি-শঙ্খ বাজে গাজে ভেদি
> লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
> বঞ্চিত হোৱা জালিৱানাৱালাবাগ।

জালিৱানাৱালাবাগৰ হত্যাকাণ্ডই কবিগুৰু ৰবীন্দ্ৰনাথকে আৰম্ভ কৰি বহুতো কবি-শিল্পীৰ দৃষ্টি আকৰ্ষণ কৰাৰ দৰে অম্বিকাগিৰীকো কৰিছিল। জালিৱানাৱালাবাগ উগ্ৰ জাতীয়তাবাদী চেতনাৰ জন্মকোষ। 'তই ভাঙিব লাগিব শিল'—এইষাৰ কথাই সেই সময়ৰ জেল-জীৱনৰ নিকৰুণ বাস্তৱতাক



প্ৰতীয়মান কৰাৰ উপৰিও জীৱন-সংগ্ৰামৰ কঠোৰ বাস্তৱতাৰ সন্মুখীন হব-লৈকো দেশবাসীক উদগনি যোগাইছিল। অম্বিকাগিৰীৰ কবিতাত স্বদেশানুৰাগে আধ্যাত্মিকতাৰ ৰূপ লৈছে। এইখিনিতে ৰায়চৌধুৰীৰ দেশ-প্ৰেমমূলক কবিতাৰ সাৰ্থকতা।

> জাগ স্থিৰপ্ৰতিজ্ঞ কঠোৰ ব্ৰহ্মচাৰী ভীষ্মৰ বিপুদমন।
> জাগ বুদ্ধদেৱৰ, মহম্মদৰ সত্যৰ হকে জীৱন-পণ।

জাৰ্মান কবি-শিল্পী গ্যেটেই সাহিত্যৰ জৰিয়তে জীৱন-সংগ্ৰামৰ সন্মুখীন হবলৈ সাহস আৰু প্ৰেৰণা বিচাৰিছিল। অম্বিকাগিৰী ৰায়-চৌধুৰীয়ে সাহিত্যৰ মাধ্যমেৰে এই উদ্দেশ্যকে সাধন কৰিবলৈ যত্ন কৰিছিল। ৰায়চৌধুৰীৰ কবিতা হৈছে এনে শক্তিশালী প্ৰেৰণাৰ 'মূৰ্ত-প্ৰকাশ।' নলিনীদেৱীৰ কবিতাই আমাক অধ্যাত্মবাদী শক্তি আৰু আস্থা প্ৰদান কৰে। অম্বিকাগিৰীৰ কবিতাই প্ৰদান কৰে জীৱন উদ্ভাসিত কৰা স্বপ্ন আৰু সাহস। ৰায়চৌধুৰীৰ জীৱনদৃষ্টি যেনেদৰে সাহসী, তেনেদৰে তেওঁৰ প্ৰকাশভঙ্গীও নিৰ্ভীক আৰু তেজোদ্দীপ্ত।

'চেতনা' কাকতৰ যুটীয়া সম্পাদকৰূপে সমসাময়িক কালৰ আন এজন কৰ্মপ্ৰাণ, সাহসী ডেকা চন্দ্ৰনাথ শৰ্মাও আছিল। আমাৰ জাতীয় জীৱন সজাগ সচেতন কৰি তোলা কাৰ্য্যত এই দুজনাৰ, অম্বিকাগিৰী আৰু চন্দ্ৰ শৰ্মাৰ বৰঙনি অতুলনীয়। প্ৰায় সাতবছৰ কাল জীয়াই থকাৰ পিচত 'চেতনা' কাকত অন্তৰ্ধান হয়। সেইবুলি অম্বিকাগিৰীৰ তেজো-দ্দীপ্ত দৃষ্টিভঙ্গীৰ বা স্বাভাৱিক সমাজ-সচেতনতাৰ পৰিসমাপ্তি ঘটা নাছিল। 'চেতনা' কাকতৰ মৰিশালীৰ ওপৰত তেজীমলা ফুল হৈ ফুলাৰ দৰে ৰায়চৌধুৰীৰ দ্বাৰা সম্পাদিত নতুন কাকত 'ডেকা অসম' (১৯৩৫) মূৰ্তিমন্ত হৈ উঠিছিল। সেইটো যুগ আছিল উচ্ছৃঙ্খল চিন্তাধাৰাৰ যুগ। এইষাৰ কথা সাহিত্যৰথী বেজবৰুৱা নাইবা কমলাকান্ত ভট্টাচাৰ্য্যই যেনেদৰে উপলব্ধি কৰিছিল, তেনেদৰে অম্বিকাগিৰী ৰায়চৌধুৰীয়েও কৰিছিল। বৈচিত্ৰ্যৰ পিনৰপৰা চাবলৈ গ'লে ৰায়চৌধুৰীৰ স্বদেশানুৰাগী কবিতাসমূহ আছিল নানাবুলীয়া চিন্তাৰ প্ৰকাশ। নানাবুলীয়া চিন্তাৰ প্ৰকাশ যদিও ই স্বদেশৰ মাটিৰপৰা উবাল খাই পৰা নাইবা কেন্দ্ৰস্থ ভাব-অনুভূতিৰ পিনৰ-পৰা বিচ্যুত হোৱা বিধৰ নাছিল। অম্বিকাগিৰীৰ জীৱন-দৃষ্টি আছিল আশা-বঞ্চিত নিৰ্ভীকতা। 'জীৱন কিহক কয়' বোলা কবিতাটোৱে এইষাৰ কথাৰ প্ৰমাণ যোগায়।

সামাজিকেই হওক বা ৰাজনৈতিকেই হওক, যেনে প্ৰকাৰৰ নহওক লাগিলে, অবিচাৰ ৰায়চৌধুৰীয়ে অন্তৰৰ সৈতে ঘিনাইছিল। ই কোনো কোনো ক্ষেত্ৰত শিল্পী-সাহিত্যিকৰ ব্যক্তিগত পৰ্য্যায়লৈকো নিম্নগামী নোহোৱাকৈ নাছিল—

আৰু সেইফালে
কয়, লিখে এক, কৰে ধৰে আন,
লুটি-পুটি গায় শান্তিৰ গান।
দুৰ্মদ যত অনীতি আচৰি তুলিকা বুলাই
দেখুৱাব মহাকবি
ভিতৰত পুহি দুষ্ট পিশাচ বাহিৰত আঁকে
মোহিনী কলাৰ ছবি।
তাতে তোলোঁ নেকি তাণ্ডৱ মোৰ
তাতে তোলোঁ নেকি বিপ্লৱ ?

অবিচাৰ অনাচাৰ বিপক্ষে সত্যাগ্ৰহীস্বৰূপে ৰায়চৌধুৰীয়ে অবিৰাম সংগ্ৰাম চলাইছিল। এনে এক সংগ্ৰাম, যি সংগ্ৰামত ক্লান্তি নাই, শ্ৰান্তি নাই। কবিৰ জীৱনটোৱেই আছিল বিৰাট এক সংগ্ৰাম। ব্যক্তিগত-ভাৱে জীৱনত বহুতো দুখ-কষ্টৰ তেওঁ সন্মুখীন হব লগা হৈছিল। অসমীয়া সমাজত জীৱিত কালত স্বীকৃতি পোৱাটো অতি কষ্টকৰ কথা। মৃত্যুৰ পিচত পোৱাটো আৰু দুৰূহ। নিজে একো কৰিব নোৱাৰা মানুহে কামকৰা আন মানুহক অযথা সমালোচনা কৰি কিবা এক মানসিক তৃপ্তি পায়। এনে অভ্যাস বিকৃত চিন্তাধাৰাৰ, অসুস্থ মনৰ পৰিচায়ক; ব্যক্তিগত স্তৰত অম্বিকাগিৰী এনে বিকৃত অৱস্থাৰ বাৰুকৈয়ে সন্মুখীন হব লগা হৈছিল। কিন্তু এনেধৰণৰ বিৰূপ অৱস্থাই কবি-শিল্পীৰ মন সহজে বিচলিত কৰিব পৰা নাছিল। অম্বিকাগিৰীৰ আত্মা সবল, সুস্থ আছিল। সামাজিক দুখ-কষ্ট অবিচাৰে মানুহজনৰ কবি-অন্তৰ যেনেদৰে স্পৰ্শ কৰিছিল, তেনেদৰে ব্যক্তিগত দুখ-কষ্টই কৰিব পৰা নাছিল। এই পিনৰপৰা গীতা-শাস্ত্ৰৰ ভাষাতে কবলৈ গ'লে মানুহজন 'স্থিতঃপ্ৰজ্ঞ' আছিল। সম্ভৱতঃ এয়া বৈষ্ণৱ-সাহিত্য-দৰ্শন অধ্যয়নৰ অৱদান। ৰায়চৌধুৰীৰ জন্ম অসমৰ 'কাশীধাম' বৰপেটাত হৈছিল। বৈষ্ণৱ সাহিত্য-দৰ্শন অধ্যয়নে মানুহৰ আত্মা সবল কৰে, দৃষ্টিভঙ্গীক উদাৰতা দিয়ে। যি ব্যক্তিৰ অন্তৰ উদাৰ নহয়, সি কেতিয়াও মহৎ হব নোৱাৰে।



১৯২৬ চনত আমাৰ পাণ্ডু নগৰত কংগ্ৰেছ মহাসভাৰ অধিবেশন অনুষ্ঠিত হৈছিল। এই অধিৱেশনত গাবৰ কাৰণে যি সমবেত-গীত ৰায়চৌধুৰীয়ে ৰচনা কৰিছিল, তাৰ সৌষ্ঠৱশালী প্ৰতিধ্বনি আজিও জীয়াই আছে। ভাব, ভাষা, সুৰ-মাধুৰ্য্য, দেশ-প্ৰেমমূলক অনুভূতি সকলো পিনৰ পৰা সৌষ্ঠৱশালী। 'আজি বন্দো কি ছন্দৰে' গীত এক উদাৰ মানৱতা আৰু বিশ্বজনীন আধ্যাত্মিক সৌৰভেৰে মুখৰিত। ই মানুহৰ গান, 'হাঁহি-তামছাৰ' গান নহয়। ছন্দ-বৈশিষ্ট্য আৰু শব্দ বাছনি হৈছে অম্বিকাগিৰীৰ কবিতাৰ প্ৰাণ-স্পন্দন। এওঁৰ ছন্দ হৈছে কবিৰ মানসিক সৌষ্ঠৱৰ সম্যক প্ৰকাশ।

ই যে নৰনাৰায়ণ লাঞ্ছিত হোৱা ভয়াবহ ইতিহাস";
ই যে জীৱনৰ হকে মৰিবৰ হেতু প্ৰাণভৰা অভিলাষ।

জীৱনৰ হকে মৃত্যু, প্ৰাচীন ভাৰতীয় ঐতিহ্যৰ মৰ্মকথা। ওপৰত উল্লেখ কৰা কবিতা ফাকিত নহ'লেও, কমলাকান্ত ভট্টাচাৰ্য্যৰ দৰে অম্বিকা-গিৰীৰ কোনো কোনো কবিতাত প্ৰয়োগ কৰা শব্দ হৈছে বন্দুকৰ একোটা গুলী। এই গুলীয়ে হত্যা নকৰে, শুধৰণিৰ পথহে মুকলি কৰে। 'জীৱন কিহক কয়' কবিতাটো এইষাৰ কথাৰ সম্যক প্ৰকাশ। ভাব-অনুভূতিৰ অতিপাত হেঁচাত যে কেতিয়াবা অম্বিকাগিৰীৰ কাব্য-ছন্দই উজুটি নোখোৱাকৈ থাকে, এইষাৰ কথাও সচা নহয়। এইষাৰ কথা তেওঁৰ দেশপ্ৰেমমূলক কবিতাত বিশেষভাৱে লক্ষ্য কৰা যায়, মিষ্টিক-ধৰ্মী কবিতাত নহয়। 'তুমি' কবিতা আধুনিক অসমীয়া সাহিত্যৰ এক বাছকবনীয়া সৃষ্টি।

আগতে উল্লেখ কৰা 'ছংছ অব্ ডি চেল' বোলা কবিতাৰ পুথিখনৰ পাতনিত অম্বিকাগিৰীৰ দেশপ্ৰেমমূলক কবিতাসমূহৰ বিপ্লৱী কবি নজৰুল ইছলামৰ সমজাতীয় কবিতাসমূহৰ সৈতে বিজণিৰ অৱতাৰণা কৰি পণ্ডিত লক্ষীনাৰায়ণ সাহু ডাঙৰীয়াই এনেদৰে মন্তব্য কৰিছে: "There is serenity and sense of responsibility in the songs of Sri Ambikagiri; they are all national songs." সামাজিকেই হওক বা ৰাজনৈতিকেই হওক, অবিচাৰ অত্যাচাৰ নীৰৱে সহ্য কৰিবৰ কাৰণে অম্বিকাগিৰীৰ জন্ম হোৱা নাছিল। গতিকে এওঁৰ কবিতাসমূহ তেজোদ্দীপ্ত স্বাভাৱিক কথা। ব্যক্তিগত বা সামাজিকভাৱেও মানুহৰ যি মুখা পিন্ধা আচৰণ, তাৰ বিপক্ষে তেওঁ প্ৰতিবাদী নোহোৱাকৈ নাছিল। 'মই বিপ্লৱী, মই তাণ্ডৱী' বোলা কবিতাটোত আছে—

মই কাল-বিজয়ী বিপ্লৱী
মই কাল-বিনাশী তাণ্ডৱী।
আজি বিপ্লৱ তোলোঁ ক'ত?
মই তাণ্ডৱ তোলোঁ ক'ত?
সৃষ্টিৰ স্নায়ু ধুনাধুন কৰি উতলি উঠিছে বিপ্লৱ মোৰ
উতলি উঠিছে বিপ্লৱ,
ব্ৰহ্মাণ্ডৰ মেৰু প্ৰকম্পি দাপিছে দাৰুণ তাণ্ডৱ মোৰ
দাপিছে দাৰুণ তাণ্ডৱ।

মানুহৰ ওপৰত ৰায়চৌধুৰীৰ আস্থা আছিল অপৰিসীম। মাতৃভূমিৰ কল্যাণৰ কাৰণে প্ৰয়োজন হৈছে, আদৰ্শবাদী মানুহৰ। এনে আদৰ্শবাদী মানুহৰ, দেশ-প্ৰেমিকৰ সৃষ্টি কৰাটো আছিল অম্বিকাগিৰীৰ জীৱনৰ স্বপ্ন। এই স্বপ্নৰ পোহৰেৰে ৰায়চৌধুৰীৰ কবিতা সমুজ্জ্বল। ৰাজনৈতিক চেতনা আৰু সাংস্কৃতিক ঐক্যৰ জৰিয়তে জাতীয়তাবাদী জাগৰণৰ যুগত এই স্বপ্ন উদ্ভাসিত হৈ উঠিছিল। স্বদেশানুৰাগী কবিস্বৰূপে জাৰ্মান সাহিত্যৰ পথ প্ৰদৰ্শক কবি কমলাকান্ত ভট্টাচাৰ্য্যক অম্বিকাগিৰীয়ে পৰাভূত কৰিছিল। বিষয়বস্তুৰ বৈচিত্ৰ্য আৰু ছন্দ-সৌষ্ঠৱৰ ক্ষেত্ৰত ভট্টাচাৰ্য্যৰ দেশ-প্ৰেমমূলক কবিতা ৰায়চৌধুৰীৰ কবিতাৰ সমান তেজাল বা তীক্ষ্ণ নহয়। থোৰতে কবলৈ গ'লে, ৰায়চৌধুৰীৰ কবিতাত বানপানীৰ সৰ্বগ্ৰাসিতা বিদ্যমান। ভাব-অনুভূতিৰ পিনৰপৰা অম্বিকাগিৰীৰ দেশ-প্ৰেমৰ কবিতাসমূহ সংক্ৰামক। এই পিনৰপৰা এনে ধৰণৰ কবিতাসমূহক বনপোৰা জুইৰ সৈতে বিজাব পাৰি। সেইবুলি এইবোৰৰ উত্তাপ বনপোৰা জুইৰ দৰে খন্তেকীয়া নহয়।

দেশ-প্ৰেম হৈছে মানৱ-জীৱনৰ সৰ্বোৎকৃষ্ট পৰিচয়। অম্বিকাগিৰী ৰায়চৌধুৰী হৈছে দেশ-প্ৰেমৰ এক অনিৰ্বাণ শিখা। অম্বিকাগিৰীৰ অশৰীৰী আত্মাই দেশবাসীক যেন আজিও কয়—

জাগ, মাতৃ-চৰণ-পূজাৰ বেদীত
লক্ষ পুত্ৰৰ জীৱন-দান,
জাগ, ভাৰত-মাতাৰ গৌৰৱ ৰবি
গুচাই সকলো কালিমা-দাগ।

# অম্বিকাগিৰীৰ গান

শ্ৰীবীৰেন্দ্ৰনাথ দত্ত

'কিয় শূন্য হ'ব নো জীৱন?
তুমি পুণ্য তুলিকা বুলাই বুলাই
কৰি দিছা দেখোঁ পূৰণ ............।'

এয়া অম্বিকাগিৰীয়ে ১৯২০ চনত ৰচনা কৰা এটি গীতৰ প্ৰথম কলি। ভাবৰ আন্তৰিক গভীৰতা আৰু সুৰৰ নিবিড় বাঙময়তাই গীতটিত এনে এটি শান্ত সমাহিত সৌন্দৰ্য্যৰ সৃষ্টি কৰিছে যে তাক শুনি মুগ্ধ হ'ব পাৰি, অভিভূত হ'ব পাৰি, তাৰ বৰ্ণনা দিব নোৱাৰি। এনে স্বাভাৱিক সূক্ষ্ম সৌন্দৰ্য্যৰ তুলনা অসমীয়া গীতত বিৰল। আধ্যাত্মিক উপলব্ধি আৰু সাঙ্গীতিক দ্যোতনাৰে সমৃদ্ধ এই গীতটিয়ে ইয়াৰ স্ৰষ্টাৰ ভিতৰত থকা যি সম্ভাৱনাৰ স্বাক্ষৰ বহন কৰে, যি অঙ্গীকাৰৰ ইঙ্গিত দিয়ে, সেই সম্ভাৱনাই স্বাভাৱিক পৰিণতি লাভ কৰা হ'লে, সেই অঙ্গীকাৰ পূৰ্ণ হোৱা হ'লে আজিৰ অসমীয়া গীতৰ জগতত তেনে গীতৰ দৈন্য ইমান প্ৰকট নহ'ল-হেঁতেন—যি গীত গভীৰ হৈও মধুৰ, গহীন হৈও সুন্দৰ।

ওপৰৰ গীতটি এটি উদাহৰণ মাত্ৰ। এনেকুৱা আৰু বহুতো গান অম্বিকাগিৰীয়ে ৰচনা* কৰিছিল। নিঃসন্দেহে এই গীতসমূহ অসমীয়া গীতৰ ভঁৰালৰ মূল্যৱান সম্পদ বুলি আদৃত, সুৰক্ষিত হ'বৰ যোগ্য। অথচ অম্বিকাগিৰীৰ এই পৰ্য্যায়ৰ গীতসমূহ সমাদৃত হোৱা তো দূৰৰ কথা, আনকি এইবোৰৰ অস্তিত্ব সম্পৰ্কে ভু-পোৱা লোকৰ সংখ্যাও নগণ্য। সাধাৰণ কলামোদীৰ কথা এৰি দি, শিল্পী আৰু ৰসজ্ঞ সমাজৰ ক্ষেত্ৰতো এই কথা খাটে। এই গীতসমূহ কেতিয়াও জনপ্ৰিয় হোৱা নাই। এটা-দুটাত বাদে ছপাৰ আখৰত এইবোৰ প্ৰকাশ হোৱা নাই, আৰু মুষ্টিমেয় কেইটামান গানৰ বাহিৰে বাকীবোৰৰ সুৰো প্ৰায় সম্পূৰ্ণ বিস্মৃতিৰ পথত।

গীতস্ৰষ্টা হিচাবে এতিয়ালৈকে অম্বিকাগিৰীৰ পৰিচয় তেওঁৰ দেশাত্মবোধক আৰু সংগ্ৰামমুখী গীতসমূহৰ ভিতৰতে সীমাবদ্ধ। ৰচনা কালৰ বিস্তৃতিৰ ফালৰপৰা, বিভিন্ন ছন্দ, লয় আৰু সুৰৰ পৰীক্ষা-নিৰীক্ষাৰ ফালৰপৰা আৰু বিশেষকৈ জনমানসৰ ওপৰত কৰা প্ৰভাৱৰ ফালৰপৰা এই শ্ৰেণীৰ গীতবোৰে অম্বিকাগিৰীৰ গীতসৃষ্টিৰ ক্ষেত্ৰত এক বিশাল আৰু মূল্যবান ভূখণ্ড অধিকাৰ কৰি আছে, এই কথা সুস্পষ্ট। এক কথাত, অসমীয়া ভাষাত জাতীয় চেতনা আৰু সংগ্ৰামৰ ভাবেৰে উদ্বুদ্ধ কৰিব পৰা গীতৰ জন্মদাতা হিচাবে অম্বিকাগিৰীৰ স্থান সু-উচ্চ আৰু সুপ্ৰতিষ্ঠিত। অসমৰ জাতীয় জাগৰণত এই গীতবোৰৰ বৰঙনি সদায় শ্ৰদ্ধাৰে স্বীকৃত হ'ব। ছন্দৰ বলিষ্ঠতা আৰু উদ্দামতাৰ কাৰণে এই পৰ্য্যায়ৰ কেইবাটিও গীতৰ উৎকৰ্ষ অনস্বীকাৰ্য্য। বিশেষকৈ 'আজি বন্দো কি ছন্দেৰে' নিঃসন্দেহে অম্বিকাগিৰীৰ শ্ৰেষ্ঠ সৃষ্টিৰ ভিতৰত পৰে। ঐশ্বৰ্য্যময় ভাব, প্ৰাণময় ছন্দ, ব্যঞ্জনাময় ধ্বনি আৰু গতিময় সুৰেৰে এই গীত চিৰ নবীন।

তথাপিও এইটো সচা যে কলাসৃষ্টিৰ ঐকান্তিক তাগিদতকৈ উদ্দেশ্য প্ৰণোদিত ভাবাবেগ আৰু উচ্ছ্বাসেই এই পৰ্য্যায়ৰ সৰহ ভাগ গীতৰ জন্মৰ হেতু। আৰু সেই কাৰণেই গীত হিচাবে এইবোৰৰ মূল্য আৰু আপেক্ষিক উৎকৰ্ষক স্বীকাৰ কৰি ল'লেও এই কথা স্পষ্ট হৈ থাকে যে যি গীতৰ উদ্ধৃতিৰে আমাৰ এই আলোচনাৰ অৱতাৰণা কৰা হৈছে সেই গীতৰ ভিতৰত থকা উচ্চ স্তৰৰ সুষমা এই পৰ্য্যায়ৰ সৰহভাগ গীতত অনুপস্থিত। যদিও আধ্যাত্মিক পৰ্য্যায়ৰ গীতসমূহৰ মাত্ৰ কেইটামানৰ সুৰহে শুনা যায়; সেই কেইটাৰ অসাধাৰণ ৰসোত্তীৰ্ণ গুণলৈ চাই আৰু বাকীকেইটিৰ ৰচনাৰ প্ৰসাদগুণলৈ চাই এই প্ৰত্যয় নজন্মাকৈ নাথাকে যে অম্বিকাগিৰীৰ প্ৰকৃত শিল্পীসত্তাৰ স্ফুৰণ তেওঁৰ আধ্যাত্মিক ৰসসমৃদ্ধ গীতত যেনেদৰে হৈছে তেওঁৰ আন গীতত যেন তেনেদৰে হোৱা নাই।

অম্বিকাগিৰীৰ কাব্য-পৰিক্ৰমাৰ সন্দৰ্ভত এনে এটি আক্ষেপ শুনা যায় যে ৰাজনৈতিক আৰু সামাজিক আহ্বানৰ তীব্ৰতা আৰু কোলাহলে তেওঁৰ অতীন্দ্ৰিয়বাদী অনুভূতিৰ সূক্ষ্মতা আৰু আন্তৰিকতাক কক্ষচ্যুত কৰিছিল। আন্তৰিকতাৰপৰা আড়ম্বৰলৈ, উপলব্ধিৰপৰা উচ্ছ্বাসলৈ, মিতভাষণৰপৰা অতিভাষণলৈ অম্বিকাগিৰীৰ পৰিবৰ্তনৰ তাৎপৰ্য্যৰ কথা শ্ৰীহীৰেন গোহাঁয়ে চমকপ্ৰদভাৱে ব্যক্ত কৰিছে 'অম্বিকাগিৰী আৰু মানৱায়তন'[১] প্ৰবন্ধত।

[১] 'অসমবাণী'ত ১৯৬২ চনত প্ৰথম প্ৰকাশিত; 'মণিদীপ' ৭ম বছৰ ৪ৰ্থ সংখ্যাত পুনৰ্মুদ্ৰিত।



'অনুভূতিৰ' যুগৰ অতীন্দ্ৰিয়বাদী সূক্ষ্ম ব্যঞ্জনাময় কাব্যৰ ঠাইত পাচৰ যুগৰ শাসনবিহীন আৰু উদ্দীপনাময় দেশাত্মবোধক আৰু বিপ্লৱী কবিতালৈ হোৱা ৰূপান্তৰ প্ৰসঙ্গত শ্ৰীগোহাঁয়ে কৈছে: "এনে যথাৰ্থ শিল্পসৃষ্টিৰ পাচত আমি অম্বিকাগিৰীৰ কবিতাত এক নতুন সুৰ শুনিবলৈ পাওঁ। এই সুৰ ভগ্নস্বৰ বক্তাৰ সুৰ—প্ৰাক্তন ব্যঞ্জনা আৰু সূক্ষ্ম মূৰ্চ্ছনাৰ ঠাইত আমি তাত শুনো জঠৰ বাগাড়ম্বৰ আৰু অনমনীয় ভেৰী-ধ্বনি।.................. মেধা আৰু হৃদয়বৃত্তিৰ বাঙময় মিলনৰ সৈতে নিষ্ফল আৰু সুষমাহীন শব্দ-ঝঙ্কাৰ বিনিময় কৰিবলৈ কোন বাৰু ৰাজী হ'ব? দুখৰ বিষয়, বিস্ময়ৰ বিষয় অম্বিকাগিৰীয়ে এই অবিশ্বাস্য ৰূপান্তৰ স্বীকাৰ কৰি ল'লে। ই অসমীয়া সাহিত্যৰ এটি পৰম দুৰ্ভাগ্য।" এজন অতি শক্তিমান আৰু সূক্ষ্মবোধ-সম্পন্ন কবিৰ শক্তিৰ এনে অপচয় দুৰ্ভাগ্যজনক, সন্দেহ নাই।

কিন্তু অসমীয়া গীতৰ ক্ষেত্ৰত অম্বিকাগিৰীৰ শক্তিৰ অপচয়ৰ কাহিনী অধিক মৰ্মন্তুদ: এই কাহিনী ঠিক ৰূপান্তৰৰ নহয়, বৰং প্ৰথমত তেওঁৰ কলাসৃষ্টিৰ ক্ষমতাৰ অসম্পূৰ্ণ প্ৰয়োগৰ আৰু তাৰ পাচত, সম্পূৰ্ণ অপ্ৰয়োগৰ। ( এইখিনিতে পৰিষ্কাৰ কৰি লোৱা উচিত হ'ব যে অম্বিকাগিৰীৰ কাব্যৰ ৰূপান্তৰ সম্পৰ্কিত ওপৰৰ মন্তব্যখিনি তেওঁৰ গীতৰ ক্ষেত্ৰত সম্পূৰ্ণ প্ৰযোজ্য নহয়। কাৰণ, প্ৰথম কথা, গীতৰ জগতত অম্বিকাগিৰীৰ প্ৰৱেশেই হয় দেশাত্মবোধক গীতৰ যোগেদি আৰু তেওঁ আধ্যাত্মিক শ্ৰেণীৰ গীতসমূহ যি বিশেষ সময়ছোৱাত ৰচনা কৰে, সেই সময়তো তেওঁৰ দেশাত্মবোধৰ গীত ৰচনাৰ ধাৰা অব্যাহত আছিল। দ্বিতীয়তে, তেওঁৰ আধ্যাত্মিক ৰসৰ আটাইবোৰ গীতৰ সুৰ নজনাকৈ অকল কথাৰ আধাৰত একে আষাৰে এনে মন্তব্য দিয়া অন্যায় যে তেওঁৰ অইন সকলো গীত এই শ্ৰেণীৰ সকলো গীতৰ তুলনাত নিকৃষ্ট। ) অম্বিকাগিৰীৰ কাব্যৰ ৰূপান্তৰ সূক্ষ্ম ৰস-তত্ত্বৰ বিচাৰত দুৰ্ভাগ্যজনক হ'লেও এইটো নিশ্চিত যে পিচৰ যুগৰ তেওঁৰ লিখনী-নিঃসৃত কবিতাৰাশিৰ বলিষ্ঠতা আৰু ওজঃ গুণো উপেক্ষণীয় নহয়। বৰং মৃত্যুৰ আগলৈকে এই শ্ৰেণীৰ জ্বালাময়ী কবিতাৰ সম্ভাৰেৰে অসমীয়া কাব্যৰ এই দিশত থকা অভাৱ পূৰণ কৰি গৈছে। কিন্তু অম্বিকাগিৰীৰ গীতৰ কি হ'ল? যি অম্বিকাগিৰীয়ে 'কিয় শূন্য হ'বনো জীৱন' আৰু 'আজি বন্দো কি ছন্দেৰে'ৰ দৰে গীত উপহাৰ দিছিল, সেই অম্বিকাগিৰীৰ গীতৰ গতি প্ৰায় সম্পূৰ্ণৰূপে ৰুদ্ধ হৈ গ'ল 'বন্দো কি ছন্দেৰে'ৰ জন্মৰ কেইবছৰ মানৰ ভিতৰতে। এক বিৰাট সম্ভাৱনাৰ কি দুঃসহ পৰিণতি! অসমীয়া সাংস্কৃতিক জীৱনৰ কি চৰম দুৰ্ভাগ্য!

প্ৰকৃততে অম্বিকাগিৰীৰ বহুমুখী গুণৰ এই দিশটো অৰ্থাৎ তেওঁৰ

গীতসৃষ্টিৰ ক্ষমতা আটাইতকৈ সম্ভাৱনাপূৰ্ণ হৈও আটাইতকৈ অৱহেলিত হোৱা যেন দেখা যায়। (এই অভিযোগ তেওঁৰ অনুৰাগী গুণমুগ্ধসকলৰ বিৰুদ্ধে যিমানখিনি খাটে তেওঁৰ নিজৰ ক্ষেত্ৰতো সিমানেই খাটে)। যদি এইটো সচা যে ৰাজনৈতিক আৰু সামাজিক কৰ্মমুখিতাই অম্বিকাগিৰীৰ কাব্যৰ সূক্ষ্মতা হৰণ কৰিছিল, এইটো আৰু সচা যে সমাজনেতা অম্বিকাগিৰী, ৰাজনীতিবিদ অম্বিকাগিৰী, সংবাদসেৱী অম্বিকাগিৰী, আৰু কবি-সাহিত্যিক অম্বিকাগিৰীৰ হেঁচাত ৰাজহুৱা মঞ্চৰপৰা গীতস্ৰষ্টা অম্বিকাগিৰী ক্ৰমে পিচলৈ আঁতৰি যাবলৈ বাধ্য হৈছিল আৰু অৱশেষত সম্পূৰ্ণ নিষ্ক্ৰান্ত হৈছিল। আকৌ গীতৰ ক্ষেত্ৰতো তেওঁৰ অৱদানৰ শ্ৰেষ্ঠতা সম্পৰ্কে যিখিনি স্বীকৃতি দিয়া হৈছে, সিও প্ৰায় সম্পূৰ্ণভাৱে হৈছে তেওঁৰ গীতৰ কথাংশৰ বিচাৰৰ আধাৰত: কথা আৰু সুৰেৰে সম্পূৰ্ণ গীতৰ আধাৰত নহয়। অথচ অম্বিকাগিৰী অকল গীতিকাৰ নাছিল: তেওঁক আমি বুলিছোঁ গীতস্ৰষ্টা। সঙ্গীতৰ মঞ্চত তেওঁৰ ভূমিকা আছিল বিভিন্ন আৰু বিচিত্ৰ। তেওঁ আছিল একাধাৰে গীতিকাৰ, সুৰকাৰ। গায়ক আৰু সঙ্গীত পৰিৱেশক; আৰু ইয়াৰ প্ৰত্যেকটো ভূমিকাৰ মাজেদিয়ে তেওঁ অসমৰ সংস্কৃতিৰ জগতক অনন্য অৱদান দি থৈ গৈছে।

সঙ্গীতৰ জগতৰ লগত অম্বিকাগিৰীৰ পৰিচয় তেওঁৰ মাকৰ যোগেদি। সুন্দৰীদিয়া সত্ৰৰ জীয়াৰী ৺দেৱকী দেৱী আছিল সুললিত কণ্ঠ আৰু আৰু জন্মগত সঙ্গীত প্ৰতিভাৰ অধিকাৰিণী। তেওঁৰ কণ্ঠত বৰগীত, ঘোষা, কীৰ্তন আদিৰ মাধুৰ্য্যই সকলো শ্ৰোতাকে মুগ্ধ কৰিছিল। মাতৃৰ স্বাভাৱিক সঙ্গীতপ্ৰৱণতাই পুত্ৰৰ কাৰণে সঙ্গীতৰ মনোময় জগতৰ দুৱাৰ মুকলি কৰি দিয়ে। অম্বিকাগিৰীৰ বৰগীত-প্ৰীতি আৰু ভক্তিৰসসিক্ত আধ্যাত্মিক গীতসমূহৰ অনুভূতিও নিশ্চয় এই প্ৰভাৱৰে ফল।

ইয়াৰ পাচত আহিল গুৱাহাটীৰ ছাত্ৰজীৱনত সেই সময়ৰ স্বদেশী আন্দোলনৰ পটভূমিত ৰচিত অসংখ্য গীতৰ দুৰ্বাৰ স্ৰোত। এই স্ৰোতে দেশপ্ৰেমিক সমাজসচেতন ডেকা অম্বিকাগিৰীক উটুৱাই নিলে। বাটে বাটে সমদলৰ নেতৃত্ব কৰি ডেকা অম্বিকাগিৰীয়ে এই গীতবোৰ গাই গাই সংগ্ৰামৰ মন্ত্ৰ প্ৰচাৰ কৰাত লাগি গ'ল। এই বিষয়ে তেওঁ নিজেই কৈছে—"এই সময়ত বঙ্গৰ বৰিছালৰপৰা পুলিচৰ টোকোনৰ কোবত ভঙা মূৰটোত বেণ্ডেজ বান্ধি এজন, নামটো পাহৰি গৈছোঁ,—বঙালী ডেকা গুৱাহাটীলৈ আহি কোনো কোনোৰ ঘৰৰ ভিতৰ মহলাত বৈঠক বহুৱাই হাৰমোনিয়ামেৰে—'নীতিবন্ধন, কৰোনা লঙ্ঘন, ৰাজ ধৰ্মসাৰ প্ৰজাৰ পালন। হইয়ে ৰক্ষক, হয়োনা ভক্ষক, অবিচাৰে ৰাজ্য থাকেনা কখন।' 'মায়েৰ



দেওয়া মোটা কাপড়, মাথায় তুলে নে ৰে ভাই! দীন দুঃখিনী মা যে আমাৰ, তাৰ বেশী আৰু সাধ্য নাই।' আদি স্বদেশী আন্দোলনৰ গুৰুত্ব-জ্ঞাপক গীতবোৰ গাই উপস্থিত শ্ৰোতাবিলাকৰ মন বিচলিত কৰি তোলে। আমি কেইজনমানে তেওঁৰ সকলো কেইটা বৈঠকতে এই গীতবোৰ শুনো আৰু আমাৰ মন তাত উদ্বেলিত হৈ উঠে।"[২]

"কলিকতাত নৃত্য-গীতত শিক্ষা পোৱা মণিপুৰী সুন্দৰী ১৬ বছৰীয়া গাভৰু নাচনী প্ৰভাৱতীৰ···তেজ উতলা গীত···আৰু সেই গীতৰ তালে তালে তেওঁৰ অপূৰ্ব ভঙ্গীভাৱ" নাচেও কম বয়সীয়া অম্বিকাগিৰীৰ প্ৰাণত কি দৰে অদ্ভুত উদ্দীপনাৰ সঞ্চাৰ কৰিছিল, সেই কথা তেওঁ নিজেই বৰ্ণনা কৰিছে: "প্ৰভাৱতীৰ এই নৃত্য-গীতত গুৱাহাটীৰ ছাত্ৰ সমাজৰ আমি একাংশ অৰ্থাৎ মই, শ্ৰীবিষ্ণু মেধি, শ্ৰীকালীৰাম বৰ্মণ, শ্ৰীনিধিৰাম দাস, শ্ৰীত্ৰিগুণা বৰুৱা, ৺কুমুদ বৰা, পুষ্প উজীৰ, গণেশ ব্ৰহ্ম, ৺পীতাম্বৰ চক্ৰবৰ্তী, ৺ৰুক্মিম বৰা, ৺বালেক লহকৰ, ৺বিনন্দ বৰুৱা আদি তেতিয়া গৰম হৈ উঠোঁ আৰু এই গীতবোৰ বাটে বাটে শোভাযাত্ৰা কৰি গাই স্বদেশী আন্দোলনৰ প্ৰচাৰত লাগি যাওঁ।" আৰু শেষত আহিল স্বয়ং মুকুন্দ দাস তেওঁৰ অসাধাৰণ গীত আৰু অভিনয়ৰ সম্ভাৰ লৈ। আগতে উল্লেখ কৰা ডেকাজন আৰু প্ৰভাৱতীৰ গীতৰ যোগেদি মুকুন্দ দাসৰ চিত্তোদ্দীপক গীতৰদ্বাৰা উদ্বুদ্ধ হোৱা অম্বিকাগিৰী এইবাৰ সম্পূৰ্ণ অনুপ্ৰাণিত হ'ল।—"এইটো ১৯০৫ চনৰ কথা। এই সময়ৰপৰাই বঙ্গৰপৰা উজাই অহা দেশ সেৱাৰ সংগ্ৰামমুখী সাঙ্গীতিক প্ৰভাৱে আমি কেজনমানক উতলা কৰি তোলে, আৰু তেতিয়াৰপৰাই আমাৰ অসমীয়া ভাষাতো সংগ্ৰামমুখী সঙ্গীতে সক্ৰিয় ৰূপ লয়।"

এই অনুপ্ৰেৰণাৰেই প্ৰত্যক্ষ ফল যথাক্ৰমে ১৯০৬ আৰু ১৯১০ চনত ৰচিত 'বন্দিনী ভাৰত' আৰু 'কল্যাণময়ী' নামৰ নাট দুখন আৰু তাত সন্নিবিষ্ট এই দুটি গীত:

'যায় যাব প্ৰাণ, আন ধৰি আন
ফান্দত সুমাই ল
বাধা জট ভাঙি বুকু দাঙি দাঙি
নিকিল কিলীয়া হ
তই ভাই নিকিল কিলীয়া হ।'

[২] 'ভাৰতৰ স্বাধীনতা আন্দোলনত দেশাত্মবোধক গীতৰ ভূমিকা' —অম্বিকাগিৰী ৰায়চৌধুৰী (ভাৰতীয় জাতীয় কংগ্ৰেছ স্মৃতি-গ্ৰন্থ: ১৯৫৮)

আৰু—

'মাতিছে মাৰ্তিছে মিলন শঙ্খে
মৃত্যু ভৰোৱা মাতেৰে
বলা আগুৱাই, শক্ৰদন্ত
চূৰ্ণিত কৰা দাপেৰে।'

অম্বিকাগিৰীৰ নিজৰ মতে: "নিজ দেশৰ স্বাধীনতা ৰক্ষা কৰা আৰু পৰদাসত্বৰ যন্ত্ৰণাত মুক্তিৰ উদ্দাম আকাঙ্ক্ষাক ৰূপ দিবলৈকে কৰা সক্ৰিয় পথ-নিৰ্দেশক উদ্যমৰ নিদৰ্শন, বোধহয় উক্ত গীত দুটিয়েই অসমীয়া সাহিত্যত প্ৰথম সংগ্ৰামমুখী জাতীয়-গীত।" (বন্দো কি ছন্দেৰে: পৃ ৭)

১৯০৮ চনত বৰপেটাত 'সনাতন সঙ্গীত সমাজ' স্থাপন আৰু সুদীৰ্ঘ এবাৰ বছৰ ধৰি অসমৰ বিভিন্ন ঠাইত অসমীয়া যাত্ৰাভিনয় প্ৰদৰ্শন; এই দলৰ নৃত্য-গীত আৰু অভিনয়ৰ প্ৰশিক্ষক অম্বিকাগিৰী। বাহ্যতঃ এই সঙ্গীত সমাজৰ উদ্দেশ্য বঙলা যাত্ৰাৰ ঠাইত অসমীয়া যাত্ৰাৰ প্ৰবৰ্তন। কিন্তু প্ৰকৃত উদ্দেশ্য আছিল গীত আৰু অভিনয়ৰ যোগেদি ৰাইজৰ মাজত জাতীয় ভাবৰ জাগৰণ কৰা। গীত আৰু অভিনয়ৰ মাধ্যমেৰে জাতীয় চেতনা উদ্বুদ্ধ কৰি ফুৰাৰ প্ৰেৰণাও সম্ভৱতঃ মুকুন্দ দাসৰপৰাই আহৰিত।

যাত্ৰাৰ পৰ্বৰ এটি গীতৰ নমুনা চাওক—

'দে দে দে দোলন সখি
উৰণ দোলাত দোলন দে'

ইয়াৰ ছন্দৰ দোলনো লক্ষণীয়।

এই সময়ৰপৰা আৰম্ভ কৰি ১৯২১ চনলৈকে অম্বিকাগিৰীয়ে ৰচনা কৰা বহুতো গীতৰ অন্ততঃ কথাংশ যথেষ্ট সুপৰিচিত। কেইবাটাও গীতৰ সুৰো আজিলৈকে বহুতৰে মনত আছে। সেই সময়ৰ কেইটামান বিখ্যাত গান হ'ল—

'ব'লা ভাই আগুৱাই
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই।'

'এইতো নহয় হাঁহি তামাচাৰ ভাগৰ জৰোৱা গান'



'ভাই! দিন যে সমূলি নাই,—
অত কাল গ'ল ভাবোঁতে ভাবোঁতে ফল দেখোঁ একো নাই,"—

'আজি দুশতাব্দী কাল
তন্দ্ৰা অলস ভাৰত-আত্মা জাগিছে নিজঞ্জাল'

'তোৰ জননী যে দাসী
তথাপি তোৰ নাই চেতনা হায়ৰে ভাৰতবাসী'[৩]

এই পৰ্বৰ গীতবোৰৰ কিছুমানত সমসাময়িক বঙলা স্বদেশী গীতৰ সুৰৰ প্ৰতিধ্বনি শুনা যায়। তাৰ ভিতৰত মুকুন্দ দাসৰ সুৰৰ জুমুঠি অধিক প্ৰকট। 'তোৰ জননী যে দাসী' গীতটো প্ৰায় সম্পূৰ্ণ 'একবাৰ বিদায় দাও মা ঘুৰে আসি' গীতৰ সুৰৰ ভিত্তিত ৰচিত। বাকী কিছুমানৰ সুৰত সেই সময়ত প্ৰচলিত বঙলা যাত্ৰাৰ গানৰ স্বৰবিন্যাস আৰু গায়নশৈলীৰ প্ৰভাৱ সুস্পষ্ট আৰু ইয়াৰ প্ৰায়বোৰেই ৰাগভিত্তিক।[৪] এসময়ত অম্বিকাগিৰীয়ে গুৱাহাটীত লক্ষ্ণৌৰ ওস্তাদৰ তলত হিন্দুস্থানী শাস্ত্ৰীয় সঙ্গীতৰ

৩ "এই গীতকেইটা অসহযোগ সংগ্ৰাম প্ৰস্তুতিৰ আৰম্ভণতে গুৱাহাটীৰ ৰাজহুৱা সভাবোৰত আৰু শোভাযাত্ৰাত গোৱা হৈছিল। সভাবোৰত গাইছিলোঁ মই নিজে আৰু শোভাযাত্ৰাবোৰত গোৱা হৈ ছিল দলে-বলে। শোভাযাত্ৰাত গোৱা দল-বলত আছিল বৰ্তমান অসমৰ চিকিৎসা বিভাগৰ ডাইৰেক্টৰ শ্ৰীউমেশচন্দ্ৰ বৰদলৈ, জোনাব মহিবুদ্দিন আহমদ, মই আৰু স্বেচ্ছাসেৱক দল আদি....কোনো কোনোটো শোভাযাত্ৰাত এই গীতবিলাক গোৱাত যোগ দিছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু লোকপ্ৰিয় বৰদলৈ আদিয়েও।" (ভাৰতীয় জাতীয় কংগ্ৰেছ স্মৃতিগ্ৰন্থ ১৯৫৮: অম্বিকাগিৰীৰ পূৰ্বোল্লিখিত প্ৰবন্ধ দ্ৰষ্টব্য) অইন গীতৰ প্ৰসঙ্গত তেওঁ শ্ৰীপদ্মধৰ চলিহা, শ্ৰীলক্ষেশ্বৰ বৰুৱা, কালিপ্ৰসাদ বৰুৱা, নৰকুমাৰ দত্ত, শ্ৰীঅম্বিকাচৰণ পাটোৱাৰী, শ্ৰীঅক্ষয়কুমাৰ দাস আদিৰ নাম গায়কসকলৰ ভিতৰত উল্লেখ কৰিছে।

৪ 'প্ৰভু, যিমানে উধাই যাওঁ' আৰু 'তই ভাঙিব লাগিব শিল'ত শুদ্ধ ভৈৰৱী ব্যৱহাৰ হৈছে। দুয়োটা গানতে টপ্পা জাতীয় 'কামো' আছে। আন কিছুমান গানতো ৰাগৰ ব্যৱহাৰ পোৱা যায়, হাতেলিখা গীতখিনিৰ দুই এটাতো ৰাগৰ উল্লেখ আছে।

চৰ্চা কৰাৰ কথা জনা যায় যদিও সি এই গীতসমূহৰ ৰচনা কালৰ বহু পিচৰ কথা। তাৰ উপৰি অম্বিকাগিৰীৰ সেই সঙ্গীত-শিক্ষা যথেষ্ট দীৰ্ঘ আৰু সম্পূৰ্ণ হোৱা নাছিল। প্ৰকৃততে সেই সময়ৰ জনপ্ৰিয় বঙলা গানৰ সৰহভাগ ৰাগাশ্ৰয়ী আছিল আৰু তেনে গানৰ যোগেদিয়েই অম্বিকাগিৰীৰ হিন্দুস্থানী ৰাগ-ৰাগিণীৰ লগত যথেষ্ট ঘনিষ্ঠ পৰিচয় ঘটিছিল বুলি অনুমান হয়। অৱশ্যে পিচৰ কালৰ ৰাগ সঙ্গীত চৰ্চাই তেওঁৰ এই পৰিচয় গভীৰতৰ কৰি তুলিছিল বুলি ভাবিবৰ থল আছে।

অম্বিকাগিৰীৰ আধ্যাত্মিক ভাবৰ গীতখিনিও এই সময়ৰে ৰচনা। হাতেলিখা অৱস্থাত এই পৰ্য্যায়ৰ ত্ৰিশৰো অধিক গীত পোৱা গৈছে। তাৰে অন্ততঃ ১৪টাত ৰচনাৰ চনৰ উল্লেখ আছে। দেখা যায়, এই গীতবোৰৰ আটাইবোৰ নহ'লেও সৰহভাগেই ১৯১২ৰপৰা ১৯২০ চনৰ ভিতৰত ৰচিত। কলাসৃষ্টি হিচাবে এইচাম গীতৰ এক নিজস্ব বৈশিষ্ট্য, তাৎপৰ্য্য আৰু মূল্য আছে বুলি আমাৰ বিশ্বাস। সেই কাৰণে আমি এই পৰ্য্যায়ৰ গীতসমূহৰ আলোচনা সুকীয়াকৈ কৰিবৰ বাবে পিচলৈ থলোঁ।

১৯২১ চনৰপৰা আৰম্ভ হ'ল আৰু একপৰ্ব : এই পৰ্বৰ সৰহভাগ গীত জেলৰ ভিতৰত ৰচিত আৰু সেইবাবেই এইবোৰ প্ৰায় প্ৰত্যেকটোতে জেলৰ ভিতৰত হোৱা প্ৰত্যক্ষ অভিজ্ঞতাৰ সাঁচ বিদ্যমান। 'তই ভাঙিব লাগিব শিল', 'ধৰ ঝাড়ু ধৰ ভাই', 'আৰু কি দেখাবি ভয় কাৰাগাৰ', 'এইতো নহয় জেল দিয়া' ইত্যাদি এই পৰ্বৰ বিখ্যাত গান। জেলৰ ভিতৰত মুখে মুখে ৰচিত হোৱা কাৰণেই হয়তো এই গীতবোৰে এটা সুকীয়া মৰ্য্যাদা লাভ কৰিছিল।[৫] (সুৰত নজৰুলী উদ্দামতাৰ অনুপস্থিতি সত্বেও কথাৰ দুৰ্বাৰতাই এই চাম গীতৰ এমুঠিয়ে নজৰুলৰ কিছুমান বিদ্ৰোহী গীতলৈ মনত পেলাই দিয়ে।) কথাৰ উপস্থাপনাৰ কিছু অভিনৱত্বৰ বাহিৰে সুৰৰ ফালৰপৰা এই গীতবোৰত আগৰ গীতৰ তুলনাত বিশেষ নতুনত্ব দেখা নাযায়।

অম্বিকাগিৰীৰ গীতসৃষ্টিত নতুনকৈ মৌলিকতাৰ জিলিকনি দেখা যায় ১৯২৬ চনৰপৰা ১৯২৮ চনৰ ভিতৰত ৰচিত গীতত। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ কাৰণে বিশেষভাৱে ৰচিত 'আজি বন্দো কি ছন্দেৰে'ৰ শ্ৰেষ্ঠতাৰ কথা আমি আগতেই উল্লেখ কৰিছোঁ। ক্ৰমে ১৯২৬ আৰু

[৫] ৺বাণীকান্ত কাকতি আৰু ৺বিৰিঞ্চিকুমাৰ বৰুৱাৰ দ্বাৰা ইংৰাজীত অনূদিত হৈ *Songs of the Cell* নামেৰে এই পৰ্বৰ গীতসমূহে নানা ঠাইত প্ৰশংসিত হোৱা কথাটো সৰ্বজনবিদিত।



১৯২৮ চনত ৰচিত 'আজি কাৰ কি আৱাহন' আৰু 'শুনিবি ভাই দেশৰ কথা কওঁ' গীত দুটিত অম্বিকাগিৰীয়ে এটা নতুন পৰীক্ষা কৰা দেখা যায়। তেওঁ এই গীত দুটি দেহ-বিচাৰৰ সুৰৰ ভেঁটিত ৰচনা কৰিছে। ইয়াৰে বিশেষকৈ দ্বিতীয় গীতটিত কথা আৰু সুৰৰ এনে সুন্দৰ সংযোগ হৈছে যে ইয়াৰ সবল আৰু প্ৰত্যক্ষ আবেদনে লোকগীতৰ নিচিনাকৈ মনক সহজে স্পৰ্শ কৰে। দুখৰ কথা, থলুৱা লোকগীতৰ আহিত ৰচিত অম্বিকাগিৰীৰ এনে আকৰ্ষণীয় সৃষ্টিৰ আৰু নিদৰ্শন পোৱা নাযায়।

সুৰৰ ক্ষেত্ৰত আৰু এটা উল্লেখযোগ্য পৰীক্ষা অম্বিকাগিৰীয়ে কৰিছিল : সেয়া হ'ল তেওঁৰ ৰচনাত বৰগীতৰ ৰাগসংযোজন। এতিয়ালৈকে জানিব পৰা গৈছে যে তেওঁ অন্ততঃ তিনি-চাৰিটা গীতত বৰগীতৰ ৰাগৰ (তেওঁৰ মতে 'নিখুঁত ৰাগ') আলমত সুৰ-সংযোজনা কৰিছিল। সেই গীত কেইটা হ'ল 'বলা ভাই আগুৱাই' (ৰাগ : বৰাৰী), 'তোমাৰ চৰণ ধূলিৰ তলত উবুৰাই মন-প্ৰাণ' (ৰাগ : গৌৰী) আৰু 'হে জনমভূমি! জননী আমাৰ শান্তি-সাধনা স্বৰ্গ' (ৰাগ : ভাটিয়ালী)।[৬] গীত কেইটা যি ৰূপত পোৱা যায়, অন্ততঃ বিখ্যাত গীত 'ব'লা ভাই আগুৱাই' সম্প্ৰতি যি ৰূপত আমি শুনো, তাৰপৰা এইবোৰৰ সুৰত বৰগীতৰ ৰাগৰূপৰ আৰু গায়নশৈলীৰ কোনো বৈশিষ্ট্য ধৰা নপৰে। অম্বিকাগিৰীৰ এই পৰীক্ষা খুব সম্ভৱ যথেষ্ট গৱেষণা আৰু সাধনাৰে পুষ্ট নাছিল আৰু সেইবাবেই বৰগীতৰ ৰাগক আধুনিক ৰচনাত প্ৰয়োগ কৰাৰ কোনো সফল কৌশল উদ্ভাৱন কৰাটো তেওঁৰ হৈ নুঠিলগৈ, যদিও তেওঁৰ উদ্দেশ্যৰ আন্তৰিকতা আৰু সাধুতাৰ প্ৰশংসা নকৰি নোৱাৰি। অম্বিকাগিৰীৰ এই প্ৰচেষ্টা আধুনিক অসমীয়া গীতৰ কাৰণে নতুন সম্ভাৱনাৰ দ্বাৰোন্মোচন নহ'লেও অন্ততঃ এটি সম্ভাৱনাপূৰ্ণ দিশৰ প্ৰতি তাৎপৰ্য্যপূৰ্ণ অঙ্গুলিনিৰ্দেশ, ই নিশ্চিত।

[৬] ইয়াৰে প্ৰথমটো গীত প্ৰফুল্ল বৰুৱাৰ কণ্ঠত আৰু দ্বিতীয়টো গিৰিজা দাসৰ কণ্ঠত গ্ৰামোফোন ৰেকৰ্ডত গৃহীত হৈছিল। তৃতীয়টো গীতৰ বিষয়ে ৺ৰায়চৌধুৰীয়ে এই ইতিহাস দিছে : "ইং ১৯১৬ চনত গুৱাহাটীত হোৱা আসাম এছোছিয়েছনৰ অধিবেশনত...........বৰগীতৰ সুৰত ৰচা এই গীতটো সমবেত-সঙ্গীত হৈছিল, শ্ৰীলক্ষেশ্বৰ বৰুৱা, শ্ৰীকালিপ্ৰসাদ বৰুৱা, ৰচক নিজে আৰু অন্যান্য। ৰাজনৈতিক ৰাজহুৱা অনুষ্ঠান আৰু সভাত বৰগীতৰ সুৰৰ প্ৰচলন এইটোৱেই প্ৰথম।" ('বন্দো কি ছন্দেৰে' পৃঃ ১৫)

ৰাজহুৱা অনুষ্ঠানত সচেতন গীত পৰিবেশক হিচাবেও অম্বিকাগিৰীৰ ভূমিকাৰ মূল্য আছে। বলিষ্ঠ উদাত্ত কণ্ঠৰ অধিকাৰী অম্বিকাগিৰীৰ গীতে শ শ শ্ৰোতাক মুগ্ধ কৰাৰ উপৰিও তেওঁৰ সঙ্গীত পৰিবেশনে সুস্থ অসমীয়া গীতৰ প্ৰতি শ্ৰোতাৰ আগ্ৰহ জন্মোৱাত বৰঙনি যোগাইছিল। বিশেষকৈ ৰাজহুৱা অনুষ্ঠানত বৰগীত পৰিবেশন কৰি তাক জনপ্ৰিয় কৰিবৰ প্ৰথম সফল প্ৰচেষ্টাৰ কৃতিত্ব অম্বিকাগিৰীৰেই। জ্যোতিপ্ৰসাদে শোণিতকুঁৱৰী নাটকৰ পাতনিত অম্বিকাগিৰীৰ এই বিশেষ বৰঙনিক অকুণ্ঠ স্বীকৃতি দিছে।

অম্বিকাগিৰীৰ যি কেইটি গীতৰ ভিতৰত আমি অনন্য ৰসৰ সন্ধান পাইছোঁ, আমি এতিয়া সেই পৰ্যায়ৰ গীতসমূহৰ অলপ আলোচনা কৰিম। আমি আগতে কৈছোঁ যে এইচাম গীতৰ অকল মাত্ৰ আঠটামানৰ সুৰহে আমি সম্পূৰ্ণকৈ শুনিছোঁ। কিছুমানৰ আংশিকভাৱে শুনিছোঁ। ইয়াৰ আটাইবোৰ গীতত তেওঁ সুৰ দি সম্পূৰ্ণ কৰিছিল নে নাই তাকো জনা নাযায়।[৭] অৱশ্যে এই শ্ৰেণীৰ যিখিনি গীত আমি সম্পূৰ্ণৰূপে পাইছোঁ তাৰপৰা আমাৰ এই প্ৰত্যয় জন্মিছে যে এই গীতসমূহৰ ৰস সম্পূৰ্ণ ভিন্ন স্বাদৰ: এইবোৰত যেনেকৈ আছে কথা আৰু সুৰেৰে মন যোগাৱ পৰা শক্তি তেনেকৈ আছে হৃদয় স্পৰ্শ কৰিব পৰা গুণ। এইবোৰ যেনেকৈ সুন্দৰ গান, তেনেকৈ সুন্দৰ প্ৰাৰ্থনাও।

আমি আৰম্ভণিতে এই পৰ্যায়ৰ এটি গীতৰ প্ৰথম কলিৰ উদ্ধৃতি দিছোঁ। আন এটি গীতৰ আৰম্ভ হৈছে এইদৰে—

'প্ৰভু যিমানে উধাই যাওঁ
মোৰ হিয়াৰ তেজেৰে বোলাব তোমাৰ
পদধ্বনি যেন পাওঁ।'

ভগৱানৰ চৰণপৰশ লাভৰ কাৰণে কি ঐকান্তিক আকূতি! সেই গীতৰেই পিচৰ অংশত কল্পনাৰ কি সুদূৰপ্ৰসাৰী গতি!

'তুমি যদি ফুৰা সান্ধ্য-গগণখনি
আলোড়ি ফাকুৱা খেলি
কৰিবা মোক তনু পদ-বিভঙ্গত
ভাঙি উৰি ফুৰা ধূলি
ভুৱনে ভুৱনে উৰি উৰি যেন
তযু গুণ-গান গাওঁ।।'

ভৈৰৱীৰাগৰ আধাৰত সুৰ-সংযোজিত এই গীতটিৰো এটা দুৰ্বাৰ আকৰ্ষণীয়তা আছে।

আন এটা গীতৰ কথা:

'মোৰ জীৱন মৰণ মথি
তুমি কি সুধানো তুলোঁ বুলি ভাবিছা হে ৰথী!
তোমাৰ মুখত কিবা হাঁহিৰ শত শিখা জ্বলে
কি হেঁপাহৰ আকুল আবেগ চলে কলে কলে
হে মহাৰথী,
কি ভাবি কৰিছা মোৰ এনে লাটি-ঘাটি!'

এই গীতটিৰে শেষৰ কলিত আছে:

'ভঙ্গিমাতে ভঙা-গঢ়াৰ কিমান সাধুকথা
কতভাৱে আছে, আহা! গৰিমাৰে গঁথা
হে মহাৰথী,
তুমি যি ভাবিছা তাকে কৰা তুমিয়ে মোৰ গতি।'

শেষৰ কলিৰ সম্পূৰ্ণ আত্মনিবেদনৰ ভাবে নামঘোষালৈ মনত পেলাই নিদিয়ে নে? আন কেইবাটিও গীতত এই একেই সুৰৰ অনুৰণন্:

'নাথ, কি আছে কি দিম তযু বেচ চেনেহৰ
কিহেৰে জনাম এই প্ৰেম হৃদয়ৰ
তোমাৰে হৃদয় তুমি ল'বা কেনেকৈ?
তুমিয়েতো বিকাশিছা বহুৰূপী হৈ
বিশ্বৰ বুটলি কণ
যিবা দিব খোজোঁ ধন
তাতো জিলিকিছে ছবি তোমাৰে মুখৰ'

[৭] নিৰ্ভৰযোগ্য সূত্ৰে জানিব পৰা যায় এই গীতসমূহৰ কিছুমানত সুৰ দিওঁতে বৰপেটাৰ শ্ৰীঅম্বিকাচৰণ পাটোৱাৰীয়ে সহযোগ কৰিছিল। ৺ৰায়চৌধুৰী আৰু শ্ৰীপাটোৱাৰীয়ে পৰস্পৰক 'মিত্ৰ' বুলিছিল। এসময়ৰ সু-গায়ক শ্ৰীপাটোৱাৰী সম্প্ৰতি অশীতিপৰ বৃদ্ধ।

আকৌ :

'নাটনি পৰিছে অন্তৰৰ প্ৰেম
কিহেৰে দিমনো আঁজলি
মিঠা মিঠা কথা নপৰে মনত
কি দৰে মাতোঁনো নাথ বুলি'

ভাবৰ ফালৰপৰা এই গীতবোৰ 'তুমি' আৰু 'অনুভূতি' কাব্যৰ সম-পৰ্য্যায়ৰ হ'লেও অম্বিকাগিৰীৰ কাব্যত থকা আত্মাভিমানৰ গৰ্বিত ভঙ্গী ইয়াত নাই, ভগৱানৰ প্ৰতি দৃপ্ত ৰণাহ্বানৰ ধ্বনিও ইয়াত অনুপস্থিত। এই কথা স্পষ্ট হ'ব তলৰ উদাহৰণবোৰৰপৰা :

'দিম দিম বুলি ভকতি আঁজলি
এৱেও জীৱন আছোঁ আশা পালি
খোজটি বঢ়াও সাহস নাপাওঁ
কোনে তোলে প্ৰাণ চমকাই'

অথবা—

'তোমাৰ চৰণ ধূলিৰ তলতে উবুৰাই মন-প্ৰাণ
মাতিছোঁ কাতৰ কণ্ঠেৰে নাথ, দিয়া মাথোঁ এই দান :
দিন-ৰাতি-পুৱা-সন্ধ্যা-গধূলি
সকলো জীৱন বেঢ়ি
জ্বলে যেন সুধা ৰঞ্জিত ৰাগে
তোমাৰ মাধুৰী ফেৰি
তযু অমৃতপূত ভক্তিৰসেৰে
তৃপ্তি কৰা অৱসান ॥'

আৰু—

'প্ৰভু, সকলো তোমাৰে দান
যি আছে যি নাই বাহিৰে ভিতৰে
নাই মান অভিমান।'



অম্বিকাগিৰীৰ কাব্যত পোৱা অতীন্দ্ৰিয়বাদৰ ৰহস্যবাদী দিশটো এই গীতবোৰত কম প্ৰকট আৰু ইয়াৰ আধ্যাত্মিকতা অধিক প্ৰত্যক্ষ। এই সহজ, দ্ব্যৰ্থহীন অকপট ভক্তিৰ নিদৰ্শনে ঠায়ে ঠায়ে গীতবোৰক নামঘোষাৰ ভক্তিবাদৰ ওচৰ চপাই আনিছে। অৱশ্যে নৈসৰ্গিক সৌন্দৰ্য্য-চেতনাৰ মাজেদিও এই ভক্তিৰস ঠায়ে ঠায়ে প্ৰকাশ পাইছে :

'নিতাল নিশাৰ বাজে কি গহীন গান
উৰি যাব খোজে মোৰ আকুল উদাস প্ৰাণ।
সুৰাগী তাৰকা জাকে
ধৰণীৰ ফাঁকে ফাঁকে
ঢালি দি অমৃত, ঢাকে
দুখ শোক যতমান।'

আকৌ :

'ৰিণিকি ৰিণিকি ধিমিকি ধিমিকি
দূৰণিত জ্বলে কি ?
চিমিকি চিমিকি জিমিকি জিমিকি
লয়লাসে নাচে কি ?
অসীম সাঁতুৰি বাজে কি বাতৰি
বাগৰি বাগৰি ভাগৰি ভাগৰি
জীৱন লহৰী আপোন পাহৰি
সাধনাৰ খোজে কি ?'

এই ৰচনাৰ ছন্দ আৰু ধ্বনিৰ বৈশিষ্ট্য অম্বিকাগিৰীৰ নিজা।

শ্ৰীহীৰেন গোহাঁয়ে তেখেতৰ পূৰ্বোল্লিখিত প্ৰবন্ধত অম্বিকাগিৰীৰ ৰহস্যবাদী কাব্যৰ ৰবীন্দ্ৰনাথৰ গীতাঞ্জলিৰ সৈতে থকা সাদৃশ্যৰ আলোচনা কৰিছে।[৮] গীতাঞ্জলিৰ পৰ্য্যায়ৰ গীতৰ লগত সমধৰ্মিতা অম্বিকাগিৰীৰ

[৮] অম্বিকাগিৰীৰ কাব্য-আলোচনা এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। তেওঁৰ গীতি-কবিতাৰ ধৰ্মৰ সম্পৰ্কতহে এই প্ৰসঙ্গৰ উত্থাপন। এই সম্পৰ্কে অৱশ্যে মতৰ বিভেদ আছে। শ্ৰীবিশ্বলোক মিত্ৰই এটি প্ৰবন্ধত ('অসমবাণী', ১৭ আগষ্ট, ১৯৬২) অম্বিকাগিৰীৰ ওপৰত ৰবীন্দ্ৰ-প্ৰভাৱ অস্বীকাৰ

আধ্যাত্মিক ৰসৰ গানত কথা আৰু সুৰ দুয়োফালৰপৰা—সমধিকৰূপে ৰ্বৰ্তমান। ইয়াৰ অৰ্থ এয়ে নহয় যে গীতবোৰ গীতাঞ্জলিৰ অনুকৰণত ৰচিত অথবা গীতাঞ্জলিৰ গীতৰ দ্বাৰা প্ৰত্যক্ষভাৱে প্ৰভাৱিত—যদিও ৰবীন্দ্ৰ-গীতিৰ সৌন্দৰ্য্যই অম্বিকাগিৰীক আঁকৃষ্ট কৰিছিল বুলি ধৰি লোৱাটো অসঙ্গত নহয়। ৰবীন্দ্ৰনাথৰ গীতাঞ্জলিৰ শ্ৰেণীৰ গীতৰ (ইয়াৰ ভিতৰত নৈবেদ্য, গীতিমাল্য, গীতালিৰ গীতো পৰে) বিৰাট সংখ্যা, বিচিত্ৰ ৰস আৰু নিটোল আঙ্গিকৰ লগত অম্বিকাগিৰীৰ এইচাম গীতৰ প্ৰকৃত তুলনা হ'ব নোৱাৰে; তথাপি এই কথা ঠিক যে গীতাঞ্জলিৰ শ্ৰেণীৰ গীতৰ দৰে এই গীতবোৰৰ কথাতো আছে ভগৱানৰ সৌন্দৰ্য্যময় মঙ্গলময় প্ৰেমময় ৰূপৰ প্ৰত্যক্ষীকৰণ, ভগৱৎ কৰুণা লাভৰ বাবে ব্যাকুলতা, আৰু সুৰত আছে (অন্ততঃ যিখিনি শুনা যায়, তাত) ভাবৰ উপযোগী গাম্ভীৰ্য্য।

এই গীতখিনি সম্পৰ্কে এইখিনিতে এটা প্ৰশ্ন আমাৰ মনলৈ আহিছে। ১৯১২ চনৰপৰা ১৯২০ চনৰ ভিতৰতেই ৰচনা কৰা ত্ৰিশৰো অধিক গীতৰ সুৰ জনপ্ৰিয় কৰিবৰ চেষ্টা কৰা তো দূৰৰ কথা, অম্বিকাগিৰীয়ে এই গীতখিনি ছপাই উলিওৱাৰ কথাও নাভাবিলে কিয়? (তেওঁৰ দেশাত্ম-বোধক গীতৰ সঙ্কলন তেওঁ নিজেই প্ৰকাশ কৰিছে আৰু তাৰ আগতে এইবোৰৰ ইংৰাজী অনুবাদ প্ৰকাশিত হৈছে)। ইয়াৰ কাৰণ এয়ে নেকি যে অম্বিকাগিৰী তেওঁৰ গীত সম্পৰ্কে উদাসীন আছিল? কিন্তু সেইটো সচা যেন নালাগে, কাৰণ তেওঁ দেশাত্মবোধক গীতখিনিৰ অকল প্ৰকাশতেই আগ্ৰহ দেখুওৱা নাই, প্ৰায়বোৰ গীতৰে ইতিহাসো যথেষ্ট সচেতনভাৱে দিছে। তেনেহলে এয়ে নেকি জাতীয় ভাবোদ্দীপক ৰচনাৰ বাবে সামাজিক আৰু ৰাজনৈতিক জীৱনত খ্যাতিৰ উচ্চ শিখৰত উঠি অম্বিকাগিৰীয়ে তেওঁৰ আধ্যাত্মিক আৰু অতীন্দ্ৰিয়বাদী ৰচনাখিনিক অৱহেলা কৰিছিল। এই যুক্তিতো কেৰোণ আছে, কাৰণ ১৯২০ চনৰ আগতে অম্বিকাগিৰীৰ 'ওচৰলৈ তেনে খ্যাতি অহা নাছিল; আৰু ১৯০৮ মানৰপৰা ১৯২০ মানৰ ভিতৰত লিখা অতীন্দ্ৰিয়বাদ আৰু আধ্যাত্মিকতাৰে পুষ্ট 'তুমি', 'বীণা' আৰু 'অনুভূতি' তেওঁ প্ৰকাশ কৰিছিল। তাৰ উপৰি মৃত্যুৰ সময়লৈকে নিজৰ ওচৰত সযত্নে ৰক্ষিত এই গীতখিনিক তেওঁ অৱহেলা কৰিছিল বুলি কোৱাৰ যুক্তি নাই। তেনেহলে এইদৰে ভাবিবৰ থল আছে নেকি যে অম্বিকাগিৰীৰ কাব্য আৰু আন আন গীতৰ ৰচনা আছিল হয় অনু-ভূতিৰ প্ৰকাশৰ তাগিদত, নহয় সমাজসেৱাৰ আদৰ্শৰ তাগিদত; কিন্তু তেওঁৰ আধ্যাত্মিক ৰসৰ গীতখিনি আছিল নিতান্ত 'আত্মনিঃসৃত ৰসধাৰা— যি আছিল তেওঁৰ নিজস্ব ধন, যাক তেওঁ দহজনৰ স'তে ভগাই ভোগ কৰিব নুখুজিছিল?[৯] সম্ভৱ এয়েই সঁচা: অম্বিকাগিৰীৰ এই গীতখিনি তেওঁৰ নিভৃত প্ৰাণৰ একান্ত প্ৰকাশ, পৰমাত্মাৰ ওচৰত তেওঁৰ গোপন আত্মনিবেদনৰ ভক্তি-অৰ্ঘ্য। এটা গীতত তো তাৰেই ইঙ্গিত:

'এইদৰে বাৰু কত দিন মোক
কৰিবা বঞ্চিত কোৱা
জীৱনৰ মোৰ জীৰ্ণ গান কিটি
সঁপি দিলোঁ এই লোৱা।'

অম্বিকাগিৰীৰ জীৱন আৰু কৰ্মৰ বিশদ বিচাৰ কৰিলে দেখা যায় তেওঁৰ ওপৰত সঙ্গীতৰ প্ৰভাৱ কিমান গভীৰ আৰু কিমান সৰ্বতোমুখী আছিল! ৰাজহুৱা জীৱনত অম্বিকাগিৰীৰ প্ৰবেশ গীতৰ উপচাৰেৰে: তাৰ পাচত আহিল গীত-ৰচনা, সুৰ-সংযোজনা, গীত পৰিবেশন, সঙ্গীতৰ শিক্ষকতা ইত্যাদি ইত্যাদি। পাছৰ জীৱনত গীত-সৃষ্টিৰ লগত তেওঁ প্ৰত্যক্ষভাৱে জড়িত নাছিল যদিও, মৃত্যুৰ আগলৈকে তেওঁ গীত গাবলৈ এৰি দিয়া নাছিল[৯] আৰু কাব্যৰ মাজেদিও তো অম্বিকাগিৰীৰ সঙ্গীতপ্ৰৱণতাই প্ৰতিপালিত হৈছে। এই বিষয়ে দ্বিমত নাই যে অম্বিকাগিৰীৰ কাব্যৰ এটা প্ৰধান আকৰ্ষণীয়তা তাৰ গীতিধৰ্মিতা। ধ্বনি আৰু ছন্দৰ সাঙ্গীতিক সুষমা তেওঁৰ ৰসোত্তীৰ্ণ কাব্যৰ শ্ৰেষ্ঠ সম্পদ। কিন্তু অকল কাব্য কিয়? অম্বিকাগিৰীৰ সঙ্গীতৰসিকতাই যেন তেওঁৰ জীৱন আৰু কৰ্মৰ সকলো

---

কৰি নানা যুক্তি আৰু উদাহৰণ দিছিল। ড° মহেশ্বৰ নেওগৰ মতেও অম্বিকাগিৰী ৰবীন্দ্ৰ-প্ৰভাৱমুক্ত: "অসমীয়া কাব্য-সাহিত্যত অম্বিকাগিৰী ৰায়চৌধুৰী এজন বিশিষ্ট আৰু বহুপৰিমাণে স্বীয় বৈশিষ্ট্যৰে অকলশৰীয়া কবি। উপনিষদ, কালিদাস, ৰবীন্দ্ৰনাথ, চেক্সপীয়েৰ, মিল্টন বা শ্যেলী-কীটছৰ কাব্যৰ সংস্পৰ্শ আৰু প্ৰভাৱৰ আঁতৰত থাকি ৰায়চৌধুৰীয়ে নিজা ভাৱে টাইটানৰ দৰে কাব্যক্ষেত্ৰত থিয় দি নিজগীত অকলই গাব লাগিছে।"

---

[৯] জানিব পৰা যায় যে এই গীতবোৰৰ কিছুমান তেওঁ প্ৰায়ে নিজে নিজে গাইছিল, গুণ গুণাইছিল।

[১০] বৃদ্ধবয়সতো অম্বিকাগিৰীয়ে প্ৰায়ে নিজৰ মনৰ আনন্দত গান গাইছিল। মৃত্যুৰ কেইমাহমান আগতে টেপ ৰেকৰ্ড কৰা তেওঁৰ জৰাক্লান্ত কণ্ঠৰ গীত কেইটিয়ে তেওঁৰ সঙ্গীতপ্ৰৱণতাৰেই সাক্ষ্য দিয়ে।

দিশকে প্লাৱিত কৰি থৈছিল। অকল গীত আৰু বাদ্যৰ মাজতে সঙ্গীতক আৱদ্ধ কৰি নাৰাখি ব্যাপকভাৱে ছন্দোময় সুষম জীৱনগতিত তেওঁ সঙ্গীতৰ ৰূপ প্ৰত্যক্ষ কৰিছিল। অম্বিকাগিৰীৰ এই সঙ্গীতচেতনা এটি প্ৰবন্ধত এই দৰে প্ৰকাশ পাইছে:

"সঙ্গীত হৈছে আত্মানিঃসৃত ৰসধাৰা—মনোজগতৰ স্বতঃস্ফুট পৰিকল্পনাক মুকলি কৰা উচ্ছল আনন্দৰ জীৱনজুৰি। সৃষ্টিকলা বৈচিত্ৰ্যৰ পোন মুহূৰ্ত্তৰ ঘুনুক-ঘানাকটোৱেই সঙ্গীতৰ প্ৰথম ৰূপ,—আৰু ই লয়-ছন্দ-তাল-মাত্ৰাত দোলন তুলি তুলি ওলাই আহি আহিয়েই জীৱন বিকাশৰ অনন্ত পথত আগবাঢ়ি আহি আছে। গতিকে লয়িক-ছান্দিক-তালিক-মাত্ৰিক সমন্বয়-সমলয়ৰ সচচল জীৱন সমষ্টিটো সঙ্গীতৰ লগত নিবিড়ভাৱে ওতপ্ৰোত।"*

*এই প্ৰবন্ধ যুগুত কৰোঁতে সমল দি সহায় কৰা বাবে শ্ৰীযুত প্ৰসন্নলাল চৌধুৰী, শ্ৰীভবেন বৰুৱা আৰু শ্ৰীবিজনলাল চৌধুৰীৰ ওচৰত লিখক কৃতজ্ঞ। লিখক বিশেষভাৱে ঋণী শ্ৰীযুতা শুচিব্ৰতা ৰায়চৌধুৰী আৰু শ্ৰীভগগিৰী ৰায়চৌধুৰীৰ ওচৰত। তেখেতসকলে ৺ৰায়চৌধুৰীৰ গীতৰ ৰচনা আৰু সুৰৰ নানা সমল (প্ৰকাশিত আৰু অপ্ৰকাশিত) আৰু সেইবিষয়ে বহুতো তথ্য-পাতিৰে লিখকক সহায় নকৰা হ'লে এই প্ৰবন্ধ ৰচনা সম্ভৱ নহ'লহেঁতেন।

# বেদনাৰ উল্কা

শ্ৰীনিৰ্মলপ্ৰভা বৰদলৈ

স্থবিৰতাই মৃত্যু, নিৰ্বিকাৰতাই জড়তা। ভীৰুতা নিস্তেজতা, অৱসন্নতাৰেই নামান্তৰ। চেতনা অচেতনাত লীন যোৱা সময়েই চৰম সঙ্কট, চৰম দুৰ্যোগৰ সময়। সামাজিক দৃষ্টিকোণৰপৰা ব্যক্তিৰ চেতনা যেতিয়া জড় হয়, স্থবিৰ হয়, নিৰ্বিকাৰ হয়, ভীৰু হয় সমষ্টিৰ জীৱনলৈ তেতিয়াই আহে মৃত্যু। জাতি একোটাক নিশ্চিহ্ন কৰিবৰ বাবে জাতীয় চেতনাৰ অবলুপ্তিতকৈ ডাঙৰ ভয়াবহতা আৰু আন একো নাই।

অসমৰ জাতীয় চেতনা ক্ৰমে ক্ৰমে নিঃশেষ হৈ অহাৰ নিচিনা কাল সঙ্কটৰ পটভূমিয়ে জাহ যাব নোখোজা এক পৃথক সত্বাৰ মৃদুভাৱে দোলায়িত হৈ থকা অনুভৱক এক বিদ্যুৎ দৃষ্টি দি 'কাল-বৈশাখী'ৰ, প্ৰচণ্ড ধুমুহাৰ উগ্ৰতালৈ ৰূপান্তৰিত কৰিলে। নিজৰ দেশৰ মাটিক, নিজৰ জাতিক পৰম আন্তৰিকতাৰে ভালপোৱা, জাতীয়ত্ব বোধ প্ৰকৃত অৰ্থত উপলব্ধি কৰা মানসিক দৃঢ়তা নিৰ্ভীকতাৰ বলিষ্ঠ ৰূপৰ প্ৰতীক, জাগ্ৰত চেতনাৰ এক সিংহ পুৰুষে উগ্ৰকণ্ঠে অগ্নিমন্ত্ৰ উচ্চাৰণ কৰিলে—অসমীয়া জাতিৰ সংহতি ৰক্ষাৰ বাবে, অসমীয়া জাতিৰ সাংস্কৃতিক পুনৰুজ্জীৱন আৰু অগ্ৰগতিৰ বাবে। 'চেতনা'ৰ তেজোদীপ্ত নতুন নতুন বাণীৰে, 'ডেকা অসম'ৰ ধুমুহাৰ দৰে বিধিনি উৰাই বজ্ৰৰ দৰে পৃথিৱী কঁপাই গতিৰে, অসম সংৰক্ষিণী সভাৰ নিৰ্ভীকতাৰে, অসম জাতীয় মহাসমাৰ অটল দৃঢ়তাৰে পৰাধীন অৱস্থাৰ চূড়ান্ত দুৰ্দিনৰে পৰা আজিৰ অসমৰ ৰাজনৈতিক, সাংস্কৃতিক মহাসঙ্কটৰ প্ৰতি সমস্যাতে জাতীয় স্বাৰ্থ, জাতিৰ ন্যায্য প্ৰাপ্য, জাতিৰ আপোন অস্তিত্বৰ কথা মুহূৰ্মুহূঃ সোঁৱৰাই এটা জাতিক বলিষ্ঠ আৰু সুস্থভাৱে জীয়াই থকাৰ বীজমন্ত্ৰ অগ্নিময় কণ্ঠেৰে বিৰামবিহীন ভাৱে যি সত্যদ্ৰষ্টাই গালে সেই দ্ৰষ্টাৰ নাম হ'ল—অসম-কেশৰী অম্বিকাগিৰী।

গভীৰ অতীন্দ্ৰিয়বাদেৰে আত্মা আৰু পৰমাত্মাৰ মাজত থকা ৰহস্যৰ

অকুল সাগৰত উপলব্ধিৰ স্বৰ্ণসেতু 'তুমি' কাব্যত ৰচি, ছন্দেৰে বিৰাট নৰনাৰায়ণৰ বন্দনা গোৱা কবিৰ কণ্ঠয়েই প্ৰলয় উতলা শিখাৰে 'বেদনাৰ উল্কা'ও নমাব লগা হ'ল 'অসমৰ ৰাজনীতি, অৰ্থনীতি, সাহিত্য সংস্কৃতিৰ সকলো ক্ষেত্ৰতে দেউলীয়া নেতৃত্বৰ মনোবৃত্তিভিটোত চেতনা-চিন্তা বুদ্ধি-হীনতা, অদূৰদৰ্শিতা, আৰু প্ৰকৃত দেশ প্ৰেমহীনতাৰ হীনাত্মিক জাহি-জাবৰৰ বিপুল দমটো স্তূপীকৃত হৈ বৰ্ত্তাব বাবে।' সহস্ৰ সহস্ৰ ছহীদৰ সম্ভাৱনাময় জীৱন-যৌৱনৰ মহিমাময় আত্মত্যাগে যি স্বাধীনতাৰ সূৰ্য্য মূৰত তুলি আনিলে, যি সূৰ্য্যৰ পোহৰৰ আগত দিনৰ হাজাৰ জীৱনে বসন্তৰ বনকুসুমৰ দৰে বিকশি উঠিব বুলি এক অপৰূপ আকাঙক্ষা কৰা হৈছিল—সেই কল্যাণময়, উৰ্ধ আকঙক্ষাৰ শিখা জলাবলৈ দেশৰ নিম্নগামী গতি অক্ষম হ'ল। মহৎ এক সুদূৰ লক্ষ্যৰ পিনে ডেউকা কোবাই যোৱা স্বপ্নক অৰ্ধ পথতে উদাসীন, অস্থিৰ ঘূৰ্ণীয়ে বিধ্বস্ত কৰিলে। পতাকা বহনৰ দৰে গধুৰ দায়িত্ব আছে বুলি যি সচেতন এনে পৰিবেশত তেওঁৰ হৃদয় হাহাকাৰ কৰি উঠে।, বেদনা তেতিয়া অকল চকুৰ পানী হৈয়ে নথাকে, বেদনাই তেতিয়া উল্কাৰ ৰূপ লয়—পুৰি ভস্ম কৰিবলৈ দেশজুৰি হোৱা অনৈক্য, জঠৰতা, ক্ষুদ্ৰ স্বাৰ্থ, দুৰ্নীতি, ক্লীৱত্ব, নীচতাৰ দৰে ক্লেদাক্ত গ্লানিৰ সকলো আৱৰ্জনা :

"মোৰ মুখৰ মাতত, পেটৰ ভাতত
ওঁঠৰ হাঁহিত, চকুৰ পাহিত
সোণ মুঞ্জৰা পথাৰ খেতিত
প্ৰাণ গুঞ্জৰা ঘৰৰ ভেঁটিত
বেচা-কিনাৰ বজাৰ হাটত
জীয়াৰ সমল শ্ৰমৰ ঘামত
ফুট দি উঠিব খুজিছিল যিটো কবিতাৰ নৌ-কলি
নানান ৰঙীন ৰূপে-ৰসেৰে ৰঞ্জি আমোলমলি
তাৰ সুষমা মুকলি নৌ-হওঁতেই
সুৰভি সঁফুৰা নৌ খোলোঁতেই
ছিৰাছিৰ কৰা ধুমুহা-দানৱে পেলালে দগৰি দলি
মোৰ উঠিল বুকুত দপ্দপ্কৈ হাঁয় হাঁয় জুই জলি ।।"

এটা কৰ্মক্ষম, অতীত ঐতিহ্যমণ্ডিত, শৌৰ্য্য-বীৰ্য্যেৰে পূৰ্ণ জাতিৰ, মহান সংস্কৃতি থকা এখন দেশৰ অসহনীয় অধঃপতন হ'ল। এটা জাতিয়ে



আত্মহত্যাৰ পথেই যেতিয়া প্ৰস্তুত কৰে, নিজৰ মৰাশ নিজে কঢ়িওৱাৰ যোগ্যতাহে যেতিয়া অৰ্জন কৰে, উত্তৰ পুৰুষে যেতিয়া পূৰ্ব পুৰুষৰ অক্লান্ত সাধনাৰ সৌধত নিষ্ঠুৰ পদাঘাত কৰি গৌৰৱময় ঐতিহ্যত কলঙ্ক সানে তেতিয়া কোনো সচেতন দ্ৰষ্টা থিৰেৰে থাকিব নোৱাৰে। প্ৰগতিৰ স্বচ্ছন্দ শুদ্ধগতি ব্যাহত হোৱাৰ ক্ষোভত সত্যদ্ৰষ্টা সাধক পুৰুষৰ তৃতীয় নয়ন বিস্ফাৰিত হয়। বিক্ষুব্ধ কবিৰ অন্তৰত সান্ত্বনাবিহীন দুখৰ দাবানল জলি উঠে—

হয় দাবানলে সঁচা জলিছে বুকুত
কলিজাটো পুৰি কৰি ছাই
উল্কা উজৰা জিভা মেলি তাৰ
কলৈ নিৰখি লক্লকাই-লক্লকাই।

ক্ৰোধত থৰ্থৰ্ কবিৰ মহান ইচ্ছা শক্তিয়ে যেন প্ৰচণ্ড উল্কাৰ ৰূপ লব! তাণ্ডৱ নৃত্য নাচি যেন দুস্কৃতিত জাহ যাব ধৰা জাতিক সম্পূৰ্ণ ভস্মীভূত কৰি মৰণৰ শ্মশানত জীৱনৰ তিলফুল নতুনকৈ সিচিব!!

উঃ কি জ্বলন—জ্বলিছে কেৱল
প্ৰলয় উতলা শিখাৰে সি
কাকে বা সুধিম, কোনে কই দিব
ৰক্ষাৰ আজি উপায় কি?

ক'ৰবাত আলম বুলি ধৰিবলৈ খেৰ-কুটাও নাই—"মানৱাকৃতি চেঁচা শিলগুটি, দ'ম লাগি আছে জড় ভৱত।" কবিৰ প্ৰাণৰ বেদনা এনে অতি যথাৰ্থ কাব্যিক সৌন্দৰ্য্যৰে অপৰূপ হৈ উঠিছে।

মানৱতাক পিষ্ট কৰা দাসত্বৰপৰা মুক্ত হৈ স্বাধীন হোৱা দেশ জীৱন-ৰসৰ প্ৰাচুৰ্য্যেৰে শক্তিমন্ত হৈ উঠাৰ নিচিনা সুন্দৰ আৰু মহৎ আকাঙক্ষা কৰিছিল কবিয়ে। স্বপ্ন দেখিছিল—"মানৱতাৰ পূৰ্ণ বিকাশ ঘটাম আমি আমাতেই।" ইমানদিনে পৰৰ পীড়নত উষ্ণ তেজৰ স্বাধীন গতি মূৰ্চ্ছা গৈ, জীৱন পঙ্গু হৈ আছিল। এতিয়া স্বাধীনতাৰ নতুন পোহৰত নতুন অঙ্গীকাৰ লৈ ঐক্য আৰু কৰ্ম-কুশলতাৰে আমাৰ স্বৰ্গতো অধিক জনম-ভূমিত জয়ৰ সৌধ গঢ়ি তুলিবলৈ, প্ৰাণৰ কল্লোলেৰে যুগৰ বন্ধ্যা-বালুকা উটুৱাই নিবলৈ, যুগ-চেতনা প্ৰেৰণাৰে টল্মল্ কৰি উঠিব লাগিছিল। কিন্তু কি হ'ল?—

"পৰাধীনতাত নিপীড়িত জীৱে স্বাধীনতা লভে
নৱোদ্যমেৰে নতুন জীৱন গঢ়িবলৈ—
তই দেখো হাঁয় ! ভাঙি ছিঙি গই পঙ্গু খোজেৰে
আগহে বাঢ়িছ মৃত্যুৰ থলী শ্মশানলৈ ?

কৰ্মভীৰুৰ কথাৰ ফুলজাৰীৰে নতুন সৃষ্টি সম্ভৱ নহয়। ভাববিলাসী অলসতাই মাত্ৰ দায়িত্বহীন মুৰ্খামিৰহে পৰিচয় দিয়ে।

"এলেহুৱাৰ নহয় কেৱল
লাহ বিলাহত ভাঁহি ফুৰা গান—
মাতৃভূমিৰ বুকু ফালি
শক্তি ধাৰাৰ অমৰ সুধা পি
মাতৃ সেৱাত প্ৰাণ নিদিলে
জীৱন ধৰাৰ সকামটো হল কি ?"

জীৱন স্বপ্ন নহয়। জীৱনৰ পথ পদুম পাপৰিৰে ৰচাও নহয়। গীত-কবিতা সাহিত্য-জীৱন সকলোতে লেতু সেতু মেৰুদণ্ডহীন পেন্ পেননি যদি থাকে সেই ৰোমান্টিক ভাবোচ্ছ্বাসে জীয়াই থকাৰ দৃঢ় খোপনি দিব নোৱাৰে। সকলোতে এক বলিষ্ঠ জীৱন দৰ্শন গ্ৰহণ কৰিলেহে বিৰাট আশাৰ ৰূপ উজ্জ্বলি উঠে। জীৱনক কৰ্মেৰে শান দিলে সি চিকমিকাই উঠা তীক্ষ্ণ পাশুপাতত পৰিণত নোহোৱাকৈ নাথাকে।

কৰ্মতেহে সত্যময়ৰ ৰূপ-ৰচনা সিদ্ধ হয়
অন্ধ-আশাৰ আকাশ ফালি সত্য জোনৰ জ্বলে জয়
কৰ কৰ কাম, ধৰ ধৰ কাম, জীৱনটো তোৰ সত্য হক
সত্যৰ সোঁত কল্‌কলকৈ জীৱন-নদী ভৰাই বক—
- কৰ কৰ কাম, ধৰ ধৰ কাম
অবিৰাম, অবিশ্ৰাম।"

কৰ্মৰ এই উদ্যম, কৰ্মৰ এই প্ৰেৰণাই এক মহা বিপ্লৱ সাধন কৰিব পাৰে। বিপ্লৱ শব্দটো ৰজা ভঙা-পতাতেহে যে অকল ব্যৱহাৰ হয় এনে নহয়; সংশোধনৰ তীব্ৰ আকাঙ্ক্ষাৰে আন এটা নাম বিপ্লৱ। কৰ্ম ফাঁকি দিয়াৰ নিচিনা ভয়াবহ কেৰোণ আঁতৰাই অসমীয়াক সুশৃঙ্খল, শ্ৰমোদ্দীপ্ত জীৱন-ৰসেৰে টলবলাই থকা এক মহৎ জাতি গঢ়ি তোলাৰ এক অক্লান্ত প্ৰচেষ্টা সেই বিপ্লৱী সত্তাই কেনেকৈ কৰিছিল তাৰ পৰিচয় 'বেদনাৰ উল্কা'ৰ আখৰে আখৰে অগ্নিস্ফুলিঙ্গৰ দৰে দগ্‌মগাই আছে। আন কথাত গীতাতত্ত্বৰ দৰে কৰ্মতত্ত্বই হৈছে 'বেদনাৰ উল্কা'ৰ অন্তৰ্নিহিত আদৰ্শ।



সঙ্কীৰ্ণ জাত আৰু উপাধিৰ গৌৰৱতে মত্ত হৈ উদাৰতা, নৈতিকতাক হত্যা কৰি অনৈক্যৰ চূড়ান্ত নিদৰ্শন দেখুওৱা অসমবাসী সকলৰ মাজত স্বৰূপাৰ্থত যে এজনো অসমীয়া নাই এই চৰম দুখক তীব্ৰ বিদ্ৰূপাত্মক ভঙ্গীৰে কবিয়ে কেনেকৈ ৰূপায়িত কৰিছে সেইদৰে ৰাজনীতি, কূটনীতিৰ তাণ্ডৱ-ধুমুহাত শিপাৰে সৈতে উঘালি পৰিব খোজা অসমক, মৰণ পণ কৰি ৰক্ষা কৰিবলৈও কবিয়ে বাৰে বাৰে সকীয়াই দিছে। দেশৰ একমাত্ৰ আশা-ভাবসাৰ স্থল ডেকা-গাভৰুক 'চৰিত্ৰ ল, চৰিত্ৰ ল, তীখাৰ দৰে দোঁ নপৰা চৰিত্ৰ' লবলৈ দুৰ্নীতিহীন কৰ্মেৰে মৃত্যুৰ অভিশাপ নাশিবলৈ কবিয়ে বজ্ৰ নিৰ্ঘোষত ঘোষণা কৰা সত্বেও কবি প্ৰাণৰ সমগ্ৰ আকুতি দলন কৰি 'প্ৰগতিৰ সোঁত' ঘোলা কৰি শ্ৰমত কাতৰ অলস দলে ভোগ-বিলাসত মত্ত হৈ আত্মঘাতী হোৱাৰ পথত সৰ্বশক্তি ক্ষয় কৰাত উন্মাদ। দেশৰ নৈতিকতাৰ ভেটি লৰিল। ভাৰতীয় মানুহৰ বিবেক ঐতিহ্য, স্বাৰ্থপৰতাৰ লেলিহান জুইত জাহ যায়, জাহ যায় !! জনসেৱকৰ মুখা পিন্ধি 'ৰাকলিৰ চোকোৰাত ৰং সানি' নেতৃত্ব কৰা সকলৰ নীচত্বত, ভণ্ডামিত দেশৰ ৰাইজ জৰ্জৰিত, নিপীড়িত। পুঁজিপতিৰ শোষণত শ্ৰেণী বৈষম্যহীন গণতন্ত্ৰৰ (?) ৰক্ত নিস্পেষিত। ভোকক সহ্য কৰা যায়; কিন্তু দানৱীয় খঁকক সহ্য কৰা যায় কেনেকৈ ! কলা সংস্কৃতিৰ নামত মাথোন দুষ্কৃতি, মাথোন বিকৃত জীৱন-বোধৰ পৰিচয়। শান্তিৰ শিশু ক্ষত-বিক্ষত হয়। চূৰ্ণ বিচূৰ্ণ হয় স্বদেশ প্ৰেমী, মানৱ প্ৰেমী কবিৰ স্বপ্ন, আঘাতে-আঘাতে ছিৰাছিৰ হৈ অহা কবিৰ হৃদয়। 'নৱ-সৃষ্টিৰ পৰিকল্পনা ভাগি পৰে ঘোৰ বিভীষিকাত।'

"Man may be defeated, but cannot be destroyed–কাল-ধুমুহাৰ প্লাৱনত উটি যায় কোন ? যাৰ নিজৰ ওপৰত বিশ্বাস নাই, যি নিজৰ আত্মাত লুকাই থকা বিৰাট সত্তাৰ সহাঁৰি নাপায় সি। যাৰ ৰক্তত জীৱন-ছন্দ উতলা হৈ নাচে তেওঁ উটি যাব কিয় ? শ-শ পৰাজয়ৰ অশনি আঘাত বুকু পাতি লৈও" মৃত্যু গচকি অমৰণ স্তূপ সাজি তুলিবলৈ তেওঁ দৃঢ়-প্ৰতিজ্ঞ। নিজৰ তথা মানৱতাৰ ওপৰত থকা এই সবল সুস্থ বিশ্বাস আৰু অটল আশাবাদ অম্বিকাগিৰী ৰায়চৌধুৰীৰ বেদনাৰ উল্কাৰ আনটো বীজমন্ত্ৰ।

বিলাস ক্লেদৰ বীভৎসতাক
ক্ষমতা খঁকৰ ভয়াবহতাক
সেৱা তিয়াগেৰে কৰি বিহ্বল
মানৱতা কৰ উজ্জীৱন।

'জীয়াৰ নামত হিহঁনি টানি' কলচপ্‌কলচপ্‌কৈ জীয়াই থকাৰ নাম জীৱন নহয়। কাৰণ টিমিক টিমাক চাকিয়ে নিজেও পোহৰ নহয়, আনকো পোহৰ নিদিয়ে। জীয়াৰ দৰে জী থকা জাতিয়েহে জীৱন উন্মাদনাৰে দেশৰ সন্মান, দানৱৰ অমানৱীয় আক্ৰমণৰপৰা ৰক্ষা কৰিব পাৰে।

স্বদেশ প্ৰেমতে বিশ্ব প্ৰেম আৰু বিশ্বপ্ৰেমতে গভীৰ মানৱতাবাদ কবিৰ কেনেকৈ অন্তৰীণ হৈ আছে 'বেদনাৰ উল্কা'ই তাক স্বচ্ছপাৰ্থত বহন কৰিছে। অগ্নিকাগিৰী বায়চৌধুৰীৰ গভীৰ দেশ-প্ৰেম সঙ্কীৰ্ণ প্ৰাদেশিকতাত বন্দী নহয়। মাটিয়েই দেশ, দেশখনেই জাতি, জাতিয়েই ধৰ্ম-কৰ্ম বুলি দেশৰ মাটিক সহস্ৰ প্ৰণিপাত জনোৱা কবিৰ জীৱন-নীতি, মানৱ-নীতিয়েই চিৰ জীৱনৰ ব্ৰত।

মইতো নহওঁ ৰাজনীতিক—
অসীম অপাৰ মানবীয়তাৰ
সেৱা-ব্ৰতেই মোৰ প্ৰতীক।

সাৰ্বজনীন মহৎ আদৰ্শৰ বেদীত কবিয়ে মনপ্ৰাণ একাগ্ৰচিত্তে অৰ্পণ কৰিব পাৰিছিল বুলিয়েই কবিৰ নৈতিক সাহস ইমান নিৰ্ভীক:

'মানুহ হ মানুহ হ'
'আকাৰৰূপী মানুহ আছে
আত্মাৰূপী আলোক নাই'
'আনক ধোৱাৰ আগতে ভাই নিজে নিকা হ
নিজৰ হিয়ামনৰ মলি ধুই পখালি ল।'

শব্দ চয়নৰ অনন্যদক্ষতা আৰু ছন্দৰ অগতানুগতিক বৈশিষ্ট্যই 'বেদনাৰ উল্কাৰ' দুৰন্ত গতি আৰু দগ্ধ কৰিব পৰা উত্তাপ প্ৰদান কৰিছে। কবিৰ নিজৰ ভাষাতে "উল্কা কোনো স্তৱক গাঁথি নপৰে। ভিতৰৰ শক্তি উঁহ আৰু বাহিৰৰ বা-মাৰলীয়ে তাৰ গতি-বিধি নিৰ্ণয় কৰে।"

'খক দানৱৰ খকা খুন্দাত সৃষ্টি গতিৰ সোলোকে সাফ
জীৱন ধ্বংসী শিখা জলে তাত উগাৰি প্ৰলয় অগ্নিভাপ।'



'খোপ নেৰিবি, খোপ দি ৰ
ভাঙি গুড়ি কৰা ধুমুহা আহিছে আহক
বিশ্বাশৱদে বজ্ৰ গাজিছে গাজক
আগ্নেয়গিৰি উল্কা উৰিছে উৰক—
ভূমিকম্পত ধৰণী ফাটিছে ফাটক।।'

'হাঁয় হাঁয় কি হল কি হল
চৰিত্ৰ ধন তেনেই গল
কোনফালেদি? কাৰ যোগেদি?'

'যা ভস্ম হৈ মোৰ
ভীৰুতা, নীচতা, ক্লীৱত্ব, জড়তা
পদমৰ্য্যাদা ক্ষমতা খকত উন্মত্ত হোৱা অন্ধতা
দেশ দ্ৰোহিতা, ঘৃণ্য দুৰ্বলতা, অলসতা
এই সংগ্ৰামী যজ্ঞত কবি আহুতি।'

কবিৰ অনুভূতিৰ বিভিন্ন উত্তাল তৰঙ্গই বিভিন্ন ছন্দৰ কেনেকৈ অৱতাৰণা কৰিছে এই কেইটা স্তৱক মাত্ৰ তাৰ নিদৰ্শনহে। দীপ্ত অশৰীৰী ভাবসমূহক যথাৰ্থ ওজস্বী শব্দই মনোৰম ব্যঞ্জনা দিছে। গভীৰ আৰু অকৃত্ৰিম উপলব্ধিয়ে প্ৰকাশিকা শক্তিয়ে তীব্ৰতা প্ৰদান কৰে। ছন্দৰ এক সাবলীল নিজস্ব গতি। ধৰা-বন্ধা শব্দৰ লেখত সেই ছন্দৰ গতি বান্ধ হব নোৱাৰে। 'বেদনাৰ-উল্কাৰ' কোনোটো কবিতাত ছন্দ-পতন গতানুগতিক অৰ্থত ঘটিছে যদিও লয় ( Rythm ) অটুট হৈ আছে।

খদলি, হিহঁনি, খঁকৰ দাত, লক্‌লকাই, কি ঠেৰেৰে, ফুট্‌ দি উঠা, পেনাই গোৱা, টনা-ধোঁৱা, খোঁখা আদি কথিত শব্দবোৰৰ কাব্যিক সুষমা নাই যদিও বায়চৌধুৰীৰ উল্কাৰ বেগী অনুভূতিয়ে তেনে শব্দবো নিষ্ক্ৰিয়-তাক তীব্ৰ সক্ৰিয়তা দিছে আৰু তাৰ দ্বাৰা প্ৰকাশ অকৃত্ৰিম আৰু বলিষ্ঠ হৈ উঠিছে।

এহাতে সময়োপযোগী আনহাতে সৰ্বকালৰ বাবে এক-সুস্থ আবেদন 'বেদনাৰ উল্কা'ত মূৰ্ত হৈ আছে। সাহিত্য একাডেমীয়ে এই অগ্নি-কবিৰ আগ্নেয় বাণীক উচিত ভাৱেই যে সন্মান জনাইছে তাত সন্দেহ নাই।

# ডেকা ডেকেৰীৰ বেদ

**শ্ৰীভূপেন্দ্ৰকুমাৰ বৰ্মা**

কোনো এজন সাহিত্যিকৰ সাহিত্যিক অবদানৰ গুণাগুণ বা বৈশিষ্ট্য বিচাৰ কৰিবলৈ হলে কি অৱস্থা বা পৰিবেশৰ মাজত সেই অবদান দিবলৈ সক্ষম হ'ল সেই কথা ভালদৰে জানিব লাগিব। অসমৰ অগ্নিসদৃশ প্ৰতিভাৰ অধিকাৰী পুৰুষ অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰতিভাৰ গুৰি কথা বিচাৰি গলে কেইবাটাও কথা আমাৰ চকুত পৰে। ৰায়চৌধুৰীৰ জন্ম হৈছিল মহাপুৰুষ গুৰু দুজনাৰ চৰণ ৰেণুৰে ৰঞ্জিত, অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰাণ কেন্দ্ৰ স্বৰূপ, পবিত্ৰ ধাম বৰপেটা সত্ৰত। বৰপেটাৰ এক প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰা ৰায়চৌধুৰীয়ে সৰুৰে পৰাই অসমীয়া ৰীতি-নীতি, আচাৰ ব্যৱহাৰ, ধৰ্মানুষ্ঠান, সামাজিক সাংস্কৃতিক আদি সকলো দিশৰ লগত সুন্দৰভাৱে পৰিচিত হব পাৰিছিল। সেইবাবে জাতীয় চেতনাৰে উদ্বুদ্ধ হৈ ৰায়চৌধুৰীৰ অন্তৰত সৰুৰে পৰা স্বদেশ আৰু স্বজাতিৰ ভাষা সংস্কৃতিৰ প্ৰতি এক অফুৰন্ত অনুৰাগ জন্মিছিল।

দেশৰ মানুহ, দেশৰ ভাষা-সংস্কৃতি, দেশৰ প্ৰাচীন ঐতিহ্যক ৰায়চৌধুৰীয়ে প্ৰাণ ভৰি ভাল পাইছিল। "মইয়েই কৰিব লাগিব। মই নকৰিলে আন কোনে কৰিব? মোৰ দেশৰ বাবে, মোৰ জাতিৰ বাবে মোৰ বাহিৰে কাৰ এনে গৰজ যে এতিলমান সময় খৰছ কৰি চিন্তা কৰিব, এধানমান শক্তি খটাই কাম কৰিব?" অৰ্থ, ঐশ্বৰ্য্য, ক্ষমতা একো নিবিচাৰি দেশৰ স্বাৰ্থকেই যথাসৰ্বস্ব বুলি আজীৱন দেশৰ বাবে ত্যাগ স্বীকাৰ কৰা ৰায়চৌধুৰীৰ দৰে মানুহ ইতিহাসতেই অতি বিৰল। ৰায়চৌধুৰীৰ ব্যক্তিত্ব বহুমুখী। তেওঁ আছিল একেধাৰে এগৰাকী মহান যোদ্ধা, নিৰ্ভীক জাতীয়তাবাদী, স্বদেশপ্ৰেমৰ জ্বলন্ত অগ্নিকুণ্ড, বিপ্লৱী কবি, সাংবাদিক আৰু স্বেচ্ছাসেৱক বাহিনীৰ যাদুকৰী সংগঠক।

ৰায়চৌধুৰীক জীৱনৰ প্ৰথমভাগত আমি পাওঁ এজন অতিন্দ্ৰীয়বাদী



প্ৰেমৰ কবি হিচাবে। তাৰ পিছৰ কবিতাত প্ৰেমৰ সেই সুৰটোৱে স্বদেশ প্ৰেমৰ সুৰেৰে প্ৰতিধ্বনিত হয়। জীৱনৰ শেষভাগত ৰচিত কবিতা বোৰত স্বদেশ প্ৰেম বা জাতীয়তাবাদৰ সেই সুৰটোৱে মহাজাতীয়তা বা সাৰ্বজনীনতাৰ ৰূপত প্ৰকাশ পাইছে। আৰু সেয়ে জানিবা 'ভগবৎ প্ৰেমৰ অতল তলি স্পৰ্শ কৰিছেগৈ। কিন্তু ৰায়চৌধুৰীয়ে কেৱল সাহিত্য চৰ্চ্চাতেই লাগি নাথাকিল। দেশবাসীৰ পৰাধীনতাৰ গ্লানি আৰু জাতীয় চেতনাৰ অৱনতি দেখি ৰায়চৌধুৰীৰ শিল্পী হৃদয়ে কান্দি উঠিল। সেইবাবে ৰাজনীতিত জপিয়াই পৰিছিল। ৰায়চৌধুৰীয়ে ৰাজনীতিত নামি পৰাত ড° কাকতিয়ে বৰ আক্ষেপ কৰি কৈছিল যে ৰায়চৌধুৰীয়ে সাহিত্য চৰ্চ্চাত একাণপটীয়াকৈ লাগি থাকিলে নিশ্চয় নোবেল প্ৰাইজ লাভ কৰিব পাৰিলেহেতেন। সেয়ে ড° কাকতিয়ে ৰায়চৌধুৰীক অসম মাতৃৰ নষ্ট লৰা (Spoilt child of Assam) বুলি তিৰস্কাৰ কৰিছিল।

কিন্তু দেশৰ সন্মুখত অগণন সমস্যা দেখি ৰায়চৌধুৰীৰ দৰে মানুহ জানো থিৰেৰে থাকিব পাৰে? সেইবাবে স্বাধীনতা উদ্ধাৰৰ বাবে, ভাষা-সংস্কৃতি ৰক্ষাৰ বাবে আৰু গোটেই জাতিক ঐক্যবদ্ধ কৰি তুলিবৰ বাবে ৰাজনৈতিক আন্দোলনত জপিয়াই পৰিল। 'অসম সংৰক্ষিণী সভা' আৰু 'অসম জাতীয় মহাসভা'ৰ দৰে জাতীয়তাবাদী অনুষ্ঠান গঢ়ি তুলিলে। 'চেতনা' আৰু 'ডেকা অসম'ৰ দৰে জাতীয়তাবাদী কাকত উলিয়াই অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে গোটেই জাতিক সঞ্জীৱনী মন্ত্ৰেৰে সঞ্জীৱিত কৰি তুলিলে। অদ্ভুত সংগঠনী শক্তিৰে ৰায়চৌধুৰীয়ে সমগ্ৰ দেশতে এটি জন-জাগৰণৰ সৃষ্টি কৰিলে। সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰ কঁপি উঠিল। অগণন জনতা জাগি উঠিল ৰায়চৌধুৰীৰ সঞ্জীৱনী মন্ত্ৰেৰে।

ৰায়চৌধুৰীয়ে ৰাজনৈতিক আন্দোলনত নামি পৰিছিল যদিও তেওঁ সুনিৰ্দিষ্ট আৰু পৰিকল্পিত আঁচনিৰেহে এইক্ষেত্ৰত অগ্ৰসৰ হৈছিল। ৰাজনৈতিক ক্ষেত্ৰত তেওঁৰ স্বকীয়া বৈশিষ্ট্য আৰু দৰ্শন উল্লেখযোগ্য বিষয়। ৰায়চৌধুৰীৰ জীৱনৰ বিভিন্ন ৰচনাৰ মাজেদি তেওঁৰ ৰাজনৈতিক দৰ্শন আৰু আঁচনিবোৰৰ কথা প্ৰকাশ পালেও তেওঁৰ দেশ গঠনৰ প্ৰকৃত আচনি আৰু পৰিকল্পনাসমূহ 'আহুতি' আৰু 'ডেকা ডেকেৰীৰ বেদ'ৰ মাজেদিহে বিশেষভাৱে প্ৰকাশিত হৈছে। এই প্ৰবন্ধত আমি 'ডেকা ডেকেৰীৰ বেদ'ৰ বিষয়েহে থূলমূলকৈ আলোচনা কৰিছো।

'ডেকা ডেকেৰীৰ বেদ' পুথিখন আলোচনা কৰাৰ আগতে তাৰ নামটোৰ কথা আমাৰ মনলৈ আহে। বেদ শব্দৰ অৰ্থ হ'ল জ্ঞান। বেদমন্ত্ৰ উচ্চাৰণ কৰি মানুহে জ্ঞান লাভ কৰে। জ্ঞানে মানুহক জ্যোতি আৰু মুক্তিৰ পথ

প্ৰদৰ্শন কৰে। সেইবাবে প্ৰকৃত জ্ঞান লাভ কৰাৰ বাবে বেদৰ অধ্যয়ন যিদৰে অপৰিহাৰ্য্য সেইদৰে নিজৰ দেশত নিজৰ ভাষা-কৃষ্টি ঐতিহ্য আদিক সুপ্ৰতিষ্ঠিত কৰি প্ৰকৃত স্বাধীন আৰু সমৃদ্ধিশালী অসম তথা ভাৰত গঢ়ি তুলিবৰ বাবেও অসমৰ যুৱক যুৱতীসকলৰ 'ডেকা ডেকেৰীৰ বেদ'ৰ অধ্যয়ন অপৰিহাৰ্য্য। কাৰণ ৰায়চৌধুৰীৰ মতে 'অসমীয়া ডেকা গাভৰুৰ মুক্তিৰ বেদমন্ত্ৰ' 'ডেকা ডেকেৰীৰ বেদ'তেই নিহিত আছে। 'ডেকা অসম'ৰ নামত কোনোবাই সঙ্কীৰ্ণতা বা প্ৰাদেশিকতাৰ ভূত দেখিব পাৰে। তাৰ প্ৰত্যুত্তৰত লিখকে কৈছে যে 'ডেকা অসম'ৰ ঠাইত 'ডেকা পৃথিৱী' 'ডেকা ভাৰত' 'ডেকা মাদ্ৰাজ' 'ডেকা বঙ্গ' আদি নাম লগাই পঢ়িলেই তাত প্ৰাদেশিকতাৰ লেশ মাত্ৰও দেখা নাপাব। পৃথিৱীৰ সমগ্ৰ যুৱক যুৱতীয়ে স্বদেশ প্ৰেমেৰে উদ্বুদ্ধ হোৱাৰ অনুপ্ৰেৰণা ইয়াত আছে।

'ডেকা অসমে' কি কৰিবলৈ বিচাৰে সেই পৰিকল্পনা তেওঁ প্ৰথম প্ৰবন্ধত ৩১ দফাত পুঙ্খাণুপুঙ্খৰূপে আলোচনা কৰিছে। আৰম্ভণিতেই তেওঁ লিখিছে—"ডেকা অসমে সমগ্ৰ মানৱ জগতত সাম্যৰ শান্তি সংস্থাপনৰ আদৰ্শ আগত ৰাখি, সৰ্বপ্ৰথমে তাৰ নিজস্ব স্থিতিটোক এই পৰিকল্পনাৰে প্ৰস্তুত কৰি লৈ অব্যৰ্থ নিশ্চিন্ততাৰে সি আগুৱাই যাব খোজে।" "জাতীয় দেশ, জাতীয় দেহৰ সংৰক্ষণ, পৰিপোষণ আৰু পৰিবৰ্ধন" ( ২ দফা ), "ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, শিক্ষানীতিত শ্ৰেণী-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সাবালক, সাবালিকা মুনিহ-তিৰোতাৰ সমানাধিকাৰ" ( ৪ দফা ), আৰু "দেশ, জাতি আৰু সৰ্বশেষত মানৱ সমষ্টিক সৰ্ববিধ মঙ্গল আৰু সৰ্ববিধ সেৱাদান" ( ২৪ দফা) আদিয়েই 'ডেকা ডেকেৰীৰ বেদৰ' দৰ্শন আৰু মূলমন্ত্ৰ। ইয়াৰ মাজেদি ৰায়চৌধুৰীৰ মানৱতাবোধ আৰু সাৰ্বজনীনতাৰ পৰিচয় প্ৰকাশ পাইছে। দ্বিতীয় প্ৰবন্ধ 'ডেকা অসমৰ ধৰ্ম'ত অসমবাসী মাত্ৰকেই অসমীয়া বুলি অভিহিত কৰিছে। লিখকৰ মতে, "অসমত অসমীয়াৰ সমূহীয়া জাতীয় সৰ্ববিধ স্বাৰ্থৰক্ষা আৰু উন্নতিমূলক বিষয়ত কায়-মনো-বাক্যে সংশ্লিষ্ট থাকি সামূহিক স্বাৰ্থৰ সামূহিক কৰ্তব্যৰ আহবান মতে কঠোৰ নিয়মানুবৰ্তিতাত জাতীয় আদেশ পালন কৰাটোৱেই জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে অসমবাসী স্থায়ী প্ৰত্যেকজন মুনিহ তিৰোতাৰ ঘাই আনন্দ, ঘাই দায়িত্ব আৰু ঘাই ধৰ্ম।" ডেকা অসমৰ জীৱন দৰ্শনত লিখকে কৈছে "মোৰ নিজৰ ওপৰত, মোৰ সামূহিক জীৱনৰ ওপৰত, মোৰ জাতীয় দেহৰ সীমা চেৰাই, একীভূত ( Assimilate ) হোৱাৰ পৰিবৰ্তে, বিভিন্ন স্বাৰ্থ স্বত্বৰ নিচান উৰুৱাই, বাহিৰৰ বা ভিতৰৰ যিবিলাক অবাধ শোষণ (Exploitation) আৰু আক্ৰমণ ( aggression ) অবিৰত মোৰ ওপৰত



চলি আছে, তাৰপৰা মোক, মোৰ জাতিক, মোৰ দেশক সৰ্বতোভাৱে নিৰ্মুক্ত কৰি লোৱাটোৱে হ'ল মই ডেকা অসমৰ আজি সৰ্বপ্ৰথম আৰু সৰ্বপ্ৰধান সাধনা।" এই জীৱন দৰ্শন লৈয়েই ৰায়চৌধুৰীয়ে দেশৰ ডেকাসকলক আজীৱন অবিৰত আহ্বান জনাই আহিছে।

প্ৰকৃত ডেকা কেনে হোৱা উচিত তাৰ সংজ্ঞা দি অসমক কেনে ডেকা-ডেকেৰীৰ প্ৰয়োজন ৰায়চৌধুৰীয়ে তাৰ বিশদভাৱে আলোচনা কৰিছে। "যি ডেকা শক্তিৰদ্বাৰা নিজৰ জাতি, নিজৰ দেশে বিশ্ব মানৱতাৰ মহৎ সম্পদবিলাক আহৰণ কৰি জগতত গৰীয়ান হৈ উঠিবলৈকে উখলমাখল লগাই আছে"—আজি দেশক তেনে ডেকাৰেই প্ৰয়োজন। 'ডেকা অসমৰ লক্ষ্য' নামৰ প্ৰবন্ধত লিখকৰ অন্তৰৰ গভীৰৰো গভীৰ মনোবেদনা ফুটি উঠিছে আৰু "অসমীয়াৰ সকলো দুৰ্দশাৰ মূলত একমাত্ৰ কাৰণ সামূহিক জাতীয় দেশাত্মবোধহীনতা" এইবুলি আক্ষেপ কৰিছে। সেইবাবে সামূহিক জাতীয় দেশাত্মবোধৰ প্ৰাণৱন্ত চেতনাৰে জাতিটোক জগাই তুলি সকলো প্ৰকাৰ শোষণ, আক্ৰমণৰপৰা উন্মুক্ত কৰি জন্মভূমি আৰু জাতিটোক দিগন্ত প্ৰসাৰিত মুক্তিৰ আলোকলৈ উলিয়াই আনিবলৈ ডেকা শক্তিক উদ্দীপ্ত আহ্বান জনাইছে।

সবল আৰু শক্তিশালী জাতি সংগঠন কৰিবলৈ দেশক কেনে ডেকা-গাভৰু লাগে আৰু তেওঁলোকৰ কৰ্তব্য কি হোৱা উচিত তাক আলোচনা কৰাৰ পাচত ৰায়চৌধুৰীয়ে কেনেদৰে ডেকা গাভৰুসকলে সংগঠনৰ পথত অগ্ৰসৰ হব লাগিব তাৰ ইঙ্গিত দিছে। এই সংগঠনৰ পদ্ধতিক তেওঁ সাতোটা খোপত ভাগ কৰিছে। প্ৰথম খোপত তেওঁ শৃঙ্খলা, নিয়মানুবৰ্তিতা, আৰু দেশাত্মবোধৰ ওপৰত গুৰুত্ব দিছে। দ্বিতীয় খোপত শাৰীৰিক, মানসিক শক্তিত ভৰপূৰ হৈ উঠিবলৈ একাগ্ৰতা কঠোৰ সাধনা আৰু ইচ্ছা-শক্তিৰ অনুশীলনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। তৃতীয় খোপত আত্ম-বিশ্বাস তৎপৰতা, দূৰদৰ্শিতা, দায়িত্ব শীলতা, সততা আদি গুণৰ অনুশীলনৰ উল্লেখ কৰিছে। চতুৰ্থ খোপাত ডেকা গাভৰু সকল আত্মশক্তিত অটল অচল বিশ্বাসী হোৱাৰ অপৰিহাৰ্য্যতা অনুভৱ কৰি কৈছে, "মই অজৰ অমৰ ...........মই জগজ্জয়ী ........মই মহাবলী...........মই বাধাহীন, মোৰ সঙ্কল্প সাধনত বাসবৰ বজ্ৰয়ো মোক আগভেটি বাধা দিব নোৱাৰে।" এয়েই হোৱা উচিত ডেকা অসমৰ ডেকা গাভৰুৰ জপমন্ত্ৰ। পঞ্চম খোপত ডেকা-সকলে অচল অটল ভাৱে, "মই কৰিবই লাগিব, মই পুৰিবই লাগিব," এইদৰে দৃঢ়পণ কৰি কৰ্ত্তব্য পথত আগ বাঢ়িব লাগিব। ষষ্ঠ খোপত কঠোৰ সাধনাৰে জাতিৰ আৰু জন্মভূমিৰ 'সৰ্ববিধ দাসত্বৰ কঠোৰ শৃঙ্খল'

মুক্ত কৰিবৰ যোগ্যতা অৰ্জন কৰিব লাগিব। সপ্তম খোপাত জীৱনৰ কৰ্মধাৰাক ১২ টা ভাগত ভাগ কৰি বিভিন্ন ভাগত ভাগ কৰি বিভিন্ন ভাগত জাতীয় চৰিত্ৰ, আত্মশুদ্ধি, স্বাস্থ্য, দেশসেৱা, সমাজ সেৱা, খাদ্যা-খাদ্যৰ বিচাৰ আদিৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। মুঠতে পৰিকল্পিত ভাৱে দেশৰ ডেকাশক্তিক জাগ্ৰত কৰি দেশ আৰু জাতিক দাসত্ব শৃঙ্খলৰ পৰা মুক্ত কৰি জাতিৰ সামূহিক জীৱন পূৰ্ণ পয়োভৰেৰে সঞ্জীৱিত কৰি আত্মপ্ৰতিষ্ঠা লাভ কৰাটোৱেই বায়চৌধুৰীয়ে আন্তৰিকতাৰে কামনা কৰিছে। তাৰেই আঁচনি তেওঁ ডেকা ডেকেৰীৰ বেদ'ৰ মাজেৰে দেশৰ ডেকা সকললৈ আগ বঢ়াইছে।

ইয়াৰ বাহিৰেও 'ডেকা-ডেকেৰীৰ বেদ'ত 'স্বাধীন পঞ্চায়েৎ ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' আৰু 'আত্মৰক্ষী বাহিনী গঠন' নামৰ দুখন আঁচনিৰ পুথিও সন্নিবিষ্ট কৰা হৈছে। এইবোৰৰ মাজেদি অসম আৰু অসমীয়াৰ সমস্যা সমাধানৰ ক্ষেত্ৰত বায়চৌধুৰীৰ নিজস্ব চিন্তাধাৰা প্ৰকাশ পাইছে।

বায়চৌধুৰী আছিল পূব ভাৰতৰ সীমান্ত প্ৰহৰী। শয়নে সপোনে দেশেই আছিল তেওঁৰ একমাত্ৰ আৰাধনা। সেই বাবে দেশবাসীয়েও এই গৰাকী পুৰুষক সাৰ্থকভাৱে দেশপ্ৰাণ আৰু অসমকেশৰী উপাধিৰে বিভূষিত কৰিছিল। স্বদেশ-প্ৰেমৰ প্ৰজ্জ্বলিত এই বহ্নিশিখা নিৰ্বাপিত হ'ল। সমস্যাৰে জৰ্জৰিত দেশৰ ডেকা শক্তিক জগাই তুলিবলৈ আজি বায়চৌধুৰী সোঁ-শৰীৰে আমাৰ মাজত নাই। আছে তেওঁৰ অশৰীৰী অনুপ্ৰেৰণা আৰু আছে 'ডেকা-ডেকাৰীৰ বেদ'। অনুমান হয় অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যই জগাই তোলা এই চিৰ বিপ্লৱীজনে যেন ডেকা অসমক চিৰ দিন উদ্দীপ্ত আহ্বান জনাই থাকিব—

জাগ ডেকা তেজ আজি জাগ আগ্নেয়গিৰি উগাৰি জাগ।
এলাহৰ গাঁঠি ভাঙি গুড়ি কৰি কৰ্মধাৰাৰে ধৰণী ঢাক॥
জাগ ডেকা তেজ জাগ আজি জাগ স্বৰ্গ-মৰ্ত্ত্য কঁপাই জাগ।
বিনাশী দেশৰ দুখ দাৰিদ্য, ঘৃণিত গলিত গোলামী দাগ॥

# জাতীয়তাবাদী লিখক অম্বিকাগিৰী

শ্ৰীদুৰ্গেশ্বৰ শৰ্মা

অসম-কেশৰী অম্বিকাগিৰী এজনা বহুমুখী প্ৰতিভাৰ লোক। তেওঁ একেধাৰে গায়ক, গীতিকাৰ, অভিনেতা আৰু ভ্ৰাম্যমান যাত্ৰাপাৰ্টিৰ নিপুণ পৰিচালক। তেওঁ কবি, নাট্যকাৰ, প্ৰাবন্ধিক, সাংবাদিক আৰু এজন বিচক্ষণ ৰাজনীতিজ্ঞ আৰু সংৰক্ষিণী বাহিনী ৰ যাদুকৰী সংগঠক। এই সকলো প্ৰকাৰ ক্ষেত্ৰৰ অন্তৰালেদি স্বদেশ হিতৈষণাৰ ফল্গুধাৰা অবাৰিতভাৱে প্ৰবাহিত হৈছে। দেশেই তেওঁৰ ধৰ্ম, কৰ্ম, দেশেই ভগৱান, দেশেই সকলো :

দেশ, দেশ, দেশ,
দেশেই মোৰ ধ্যান জ্ঞান
দেশেই মোৰ ভগৱান
সাধ্য আৰাধ্য পৰমেশ।

দেশৰ জনগণক জাতীয়তাৰ বেদ-মন্ত্ৰত দীক্ষিত কৰাত তেওঁৰ বৰঙনি অপৰিসীম। স্বাধীনতা ৰণৰ তেওঁ অক্লান্ত যুজাৰু। প্ৰাক্‌স্বাধীনতা কালত তেওঁ ৰচনা কৰা। 'বন্দিনী ভাৰত' নাট আৰু 'শতধাৰ' বৃটিচ চৰকাৰে বাজেয়াপ্ত কৰিছিল।

বীণা, তুমি, অনুভূতি, বন্দো কি ছন্দেৰে, স্থাপন কৰ-স্থাপন কৰ, আৰু বেদনাৰ উল্কা তেওঁৰ উল্লেখযোগ্য কবিতাৰ পুথি। সকলোখিনি গ্ৰন্থৰ মাজেৰে জাগ্ৰত স্বদেশ প্ৰেমৰ তূৰ্য্য নিনাদ প্ৰতিধ্বনিত হৈছে :

যাৰ হৃদয়ত
দেশ সেৱনত
আত্মাহুতিৰ অনল শিখা নাই
তাৰ জীৱনত
নাই অবাবত
প্ৰয়োজনৰ উচচ দাবী ভাই।

আহুতি আৰু ডেকা ডেকেৰীৰ বেদ তেওঁৰ বিখ্যাত প্ৰবন্ধ সঞ্চয়ন। আহুতি অসমীয়াৰ স্বৰাজ, ভাৰতীয় স্বৰাজ, বিশ্বশান্তি, ব্যক্তি স্বাধীনতা আৰু জাতীয়তা সম্পৰ্কে গভীৰ আলচৰ নিবন্ধন। ডেকা ডেকেৰীৰ বেদতো অসমৰ নিজস্ব ৰক্ষণৰ আকুল আবেগ প্ৰাণস্পৰ্শী ভাষাত বৰ্ণিত হৈছে। এই গ্ৰন্থত কোৱা হৈছে যে যি কোনো প্ৰকাৰৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, ভাষাগত, সংস্কৃতিগত ধৰ্মগত, দেহগত, মানসিক শোষণ আৰু আক্ৰমণক মৃত্যু মহা ব্যাধি বুলি ভাবিব লাগে আৰু তাৰ নিৰ্মূল সাধন হব লাগে। তেওঁ অসমক ভাল পোৱাৰ মাজেৰে ভাৰতক আৰু ভাৰতক ভাল পোৱাৰ মাজেৰে বিশ্বক ভাল পাবলৈ বিচাৰিছিল। এয়ে আছিল বায়চৌধুৰীৰ বাদৰ মূল তত্ত্ব, এই তত্ত্বৰ বহুতে মৰ্ম ভেদ কৰিব নোৱাৰিছিল কাৰণে ডেকাগিৰী অম্বিকাগিৰীক প্ৰাদেশিকতাবাদত উদ্বুদ্ধ ব্যক্তি বুলি বিদ্ৰূপ বাণ মাৰিছিল। কিন্তু এই বাণত অসম কেশৰী ধৰাশায়ী হোৱা ব্যক্তি নহয়। বৰং এনে অন্তঃসাৰশূন্য সমালোচকৰ যুক্তি ক্ষেত্ৰৰ পৰা ছত্ৰভঙ্গ দিবলৈ সৰহ সময় নালাগিছিল। প্ৰতিমা পক্ষৰ এনে আকস্মিক ছত্ৰভঙ্গই চৌধুৰী-বাদৰ মৌলিকতা আৰু ন্যায় নিষ্পন্ন হে কৰিছিল। তেওঁৰ ৰাজনৈতিক মতবাদৰ ভেটি ন্যায়, সমতা আৰু স্বাধীনতা। আত্ম-মুক্তিৰ মাজেৰে তেওঁ বিশ্ব-মানৱৰ মুক্তিৰ বাঞ্ছা কৰিছে। তেওঁৰ ধাৰণা দেশী লোকৰ দ্বাৰাই হওক মানৱ আত্মা শোষিত হলে দেশৰ স্বাধীনতা, শান্তি আৰু প্ৰগতিৰ পথ ৰুদ্ধ হৈ পৰে। তেনে এখন দেশৰ স্বাধীনতা ৰাজনৈতিক ভুৱা, ধূৰ্তালিৰ আতচ বাজী। সেইহে তেওঁ দেশৰ জন-গণক চিৰ জাগ্ৰত থাকিবলৈ আকুল কণ্ঠেৰে আহবান জনাইছে:

দেশ মাতৃকাৰ সন্তান!
উঠা, চেতনা-তত্ লৈ উঠি থিয় হোৱা
ঘৃণিত ব্যক্তিয় দলীয় সম্ভোগৰ



ৰাপ এৰি অৱস্থাটো চাই লোৱা
দেশ ৰক্ষা কৰাৰ আৰু
দেশ ধ্বংস কৰাৰ
তুমিয়ে একমাত্ৰ অধিকাৰী।

এসময়ত 'কল্যাণময়ী' নামৰ এখনি নাটকো তেওঁ ৰচনা কৰিছিল। তেওঁৰ মানসিক দৃঢ়তা আৰু আত্ম-বিশ্বাস অনন্য সাধাৰণ। মাথোন দুটকা মূলধন লৈ অৰুণা প্ৰেছ স্থাপন কৰি তাৰে পৰা চেতনা আৰু ডেকা অসম সংবাদ পাত্ৰ প্ৰকাশ কৰিছিল। চেতনা আলোচনীয়ে অসমীয়াৰ প্ৰাণত জাতীয় চেতনাৰ উন্মেষ কৰিছিল আৰু ডেকা অসমে অসমৰ জন-গণক জাতীয়তা সংৰক্ষণৰ ভাবত উদ্বুদ্ধ কৰিছিল।

অসমৰ এখনি নিখুঁত ছবি কৰ্মযোগী অম্বিকাগিৰীৰ অন্তৰ দাপোণত ভাহি উঠিছিল। সেইখন ছবিৰে বাস্তৱ ৰূপ দিবলৈ লওঁতে অসমৰ স্বাৰ্থ ৰক্ষা আৰু অসমৰ সৰ্ব প্ৰকাৰ উন্নতিৰ কথা অসম কেশৰীয়ে বাৰম্বাৰ চিন্তা কৰিছিল। তাৰ ফলত ১৯২৬ চনত অসম সংৰক্ষিণী সভাৰ জন্ম হ'ল। কিন্তু এটা দশকৰ অন্তত সেই সভা তেওঁ ভঙ্গ কৰি দিলে। অসমৰ উন্নতি তেওঁৰ জীৱনৰ পণ। এই পণ ভঙ্গ হলে তেওঁৰ জীৱনেই বা ক'ত?

দেশৰ বিহনে জনম নাই
জনম নহ'লে জীৱন নাই
জীৱন হেৰালে ভগৱান নাই
জীৱনেইতো ভগৱানৰ পূৰ্ণ অধিষ্ঠান
দেশ নহ'লে, জীৱন গ'লে, ভগৱান
হয় অন্তৰ্দ্ধান।

সংৰক্ষিণী সভা ভঙ্গ হোৱাৰ কেইদিনমান পাচতে ডেকাগিৰী অম্বিকাগিৰীয়ে অসমত বাস কৰা নতুন অসমীয়া, অনা অসমীয়া, সকলৰ মাজত আৰু পাৰ্বত্য অঞ্চলত অসমীয়া ভাষা প্ৰচাৰৰ মহান আদৰ্শ আগত ৰাখি অসম শিক্ষা প্ৰচাৰ সমিতি স্থাপন কৰে। এই সমিতিৰ উদ্যোগত অসম বঙ্গৰ সীমাত আৰু পাৰ্বত্য অঞ্চলত প্ৰায় ১৫০ খন মান স্কুল স্থাপন কৰি অসমীয়া ভাষা শিক্ষাৰ ব্যৱস্থা কৰা হৈছিল। ইয়াৰ মাজেৰে অসমীয়া ভাষাৰ প্ৰতি থকা প্ৰগাঢ় ভাল পোৱা ভাৱৰ আভাস এটি ফুটি উঠিছে।

তেওঁৰ মনোভাৱ মাতৃভাষা সকলো ভাবানুভূতিৰ উন্মেষণৰ বাহন। সেই ভাষা নিজ ৰাজ্যত সন্মানজনক আসনত অধিষ্ঠিত নহলে দেশৰ জনগণৰ আত্ম মৰ্য্যাদা বোধৰ বিকাশ অসম্ভৱ। গতিকে অসমীয়া ভাষাক নিজৰ স্থানত বহুৱাবৰ কাৰণে তেওঁৰ অন্তৰে অঙ্গীকাৰ কৰিছিল :

তই স্থাপন কৰ, স্থাপন কৰ
তোৰ ভাবৰ বাহন, জ্ঞানৰ বাহন
মাতৃ ভাষাৰ সোণৰ আসন
স্থাপন কৰ, স্থাপন কৰ।

পৰাধীনতাৰ গ্লানি তেওঁৰ অন্তৰে সহ্য কৰিব নোৱাৰিছিল আৰু সেই কাৰণে দেশৰ মুক্তি সংগ্ৰামত জপিয়াই পৰি একাধিকবাৰ কাৰাবাস খাটিছিল।

অসমীয়াৰ প্ৰাণত আত্মচেতনা জগাই তোলাৰ কাৰণে আৰু অসমীয়া লোক সাধাৰণক মুক্তি সংগ্ৰামৰ বেদ-বাণীৰে জাগৃত কৰাৰ কাৰণে অম্বিকাগিৰীয়ে অসম জাতীয় মহাসভা গঠন কৰিছিল।

তেওঁৰ দূৰদৰ্শিতা অতুলনীয়। জাতীয় স্বাৰ্থত সামান্য আঘাত লাগিলেই তেওঁৰ প্ৰাণে বিপ্লৱ কৰিছিল। ১৯৪০-৪১ চনৰ পিয়লৰ সময়ত তেওঁ গোটেই অসম ভ্ৰমণ কৰি স্বাৰ্থ জড়িত মহলৰ ষড়যন্ত্ৰ ওফোৰাই দি অসমৰ জাতীয় স্বাৰ্থ অক্ষুণ্ণ ৰাখিছিল। এই জনেই আছিল অসম-কেশৰী অম্বিকাগিৰী যাৰ জীৱনেই আছিল অসমৰ জাতীয় জীৱনৰ মহাবাণী। জীৱন কালত তেওঁ বিপুল কৰ্মৰ মাজেৰে অসমক জগাই তুলিলে আৰু মৃত্যুৰ মাজেৰেও সেইজন ব্যক্তিয়ে অনুপ্ৰেৰণাৰ অক্ষয় বন্তিৰে অসমক পুনৰ পোহৰিত কৰিছে। তেওঁ মৰা নাই, নমৰে, অমৰ।

# অম্বিকাগিৰীৰ অমৰ কবিতা

ডক্টৰ মহেশ্বৰ নেওগ

আধুনিক অসমীয়া কাব্যত অমৰ হ'ব পৰা কবিতাৰ সংখ্যা অতি কম, জীৱনৰ লগত তাৰ অসহযোগৰ মাত্ৰা বৰ বেছি কাৰণে। ৰায়চৌধুৰীৰ কবিতা লিখাৰ বাবেই জগতখন অধিক ধুনীয়া নহ'ব পাৰে ; কিন্তু তেওঁৰ বাইৰণীয় ওজঃশক্তিৰ আৰু জীৱনৰ নিবাৰণ প্ৰকাশৰ গুণত আমাৰ কাব্যত তেওঁৰ বাবে এখনি আসন আছুতীয়া থাকিব। তেওঁৰ কবিতা জীৱন-বিমুখী বা সত্যক ফাঁকি দিয়া কবিতা নহয়। এটা বাক্যত তেওঁ 'বীণা'ৰ পাতনিখন আৰম্ভণি কৰিছে আৰু সামৰণি মাৰিছে : "চাৰিওফালৰপৰা চেপি ধৰা এই বৰ ডাঙৰ জগতখনৰ খুন্দা খাই, মোৰ অন্তৰ ফালি ভাব-সাগৰৰ যি দুই-চাৰি জোলোকা জৰি পৰিছে, তাত বাজে আন একো ইয়াত ঠাই পোৱা নাই।" তেওঁৰ গুটীয়া আধ্যাত্মিক আৰু সামাজিক-ৰাজনৈতিক জীৱন আৰু কবিতাৰ লগত নিবিড় সম্বন্ধ। এই কথাটোৰ চৰম উপলব্ধি হ'ব কবিতাৰ ভিতৰেদি তেওঁৰ মনৰ ক্ৰমবিকাশ লক্ষ্য কৰাত। আন অসমীয়া কবিৰ কাব্যত ভাব আৰু অভিজ্ঞতাৰ ক্ৰম-পৰিৱৰ্তন এনে তীব্ৰভাৱে অনুভৱ নহয়। কিন্তু জীৱন গতিশীল ; আৰু গতি বুলিলেই পৰিৱৰ্তন সূচায়। যাৰ এটা জীৱনৰ কাব্যত দৃষ্টি-ভঙ্গি বা অভিজ্ঞতাৰ ইফাল-সিফাল নঘটে, বুজিব লাগিব—হয় তেওঁৰ ৰচনা জীৱনৰ প্ৰকৃত প্ৰতিভূ নহয়, নহ'লেবা তেওঁৰ মন স্ৰোতহীন। উভয় পক্ষতেই ফাঁকিৰ অভিযোগটো ৰৈ যায়।

কিন্তু এই এজন সৰল আৰু উদাৰ মানুহ : গাত চুটি-মুটি এটা চোলা, এখন ঠেক চুৰিয়া, হাতত এডাল দেশ-বিশ্ৰুত লাঠি ; মনত সাহ, প্ৰাণত জলন্ত উদ্দীপনা : তেওঁক অনাড়ম্বৰ জীৱনত ফাঁকি বা পোজ্ দিবৰ কোনো আৱশ্যক নাই। কাৰোবাৰ কিবা দোষৰ কথা ক'ব লাগিলে কোনো কুণ্ঠা নোহোৱাকৈ মুখৰ আগতে প্ৰকাশ কৰে ; আনৰ খন্তেকীয়া বেয়া পোৱালৈ

ভ্ৰূক্ষেপ নাই। সমূহ স্বাৰ্থই তেওঁৰ লক্ষ্য। নিজৰ দোষ গোপন কৰা অভ্যাসো তেওঁৰ নাই। জীৱন, সত্য, ন্যায়, এইবোৰৰ লগত ফেৰ মাৰিয়ে তেওঁৰ জীৱনটো গ'ল। তেওঁৰ দৃষ্টি সদায় সজাগ। ভিতৰ আৰু বাহিৰ বোলা তেওঁৰ দুটা বস্তু নাই। জাতিৰ জীৱনৰ লগত নিজ জীৱন সৰু কালৰেপৰা নাড়ীয়ে নাড়ীয়ে গাঁথি দি থৈছে। তাৰ উপৰি তেওঁৰ জীৱন অভিজ্ঞতা-বহুল। যোল বছৰীয়াটিৰেপৰা তেওঁ ৰাজনীতি-ক্ষেত্ৰৰ ঘাত-প্ৰতিঘাত অনুভৱ কৰি আহিছে; তাৰ উপৰি এই ৰাজনৈতিক জীৱনৰ তেওঁৰ বিৰাম নাই; কাৰণ ৰাজনীতি তেওঁৰ জীৱনৰ এলাগী তিৰোতা নহয়; সম্পূৰ্ণ জীৱন-সঙ্গিনী। বহোঁতে-উঠোঁতে শোওঁতে-খাওঁতে অনবৰত দেশৰ চিন্তা। তাৰ বাবে তেওঁ দুঃখক্লিষ্ট জীৱন বৰণ কৰি লৈছে। দাৰিদ্ৰ্য তেওঁৰ চিৰসঙ্গী। দৰিদ্ৰৰ লগতেই হেনো স্বৰ্গ-ৰাজ্য, সত্যৰ নিৱাস। ত্যাগৰ ওপৰত তেওঁৰ জীৱন প্ৰতিষ্ঠিত। সৰলতা আৰু কোমল প্ৰাণ তেওঁৰ বিভূতি। "প্ৰেমিক ৰায়চৌধুৰী ডেকা বয়সত শ্বেলী, বায়ৰণ আদি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰে বহুত বাৰ প্ৰেমত পৰিছে, ওপঙিছে, সাঁতুৰি পাৰ হৈছে।" গতিকে জীৱনৰ এই এক সন্মোহন অনুভূতিৰ অভিজ্ঞতাতো তেওঁ চহকী। নাৰীৰ সন্মানৰ অৰ্থে নিজে কিবা কষ্ট ভোগ কৰিব লগীয়া হ'লেও কৰিছে; নিজ হাতে হাতৰ আঙুলি থৈয়াই কাটি দিবলৈও কুণ্ঠিত হোৱা নাই। জীৱনৰ এই বহু-মুখী চিনাকিয়ে ৰায়চৌধুৰীক মাত্ৰ কল্পনা-লোকত বিহাৰ কৰিবলৈ এৰি দিয়া নাই। তেওঁৰ কবিতা জীৱনৰ অভিজ্ঞতাৰ প্ৰকাশ, সেই বাবেই সি মৌলিক। ভাৰতীয় চিন্তা-ধাৰাৰ লগত তেওঁৰ সহজ বুদ্ধিজাত পৰিচয়। সেই পৰিচয় পুথিগত নহয়।

ৰায়চৌধুৰীৰ জীৱন আৰু মনৰ অগ্ৰগতিৰ লগত যথেষ্ট মিল আছে। কবি-জীৱনৰ প্ৰথম ছোৱাত ৰায়চৌধুৰী ডেকা প্ৰেমিক। স্নেহাস্পদৰ সৌন্দৰ্যতেই তেওঁ জীৱনৰ প্ৰকৃত সত্য উপলব্ধি কৰিবলৈ হাবিলাস কৰি 'জীৱনৰ গতি উচ্ছৃঙ্খল' কৰি পেলাইছিল:

স্বপ্ন-বিভোৰ তন্দ্ৰা-হালুক
মত্ত চিতৰ পাল,
ৰঙাই বোলাই উঠিল কিমান
অবুজ বেথাৰ জাল।

কিন্তু এই জীৱনৰ স্বপ্ন-বিভোৰ তন্দ্ৰা লাহে লাহে ভাগি গ'ল। এই স্বপ্ন-ভঙ্গৰ (disillusionment) মধ্যম স্তৰৰ পিছত তেওঁ



জীৱনৰ বিকট ৰূপ চক্মক্‌কৈ সাৰ পাই চকুৰ আগত দেখা পালে। জীৱনৰ অগ্নি-বীণাৰ ৰুদ্ৰতান শুনি সুপ্ত জীৱন কৰ্ম-ক্ষেত্ৰত আগ বাঢ়িল। এতিয়া আৰু স্বপ্ন-বিলাস বা পলায়নী মনোবৃত্তি নাই। সত্য আৰু নিৰ্মম জীৱনে নিজকে কবিৰ অন্তৰত প্ৰতিষ্ঠা কৰিলে। মন কৰিব লগীয়া, আমাৰ প্ৰায়সকল অসমীয়া কবিয়েই স্বপ্ন-ভঙ্গৰ স্তৰ নৌ পাওঁতেই 'শেষৰ কবিতা' ৰচনা কৰিব লগীয়া হয় বা প্ৰথম স্তৰকেই দীঘলাই নি মৃত্যুৰ ছাঁত বিলুপ্ত কৰেগৈ।

১৯০৪ ছনত যেতিয়া বঙ্গ-বিচ্ছেদৰ জাতীয় আন্দোলন ছুৰু হয় তেতিয়া অম্বিকাগিৰী যোল-বছৰীয়া ডেকা; আৰু তেতিয়াই তেওঁৰ ৰাজহুৱা জীৱন আৰম্ভ হয়। তেতিয়াই তেওঁৰ গাত তীখাই দেখা দিয়ে; 'ভাৰত মাতা' বুলি এখন ৰাজনৈতিক নাটক লিখি ৰজা-ঘৰৰ কোপ্-দৃষ্টি আকৰ্ষণ কৰে। হাতে-লিখা অৱস্থাত নাটকখন পুলিচে লৈ যায়। কিন্তু ১৯০৭ ছনত তেওঁৰ "ৰাজ-ৰোষত যেতিয়া ৰাজনৈতিক গতি-মতি স্তব্ধ হয়, তেতিয়াতে বৰপেটাতে প্ৰথম সাহিত্য-চৰ্চা আৰম্ভ হয় আৰু 'তুমি'য়েই তাৰ প্ৰথম নিদৰ্শন।" বৰপেটাত ছৰকাৰৰ অৱৰোধ হুকুমৰ তলত থকা কালতে ১৯১২-ত 'কল্যাণময়ী' নাট ৰচে; এই নাটতো ৰাজনীতিৰ বঙা বোল আছে। নাটকখন পিছত আংশিকভাৱে 'আৱাহনে' প্ৰকাশ কৰে আৰু কলগানৰ কোম্পানী এটায়ো এক অংশ কলত তোলে। ১৯১৫ ছনত তেওঁৰ ওপৰৰপৰা অৱৰোধ আদেশ প্ৰত্যাহাৰ কৰা হয়। সেই বছৰতে ডিব্ৰুৰপৰা 'তুমি' প্ৰকাশ হয়, আৰু কবিয়ে বহুল জন-প্ৰীতি লাভ কৰে। ১৯১৬ ছনত খণ্ডকবিতাৰ 'বীণা' আৰু উনৈশ-পিঠীয়া প্ৰবন্ধ 'জগতৰ শেষ আদৰ্শ আৰু বিশ্বব্যাপী মহাশান্তি স্থাপন কৰিবৰ উপায়' ওলায়। ১৯১৮ ছনত অতি ক্ষুদ্ৰ মূলধনেৰে অৰুণা প্ৰেছ প্ৰতি-ষ্ঠিত হয় আৰু পিছৰ বছৰত 'চেতনা' তাৰেপৰা ওলায়। অসমীয়া আলোচনী বুলিলেই প্ৰায়ে স্বল্পজীৱী। ৰায়চৌধুৰীয়ে ছয়-সাত বছৰ 'চেতনা' চলাই পিছত এৰি দিয়ে। 'চেতনা' ৰায়চৌধুৰীৰ ৰাজনৈতিক সক্ৰিয়তাৰ নিদৰ্শন। ১৯২০ ছনত গান্ধীজীয়ে আন্দোলনৰ বাণী লৈ অসম ভ্ৰমণ কৰি যায়হি। ১৯২১ ছনত অসহযোগ আন্দোলন ছুৰু হ'ল। ৰায়চৌধুৰীও তাত জঁপিয়াই পৰিল আৰু ফলত দুবছৰ সশ্ৰম কাৰাদণ্ড হ'ল। তেওঁৰ কাৰাবৰণৰ ওঠৰ দিন পিছত ১০ মাৰ্চৰ দিনা গান্ধীজী গ্ৰেপ্তাৰ হয়। সেইদিনা ৰাতিয়েই ৰায়চৌধুৰীৰ যথাসৰ্বস্ব—অৰুণা প্ৰেছ, চেতনা কাৰ্য্যালয় আৰু বহুতোখিনি কবিতা আৰু প্ৰবন্ধ-পুথি ভস্মসাৎ হ'ল। কিন্তু এই অগ্নিকাণ্ডয়ো তেওঁক টলাব নোৱাৰিলে। সেই সময়লৈ

চাই পিছৰ কালত ৰাজনৈতিক বন্দীৰ প্ৰতি জেল-কৰ্তৃপক্ষৰ কঠোৰতা বহুতো কুমলিল। ৰায়চৌধুৰীৰ শৰীৰ, মন, উভয়ৰে অৱস্থা ঠিক নাথাকিছিল যদিও জেলৰ সকলো কষ্ট বিদ্ৰোহেৰে নিজেই আৰু বঢ়াই মূৰ পাতি লৈছিল। ইফালে ঘৰত একমাত্ৰ বুঢ়ী মাক।

এই আন্দোলনৰ পিছৰপৰা অবিৰামভাৱে ৰাজনৈতিক জীৱনৰ পুনৰাৰম্ভ হ'ল। কামৰূপ মায়াবিনী কেমিকেল ৱাৰ্ক্‌ছ্ আদি শিল্পমূলক আৰু সংৰক্ষিণী সভা, অসম জাতীয় মহাসভা আদি জাতি-গঠনমূলক ক্ৰিয়াৰে সময় ব্যস্তভাৱে যাবলৈ ধৰে। ১৯২৭ চনৰ মানৰপৰাই সংৰক্ষিণী সভাৰ আন্দোলন অতি তীব্ৰ হ'বলৈ ধৰে। 'ডেকা অসম' মূলতঃ সংৰক্ষিণী দৰ্শনৰ মুখপত্ৰ। ভাৰতৰ জাতীয় আশা-আকাঙ্ক্ষাৰ বাহিৰেও অসমৰ কিছুমান স্বকীয়া সমস্যা আছে; সিবোৰৰ প্ৰতি সকলো বাইজকে সতৰ্ক ৰখাই সংৰক্ষিণীৰ আৰু পিছত জাতীয় মহাসভাৰ কাম আছিল।

ৰায়চৌধুৰীৰ জীৱনত পৰস্পৰ-বিৰোধী নহ'লেও দুটা পৃথক ধাৰা প্ৰৱাহিত হৈ আহিছে– কাব্য আৰু ৰাজনীতি। এই ধাৰা দুটা সমান্তৰালভাৱে চলাটোৱেই যদিও সহজ গতি যেন লাগে, সিহঁতে অনেক সময়ত সাঙোৰা-সাঙুৰি কৰাও দেখা যায়। অৱশ্যে এনে মিলনৰ ক্ষণ লাহে লাহে পাতলি অহা দেখা গৈছে। এই বাবেই কোনোৱে যদি ৰায়চৌধুৰীক "ল'ৰা গুচিল" বুলি কয়, মিছা বুলি ক'বলৈ আমাৰ বাট নৰয়। কাৰণ, কবিতা আৰু ৰাজনীতি কোনোৱেই সতিনী খাটিবলৈ ভাল নাপায়। তাতে আকৌ ৰায়চৌধুৰীৰ নানা অভাৱ-অনাটনৰ দ্বাৰা নিষ্পেষিত জীৱনৰ যি কৰ্মব্যস্ততা, তাৰ ভিতৰেদি কবিতাই উশাহ পোৱা টান কথা। দাৰিদ্ৰ্য তেওঁ নিজে বৰণ কৰি লৈছে। কেতিয়াবা যদি এপোৱা চাউল কিনি আনি ঘৰ-ঘৰোৱাহে তাকে মাৰ কৰি খাব লগীয়াত পৰিছে বা কেতিয়াবা যদি অৰ্থৰ অভাৱত ঔষধ কিনিব নোৱাৰি চকুৰ আগতে সন্তানৰ মৃত্যুও চকুৰে চাই থাকিব লগীয়া হৈছে, তেওঁ সেই সকলোখিনি সহ্য কৰা অভ্যাস হৈ গৈছিল। ঘৰোৱাহীৰ সৰু-ডাঙৰ সকলো কাম কৰি, 'ডেকা অসম'ৰ নিচিনা চিন্তাৰে এখন সাপ্তাহিক কাকতৰ সম্পাদনাৰেপৰা ছপাখানাৰ সকলো কাম নিৰৱচ্ছিন্নভাৱে কৰি কাগজখন ছপাই উলিয়াই খোজ কাঢ়ি গুৱাহাটীৰ চাৰিওচুকে তাক ঘৰে ঘৰে বিলাই থৈ আহেগৈ। দুখভাগৰৰ কথা ভাবিবলৈ তেওঁৰ সময় নাই। কামৰ অভ্যাস তেওঁৰ মজ্জাগত। ইয়াৰ মাজতে কল্পনাক সুকণ্ঠা এৰি দিবৰ সুবিধা ক'ত? তেওঁৰ এটি মাত্ৰ উদ্দীপনা দেশৰ চিন্তা। ডমিচাইল্ড প্ৰশ্ন, লাইন প্ৰথা, শ্ৰীহট্ট-বিচ্ছেদ, চৰকাৰৰ লেণ্ড ডেভেলপ্‌মেণ্ট স্কীম, বিশ্ববিদ্যালয় বিল, ষড়যন্ত্ৰ,



মন্ত্ৰীসভা, কলেজীয়া ডেকাৰ উত্তওালি, চৰকাৰৰ যুদ্ধনীতি—আটাইবোৰে তেওঁক কাণে-মূৰে খাই মাৰিব লাগিছে! তাৰ মাজতো আকৌ কবিতা? কাব্যৰ লগতে কৰ্মজীৱনৰ সংঘাতৰ ফলত ৰায়চৌধুৰীৰ কাব্যৰ স্তৰ-বিন্যাসৰ সৃষ্টি হৈছে। প্ৰথম স্তৰত 'তুমি' আৰু 'বীণা'। এই দুয়োখন পুথিয়েই "বিশৃঙ্খল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদ্‌ভ্ৰান্ত প্ৰেমটোৰ' বিকাশ। অৱশ্যে ইবোৰে শ্বেলী, বাইৰণৰ কাব্যৰ নিচিনা দেহজ প্ৰেমৰ গণ্ডীৰ ভিতৰত আবদ্ধ নাথাকি, ইন্দ্ৰিয়গ্ৰাহ্য সম্ভোগৰ ভিত্তিত ইন্দ্ৰিয়াতীত অনুভূতিত পৰিণত হৈ জাগতিক আসক্তিৰ ক্লেশৰ হাত এৰাই অনন্তৰ ভূমা সৌন্দৰ্য্যত সান-মিহলি হৈ যাবলৈ প্ৰয়াস বিচাৰিছে। সুন্দৰী বিয়েট্ৰিচৰ 'স্বৰ্গীয় নয়ন' দুটিয়ে ইতালীৰ মহাকবি ডাণ্টেক ঐশ্বৰ্য্যভূৱন আৰু ভগৱন্তৰ ৰূপ দেখুওৱাৰ দৰে, আমাৰ কবিকো উদ্ভিন্ন যৌৱনা যুৱতীৰ মদন পিছলি পৰা সৌন্দৰ্য-প্ৰপঞ্চই জগতৰ সকলো সৌন্দৰ্যৰ মাজত বিহাৰ কৰাইছে আৰু শেষত অনন্তৰ লগত সাক্ষাৎ কৰাব খুজিছে। কবিতাবোৰ মিস্টিক ভাবাপন্ন। উপলব্ধ সৌন্দৰ্য আৰু প্ৰেমে কবিক সুখ দিব পৰা নাই; divine despair তেওঁৰ হৃদয়-ৰোগ হৈ পৰিছে:

বিয়াকুল কৰি আহি অনন্ত চেতনা
সৰজে উদাস এটি বিৰাট বেদনা।

এই বিৰাট বেদনাই তেওঁক 'দূৰ সুদূৰৰ পিয়াসী' কৰি তুলিছে। সীমাহীন তত্ত্বৰ সীমা বিচাৰি নাপাই উদ্‌ভ্ৰান্ত হৈ চিঞৰি উঠিছে:

তুমি কি বিশাল! কি বিৰাট!
মহানীল সীমাহীন শূন্য;
তুমি কি গুৰু গূঢ় ৰহস্য!
কি তত্ত্ব কৰিছা প্ৰতিপন্ন?

মিস্টিকৰ চূড়ান্ত বাণী! 'বীণা'ৰ উৎসৰ্গ-পত্ৰত তাৰ অভ্যন্তৰৰ সঙ্কেত: "আকাশতকৈও উদাৰ, আলোকতকৈও উজ্জ্বল, প্ৰেমতকৈও পৱিত্ৰ; ভক্তিতকৈও কোমল, তত্ত্বতকৈও গভীৰ যি সুন্দৰীৰ সৌন্দৰ্য্যত মোৰ অন্তৰ্জগত সদায় উদ্ভাসিত হৈ আছে, সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ প্ৰীতি-ভৰা অঞ্জলি।" এই আষাৰ কথাই আকাশ-পাতাল সকলো দেখোন জোৰাই পেলাইছে। অথচ সি পাঠকৰ ওচৰত এক সাঁথৰ হৈয়ে ৰয়। একেটি পাত্ৰতে ইমান উদাৰতা, পৱিত্ৰতা, কোমলতা আৰু গভীৰতা।

সেয়া যেন সুন্দৰী নহয়, সৌন্দৰ্য নিজেই, নতুবা সৰ্ব সৌন্দৰ্যৰ আধাৰ ভগৱন্ত নিজেই। প্ৰথম দৃষ্টিত কথাখিনি অতি পৰস্পৰ-বিৰোধী যেন লাগে। কিন্তু All mystics are self contradictory. যুক্তি নাথাকিব পাৰে; কিন্তু এই প্ৰেমে দ্যুলোক-ভূলোক সকলোকে চুইছে। ইন্দ্ৰিয়জাত প্ৰেম ইয়াত ৰূপান্তৰিত হৈ অতিবাস্তৱ আধ্যাত্মিক, স্বৰ্গীয় প্ৰেমত পৰিণত হৈছেগৈ। এই প্ৰথম স্তৰটো ১৯১৬ ছনলৈকে বিস্তৃত বুলি ধৰিব পাৰি।

১৯১৬-ত প্ৰকাশিত 'জগতৰ শেষ আদৰ্শৰে' দ্বিতীয় ৰাজনৈতিক স্তৰ আৰম্ভ। অৱশ্যে কবিতাৰ ফালৰপৰাই এই স্তৰটো বৰ চহকী হৈ আৰম্ভ নহ'ল। এইখিনি বিশেষকৈ 'চেতনা'ৰ নানা ৰাজনৈতিক আলোচনাৰ কাল। ইয়াৰ 'ভৱিষ্যত স্বৰাজ তন্ত্ৰ' আদি বহুমূলীয়া সম্পাদকীয়বোৰৰ বাহিৰেও 'মনুষ্যত্ব আৰু ভাৰতীয় সাধনা', 'ভৱিষ্যত মানৱতন্ত্ৰৰ সাম্য-নীতিৰ পক্ষে বৰ্তমান শাসন-নীতিৰ পশু-বল-প্ৰয়োগৰ বিফলতা', 'জেল কাহিনী' আদি প্ৰবন্ধবোৰৰ মূল্য আগলৈকে ৰ'ব। সিবিলাকৰ আটাইতকৈ উজ্জ্বল গুণ সহজ বুদ্ধি আৰু যুক্তিৰ প্ৰয়োগ। কোনো সমস্যাৰ সন্মুখীন হ'লেই তেওঁ নিজ নিজ কোণত পেলাই তাক পৰীক্ষা কৰে।

অৱশ্যে এই প্ৰণালীৰ ফলস্বৰূপে অনেক সময়তো তেওঁ অদ্ভুত সীমাংসাতো উপনীত হ'বগৈ পাৰে। কিন্তু ৰায়চৌধুৰীৰ আত্মবিশ্বাসৰ মাত্ৰা অদ্ভুত-ভাৱেই প্ৰবল; নিঃসঙ্কোচে নিজৰ মত প্ৰকাশ কৰাৰ সাহ তেওঁৰ আছে। অৱশ্যে যুক্তিৰ দোষ স্বীকাৰ কৰাৰ উদাৰতাৰ অভাৱো তেওঁৰ নাই। সেই সাহ নোহোৱা হ'লে নানা বাদ-বিসম্বাদ আৰু বিৰোধ-বিদ্বেষৰ মাজতো প্ৰায় অকলশৰে সংৰক্ষিণী মতবাদ ধৰি ৰাখিব নোৱাৰিলেহেঁতেন। আত্ম-প্ৰকাশৰ শঙ্কাহীনতাৰ লগে লগে প্ৰকাশ-ভঙ্গি বা ভাষাৰ নিঃসঙ্কোচ স্বভাৱো এটি আচৰিত গুণ। তেওঁৰ ভাষাত এক অপূৰ্ব ওজস্বিতা (virility) কিন্তু তাৰ লগে লগে প্ৰিয়-অপ্ৰিয়ৰ ফালে নাচাই মনলৈ পোনতে অহা শব্দটোকে গ্ৰহণ কৰাৰ বাবে এবিধ দোষৰ সৃষ্টি হয়। এই দোষ-গুণবোৰ তেওঁৰ পিছৰ গদ্য ৰচনাবোৰতো বৰ্তমান। ৰায়চৌধুৰী master of style হ'ব নোৱাৰিলে।

'চেতনা'ৰ কালডোখৰত ৰাজনীতিয়েই কবিৰ একমাত্ৰ আগ্ৰহৰ বস্তুৰ দৰে হৈ পৰে; কিন্তু সিমানতো তেওঁৰ কবি অন্তৰ জীয়াই থকা হেতুকে দুয়োটাৰ সংযোগত এক শ্ৰেণীৰ ৰাজনৈতিক গীতৰ জন্ম হয়। এই স্তৰত প্ৰথম ছোৱাৰ কল্পনা বিলাস আড়ষ্ট হৈ পৰে; Weather-cock-অৰ দৰে কবিৰ অন্তৰে নতন প্ৰেমাস্পদৰ ফালে মুখ ঘৰাই ললে। আমি



বুজিব লাগিব, কল্পনা বিলাসৰ বিশৃঙ্খলাৰ খেলি-মেলি লগা "উদ্ভ্ৰান্ত প্ৰেমে" এতিয়া "সমজাতীয় সহানুভূতিলৈ" মোট সলাইছে। আমি আগতে কবিৰ জীৱনৰ ওপৰত তেওঁৰ কাব্য কেনেভাৱে প্ৰতিষ্ঠিত তাক দেখুৱাবলৈ চেষ্টা কৰিছিলোঁ; এতিয়া দেখিলোঁ 'তুমি'ৰ কবিতা তেওঁৰ জীৱনত প্ৰতিফলিত হৈছে—"কৰুণা ৰঞ্জিত হিয়া সমাজৰ পুৰুষ উদাৰ"—

ধীৰ, স্থিৰ মহাজন
খাটি খাটি গোটেই জীৱন;
সমাজক উজ্জ্বলোৱা
ঢালি ঢালি জ্ঞানৰ কিৰণ।

১৯২১-ত তেওঁ কাৰাবৰণ কৰে। কাৰাবাসে ওস্কাৰ ৱাইল্ডৰ দুৰন্ত হৃদয় শাঁত কৰি *Ballad of the Reading Gaol* আৰু *De Profundis*-অৰ জন্ম দিয়াৰ দৰে আমাৰ কবিকো সম্পূৰ্ণ এক চিন্তাত অভিভূত কৰি পেলালে; তেওঁ আগতকৈও তীব্ৰভাৱে অনুভৱ কৰিলে—"জাতি মোৰ তেজ, জাতি মোৰ মঙহ, জাতি মোৰ অস্থি, জাতি মোৰ মজ্জা। জাতিৰ গতি যিফালে, সেইফালে কাতি হোৱাটো মোৰ অনিবাৰ্য্য কথা।" (জেল কাহিনী—চেতনা, চতুৰ্থ বছৰ, অষ্টম সংখ্যা, চ'ত ১৮৪৪)। এই চৰম উপলব্ধিৰ মাজত *Songs of Cell*-অৰ বেছিভাগ গীতৰ উৎপত্তি। 'ব'লা ভাই আগুৱাই' গীতটি ১৯১৭-অত ডিব্ৰুগড়ত ৰচিত। ১৯১৯-ত জালিৱানৱালাবাগৰ হত্যাকাণ্ডৰে সঙ্কেত (cue) লৈ 'জাগ, জাগ ভাৰত সন্তান, হিন্দু মুছলমান জাগ' গীত কাৰাবাসৰ মাজত লিখা হয়। এইটি আৰু 'এইতো নহয় হাঁহি তামাচাৰ ভাগৰ জুৰুৱা গান' আৰু 'আজি দুশতাব্দী কাল তন্দ্ৰা-অলস ভাৰত আত্মা' বিদ্ৰোহৰ তীব্ৰ আহবান, clarion call. ইয়াৰ পিছত জেলৰ কষ্ট আৰু সেই কষ্টৰ মাজেদি নিজক কেনেকৈ পৱিত্ৰ কৰি দেশৰ দুখ মোচন কৰিব পাৰি, 'তই ভাঙিব লাগিব শিল', 'এইতো নহয় জেল দিয়া ভাই', 'আৰু কি দেখাবি ভয় কাৰাগাৰ', 'ধৰ ঝাড় ধৰ ভাই' এই বিলাকে তাকে কয়। ১৯২৬ ছনত পাণ্ডুত বহা জাতীয় কংগ্ৰেছৰ অধিৱেশনত 'আজি কাৰ কি আৱাহন' আৰু 'বন্দো কি ছন্দেৰে সমাগত বিৰাট নাৰায়ণ ৰূপ' সমস্বৰ গীতৰূপে গোৱা হয়। *Songs of the Cell*-অত ১৯১৯-ত লিখিত 'মোৰ জীৱন-মৰণ মথি, কি সুধানো তোমাক বুলি ভাবিছাহে, ৰথী' আৰু 'প্ৰভু, যিমানেই উধাই যাওঁ, মোৰ হিয়াৰ তেজেৰে

বোলাব তোমাৰি পদখনি যেন পাওঁ' এই দুটি ভক্তিমূলক গীতো সন্নিৱিষ্ট কৰা হৈছে। এই শতিকাৰ তৃতীয় দশকৰ শেষফালে কবিয়ে জীৱনৰ মূল প্ৰশ্নবোৰৰ কাষ চাপিবলৈ ধৰিলে। 'যি জীৱনত নিৰ্যাতনৰ ঘোৰ ঘৰষণ লাগি' (১৯২৯) আৰু 'কিহৰ বাবে আকাশ পাতাল' (১৯২৯) এই দুটা কবিতাত দুটা বেলেগ দৰ্শনে দেখা দিয়ে। প্ৰথমটো দুঃখক্লিষ্ট জীৱনৰ দৰ্শন আৰু দ্বিতীয়টো ৰাজনৈতিক মিস্টিচিজ্‌মৰ স্বপ্ন।

কবিৰ কাব্যই ক'ব লগীয়া কথা প্ৰায় সকলোখিনি এইখিনিতে শেষ পৰিছে। ইয়াৰ পিছত দুই-এটি খণ্ডকবিতা আৰু গীত মাজে মাজে প্ৰকাশ হৈছে; কিন্তু সি প্ৰথম দুটা স্তৰৰ বিস্তৃত অংশ বুলি ক'লেই হয়। 'অসমীয়া ডেকাৰ প্ৰতি', 'দেশৰ কথাৰ গীত', 'জীৱনৰ উদ্দেশ্য', 'জাগ ডেকা তেজ জাগ', 'কবি দিয়া মোক ঝাড়ুদাৰ', 'বেদনা-বিজয়' আদি ইয়াৰ সাক্ষ্য। এই কালডোখৰত সংৰক্ষিণী সভাৰ কাৰ্যত পাৰি-পাৰ্শ্বিক দুৰ্বলতাৰ হেতুকে নিৰুৎসাহৰ ভাবে দেখা দিয়ে।

কবিৰ অন্তৰত এটা উজ্জ্বল মানৱ-প্ৰেম বৰ্তমান। কিন্তু তাৰ লগে লগে অপৱিত্ৰতা, পাপ আৰু নিজৰ দেশ আৰু মানৱ-জাতিৰ বিৰোধী শক্তিবিলাকৰ প্ৰতি সদায় এক জলন্ত ঘৃণাও আছে। এই দুই তীব্ৰ অনুভূতিৰ মাজত মানুহজনত আৰু তেওঁৰ কাব্যত হাস্যৰসৰ অভাৱ হৈছে। তেওঁৰ আদি জীৱনৰ ৰহস্যবাদী আদৰ্শবাদ একপ্ৰকাৰ পলায়ণী (escapist) মনোবৃত্তিৰ পৰিচায়ক। কোলিৰিজৰ দৰে তেওঁৰো আছিল "সোণাময় আদৰ্শ, সিয়ে শেহত তেওঁৰ হাতত মাটিত পৰিণত হৈছিল।"

অৱশ্যে এই মাটিৰপৰাও যে ৰায়চৌধুৰীয়ে কবিতাৰ সৃষ্টি কৰিব নোৱাৰিছিল, এনে নহয়; কিন্তু সাধাৰণভাৱে তেওঁৰ কবিতাৰ ধাৰা ৰুদ্ধ হৈ পৰিছিল বুলিলেই হয়। তেওঁ ইচ্ছা কৰা হ'লে *Revolt of Islam* আৰু *Prometheus Unbound*-অৰ কবি হ'ব পাৰিলেহেঁতেন; কিন্তু নিখুত আদৰ্শৰ বিফল অভিযাত্ৰী *Alastor* আৰু *Epipsychidion*-অৰ কবি হৈয়ে ক্ষান্ত থাকিল। বাইৰণৰ দৰে তেওঁৰ সম্মোহক ব্যক্তিত্ব আৰু বিদ্ৰোহী অন্তৰ নৈ তেওঁ বাইৰণৰ দৰেই ভাব, কল্পনা আৰু ভাষাত এক অদ্ভুত ওজঃশক্তি প্ৰকাশ কৰিছে।

অম্বিকাগিৰী এজন মিস্টিক্ কবি। মিস্টিচিজম, অতীন্দ্ৰিয়বাদ, ছায়াবাদ বা ৰহস্যবাদ সম্বন্ধে এনে এটা প্ৰবন্ধৰ ভিতৰত প্ৰপঞ্চি কোৱা দুৰূহ কাম। ইয়াৰ সংজ্ঞা ঠিক কৰাও সহজ নহয়। ই চিন্তা বা কেতিয়াবা অনুভূতিৰ এক বিশেষ স্তৰ মাথোন। ই এফালে দাৰ্শনিক ভাব-ধাৰা, আৰু আনফালে ই ধৰ্ম-মতৰ আভ্যন্তৰীণ। দৰ্শন হিছাপে ছায়াবাদ মাত্ৰ



তৰ্কৰ বিষয়; কিন্তু ধাৰ্মিকসকলৰ কাৰণে মিস্টিচিজ্‌ম ঈশ্বৰ উপলব্ধিৰ (communion with the divine essence) কাৰ্যকৰী পথ ছায়াবাদী দৰ্শনে এক সৰ্ব-ব্যাপী, সৰ্ব-শক্তিমান আৰু অন্তৰ্যামী সত্তাৰ পৰিকল্পনা কৰে; এই সত্তাত পৰিদৃশ্যমান জগতে একত্ব লাভ কৰে। এই মতবাদৰ লগত সৰ্বেশ্বৰবাদ (Pantheism) প্ৰায় একে। কিন্তু কাৰ্যকৰী পন্থী ছায়াবাদীসকলে সৰ্বশক্তিমান সত্তাৰে (ব্ৰহ্ম, পৰমাত্মা, ভগৱান, ঈশ্বৰ, পৰম পুৰুষ, Supersoul, Supreme Being আদি অনেক আখ্যা যাক দিয়া হৈছে) সাক্ষাৎকাৰ হ'বলৈ বিচাৰে। সাধাৰণতে যোগ-সাধনাৰ ভিতৰেদি সেই ক্ৰম সমাধা হয়। যোগৰ বলত পঞ্চময় বহিৰ্জগতৰ লগত সম্বন্ধ বিচ্ছিন্ন হ'লেই অন্তৰত নতুন অনিৰ্বচনীয় জ্যোতিয়ে দেখা দিয়ে। এই নতুন প্ৰকাশেই ভগৱৎ-উপলব্ধি আৰু আত্ম-সমাধি। তাতেই মিস্টিক বা যোগী-সাধকৰ প্ৰকৃত জীৱনৰ পৰিণতি। সেই পৰিণতিৰ আশাতে তেওঁ উন্মত্ত; ভগৱন্তৰ লগত দুঃসহ বিচ্ছেদেই মিস্টিকৰ অন্তৰত স্থায়ী অনুভূতি। এক ছায়াময় বা প্ৰহেলিকাৰ ভাব তেওঁৰ মনত সদায় আছে। মিস্টিকৰ লগত ভগৱন্তৰ সম্বন্ধ সৰ্বেশ্বৰবাদৰ কায়িক বা নৈসৰ্গিক একত্বৰে একে নহয়।

ঈশ্বৰ সম্বন্ধে বা ঈশ্বৰৰ প্ৰকৃতিৰ লগত একে বুলি কবিতা লিখিলেই সি মিস্টিক কবিতা নহ'বও পাৰে। বৰং একেবাৰে ঈশ্বৰৰ নাম-গোন্ধ নোহোৱাকৈও মিস্টিক কবিতা হ'ব পাৰে। তাৰ উপৰিও নানা ধৰ্মৰ নৰ-নাৰায়ণৰ সম্বন্ধৰ পাৰ্থক্য ভগৱৎ-উপলব্ধিৰ তীব্ৰতা বা উন্মাদনাত। এই তীব্ৰ সম্বন্ধই ভক্তৰ হৃদয়ত থকা জাগতিক সম্বন্ধবোৰ লেহুকা কৰি পেলায়, আৰু নিজৰ সুকীয়া ব্যক্তিত্বৰ ভাবো দুৰ্বল হৈ যায়। কাৰণ মিস্টিকৰ বাবে একপ্ৰকাৰ ব্ৰহ্ম সত্য জগৎ মিথ্যা। "The type character to which mysticism is allied is passive, sensuous and feminine, rather than independent, masculine and ethically vigorous." হিন্দু ধৰ্মৰ সৰ্বেশ্বৰবাদ আৰু মায়াবাদ আৰু বৌদ্ধধৰ্মৰ অনীশ্বৰবাদ উভয়েই ভাৰতক মিস্টিচিজমৰ হকে এক উৰ্বৰ ভূমি কৰি তুলিছিল। উপনিষদৰ কবি-ঋষিসকলে ব্ৰহ্মক আনন্দ বা ৰস-ৰূপে সকলোতে বিৰাজমান দেখিছিল। বৰ্তমান যুগত সেই ছায়াবাদৰ প্ৰহেলিকা। ৰবীন্দ্ৰ-ৰচনাত সৰ্বেশ্বৰবাদো বিৰল নহয়:

হে সুন্দরী বসুন্ধরে, তোমা পানে চেয়ে
কতবার প্রাণ মোর উঠিয়াছে গেয়ে

প্ৰকাণ্ড উল্লাসভাৰে ইচ্ছা কৰিয়াছে
সবলে আকড়ি ধৰি এ বক্ষের কাছে
সমুদ্ৰ মেখলা পৰা তব কটিদেশ......।

ইছলামৰ একেশ্বৰবাদ আৰু নানা নীতিৰ বাধ্য-বাধকতাৰ প্ৰতিবাদ-স্বৰূপে পাৰস্যত নৱম শতকত ছায়াবাদী ছূফীবাদৰ জন্ম। ছূফীসকলে ক'লে, ভগৱানত আত্ম-সমাধি লাভৰ একমাত্ৰ উপায় প্ৰেম; মানৱ-প্ৰেমেই ঈশ্বৰ-প্ৰেমত পৰিণতি লাভ কৰে; নৰ-নাৰীৰ মাজৰ আসক্তিয়েই ভগৱৎ-আসক্তিৰ সাক্ষীস্বৰূপ। হাফেজ ছাদীৰ কবিতা সুৰা আৰু কামিনীৰ প্ৰশংসাৰে মুখৰ। কিন্তু মিস্টিকসকলৰ মতে প্ৰেমসম্ভূত আনন্দৰ লগত সমাধিৰ আৰু মদৰ জালৰ লগত ভগৱৎ-দৰ্শনৰ উন্মাদনাৰ নিবিড় সম্বন্ধ। ওমৰ খায়য়ামো চাৰ্বাকৰ নিচিনা এপিকিউৰিয়ান দাৰ্শনিক। একমাত্ৰ ৰুমিৰ মিস্টিচিজম আধ্যাত্মিক আৰু ধৰ্ম-সংযত। তেওঁৰ মিস্টিক কবিতাবোৰ সাধাৰণতে সমাধিৰ সময়ত ৰচিত।

আধুনিক কবিসকলৰ ভিতৰত ডব্লিউ. বি. য়েট্‌ছকো মিস্টিক কবি বুলি ধৰা হয়। কাৰণ আয়াৰ্লেণ্ডো আছিল ভাৰতৰ দৰেই ছায়াবাদৰ জন্ম-ভূমি আৰু কেল্‌টিক জাতিৰ আবাসস্থান। এই প্ৰসঙ্গত কিছুকালৰ আগৰ ৱীলিয়াম্ ব্লেক, ডি. জি. ৰছেটি আৰু ক্ৰীস্টিনা ৰছেটিৰ নাম লোৱা হয়। ৱাল্ট হুইটমেনো এজন মিস্টিক কবি; তেওঁ জগতত আনন্দৰ বাণী আৰু নৰ-নাৰীৰ গৌৰৱৰ বাণী প্ৰচাৰ কৰিছিল। জগতৰ সৌন্দৰ্যৰ শোভাযাত্ৰাৰ লগত ফুৰি ফুৰি হুইটমেনে মৃত্যুৰ সিপাৰে অনন্তৰ আহ্বান শুনিছিল আৰু সেই সৌন্দৰ্যৰ বুকুত ভগৱানৰ ছায়া-মূৰ্তি দেখা পাইছিল:

I hear and behold God in every object,
Yet understand God not in the least,
Nor do I understand who then can be
More wonderful than myself.

# অম্বিকাগিৰীৰ নাট

ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা

ৰায়চৌধুৰী এগৰাকী কবি, বলিষ্ঠ চিন্তাশীল গদ্য শিল্পী আৰু বিপ্লৱী দেশপ্ৰেমিকৰূপেহে পৰিচিত, নাট্যকাৰৰূপে পৰিচয় তেখেতৰ বিশেষ নাছিল। তেখেতৰ লগত নাট্যমঞ্চৰ গভীৰ সম্পৰ্কও নাছিল, অভিনেতাৰূপেও সুখ্যাতি লাভ কৰিবলৈ তেখেতে প্ৰয়াস কৰা নাছিল। নিজে অভিনেতা নহৈ বা নাট্যমঞ্চৰ লগত বিশেষ সম্পৰ্ক নথকাকৈ সফল নাট্যকাৰৰূপে পৰিচয় দিয়া টান, এনে হোৱা পৃথিৱীৰ নাট্য সাহিত্যৰ ইতিহাসত বৰ কমেই দেখা যায়। ৰায়চৌধুৰী আছিল হাড়ে-হিমজুৱে দেশপ্ৰেমিক। নিজৰ দেশখনৰ আৰ্থিক, নৈতিক আৰু ৰাজনৈতিক উৎকৰ্ষ সাধনাত সহায় কৰাই তেওঁৰ জীৱনৰ আদৰ্শ আছিল। এই কাৰণেই অসমৰ উন্নতিকল্পে বিভিন্ন অনুষ্ঠানত যোগ দিছিল আৰু নিজেও অনুষ্ঠান গঢ়ি তুলিছিল। চফল ডেকা বয়সৰ সন্ত্ৰাসবাদী কাৰ্য্যকলাপৰপৰা কংগ্ৰেছৰ মাজেদি প্ৰৌঢ় বয়সৰ অসম সংৰক্ষিণী মতবাদলৈকে একেটা ভাবধাৰাৰ অভিব্যক্তি তেখেতৰ জীৱনত পাওঁ, সেয়ে হৈছে ভাৰতৰ ভিতৰত অসমৰ স্বকীয়া অস্তিত্ব প্ৰতিষ্ঠাপন আৰু অসমৰ সৰ্বতোপ্ৰকাৰ উন্নতি সাধন। তেখেতৰ বক্তৃতা, ভাষণাৱলী সৰহভাগ কবিতা আৰু গদ্য ৰচনা জ্বলন্ত দেশপ্ৰেমৰে অভিব্যক্তি। সেই হিচাবে নাট কেইখনো দেশপ্ৰেমৰে এটা ভুমুক। কিন্তু কবি আৰু গদ্য শিল্পী হিচাবে ৰায়চৌধুৰীৰ স্বকীয় ব্যক্তিত্ব যেনেকৈ ৰচনাত পৰিস্ফুট হৈছে, নাটকত তেওঁৰ ব্যক্তিত্বৰ প্ৰকাশ নঘটিল। হয়তো নাট্য-মাধ্যম ৰায়চৌধুৰীৰ প্ৰতিভাৰ অনুকূল নাছিল, কেৱল দেশপ্ৰেমৰ আবেগত ৰচনা কৰিবলৈ প্ৰয়াস কৰিছিল। দৰাচলতে কবলৈ গ'লে সাহিত্য ৰচনা ৰায়চৌধুৰীৰ আংশিক জীৱনাভিব্যক্তি মাথোন, ই তেওঁৰ জীৱনৰ কৰ্মব্যাকুলতাৰ আংশিক মানসিক অভিব্যক্তি। সেই কাৰণে সকলো ৰচনাতে তেওঁ ব্যক্তি প্ৰতিভাৰ স্বাক্ষৰ নাই, নাটকত সেই কাৰণেই

ৰায়চৌধুৰীৰ ব্যক্তি মানসৰ স্পষ্ট ছায়া দেখা নাপাওঁ। প্ৰয়োজন বোধত নাইবা নাটক লিখোঁ বুলি লিখিলে সি নাটকৰ কায়া পৰিগ্ৰহ হয়তো কৰিব, কিন্তু নাটকৰ প্ৰাণ প্ৰতিষ্ঠা কিমান দূৰ হ'ব সন্দেহজনক।

ওপৰৰ আলোচনাৰপৰা এই কথা কব পাৰি যে ৰায়চৌধুৰীয়ে নাট্য-ৰচনাৰ অন্তৰালত নাট্য প্ৰেৰণাতকৈ দেশপ্ৰেমৰ আবেগৰ প্ৰভাৱে অধিক-ভাৱে ক্ৰিয়া কৰিছিল। কবিতা আৰু গদ্য ৰচনাত দেশপ্ৰেমৰ লগতে আন্তৰিক প্ৰেৰণাৰ সংযোগ ঘটাত লিখকৰ ব্যক্তিত্ব সেইবোৰত মূৰ্তিমান হৈ পৰিছিল। গতিকে নাট্য সাহিত্যই ৰায়চৌধুৰীৰ প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে বুলি ক'লে সত্যৰ অপলাপ হ'ব, তথাপি ৰায়চৌধুৰীৰ কৰ্ম-চঞ্চল মানুহজনৰ প্ৰতিভাৰ এটি অপৰিস্ফুট বা অকৰ্ষিত দিশ এটিলৈ নাট কেইখনে আমাৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ নাথাকে।

তেখেতে কেবাখনো নাট ৰচনা কৰিছিল যদিও দুখন নাটহে পূৰ্ণ অৱস্থাত পোৱা যায়। তাৰে এখন 'জয়দ্ৰথ বধ' ছপা হৈ ওলাইছে, আৰু আনখন 'কল্যাণময়ী' নামত আৱাহনত ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল। 'কল্যাণময়ী'ৰ পূৰ্ণাঙ্গ পাণ্ডুলিপিও আছে। 'বন্দিনী ভাৰত' নামে এখন দেশাত্মবোধক নাটৰ কপি চৰকাৰে বাজেয়াপ্ত কৰাত নাটখন সমূলে নষ্ট পালে। ইয়াৰ বাহিৰেও আৰু এখন নাটৰ ডুখৰীয়া পাণ্ডুলিপি পোৱা গৈছে। সেইখন হৈছে 'শিখিধ্বজৰ দানপৰীক্ষা' বা ভক্তগৌৰৱ। পুৰাণৰ কাহিনী সম্বলিত এই নাটখনো সম্পূৰ্ণ কৰিছিল যদিও বৰ্তমানে কেৱল অংশবিশেষহে অৱশিষ্ট আছে। গতিকে 'জয়দ্ৰথ বধ' আৰু 'কল্যাণ-ময়ীতে' নাটকীয় আলোচনা আবদ্ধ ৰাখিব লগা হৈছে।

'জয়দ্ৰথ বধ' ১৯১১ চনত ৰচনা কৰিছিল; আজিৰপৰা দুকুৰি যোল বছৰৰ আগতে। এইখন পশ্চিমীয়া ধৰণৰ ৰঙ্গমঞ্চক উদ্দেশ্য কৰি ৰচা নাটক নহয়। মুকলি মঞ্চৰ যাত্ৰাভিনয়ৰ উদ্দেশ্যে ইয়াক ৰচনা কৰিছিল। সেই সময়ত নামনি অসমত—বিশেষকৈ বৰপেটাত বিভিন্ন উৎসৱ উপলক্ষে ঙলা যাত্ৰাভিনয় প্ৰচলন আছিল। অসমীয়া ধৰ্ম-সংস্কৃতিৰ কেন্দ্ৰস্থল বৰপেটাৰপৰা বঙলা যাত্ৰাভিনয় অপসাৰণ কৰি মাতৃভাষাৰ নাট্যাভিনয় প্ৰচলন কৰাৰ উদ্দেশ্য লৈ তেখেতে যাত্ৰাভিনয় লিখিবলৈ হাতত লয়। এই প্ৰসঙ্গত তেখেতে 'জয়দ্ৰথ বধ'ৰ পাতনিত লিখিছে—

"নিমন্ত্ৰিত আমি আটাইবিলাক গৈ মেলত ওলালোঁ। উপস্থিত সকলোৰে এখন এখনকৈ ৪।৫ খন বঙলা নাটৰ কথা ক'লে, মই অকলে অসমীয়া ভাষাৰ নাটৰ কথা ক'লোঁ। আন কেইজনে উপলুঙা কৰি ক'লে, অভিনয় কৰি সুখ পোৱা কথা ৰচনৰ অসমীয়া ভাষাত হেনো নাটক নাই



আৰু হবও নোৱাৰে।......মই অপমানৰ আঘাতত জোৰেৰে প্ৰতিবাদ কৰি ওলাই আহিলোঁ।"

"....(আইৰ কথা মতেই) কৌৰৱ পক্ষৰ সপ্তৰথীয়ে অন্যায় ৰণনীতিৰে একেলগে আক্ৰমণ কৰি অৰ্জুনপুত্ৰ বালক বীৰ অভিমন্যুক জয়দ্ৰথৰ দ্বাৰা হত্যা কৰোৱা আৰু সেই বাবে সূৰ্য্যাস্তৰ আগতে অৰ্জুনৰ জয়দ্ৰথবধক বধ কৰা কঠোৰ প্ৰতিজ্ঞাৰ আখ্যানটোকেই মই বাছি ললোঁ। সেই সময়তে বৰপেটা নগৰত চাৰিটা যাত্ৰাদলে 'ৰাম বনবাস', 'সীতাহৰণ' 'কীচক বধ', 'যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞ', 'নল দময়ন্তী' আদি বঙলা নাটৰ যাত্ৰাভিনয় চলাই আছিল। মুকলি মঞ্চৰ বাবে যাত্ৰানাট লিখাৰ ধৰণ বুজিবলৈ বঙলা নাট কেইখনমান মই গোটাই ললোঁ। কাৰণ সেই সময়ত এই বিষয়ত মই বৰ কেঁচা। অৱশ্যে কিছু ভাব বঙলা নাটৰপৰা লোৱা হৈছিল।"

নাট্যকাৰৰ ওপৰৰ উদ্ধৃতিৰপৰা বুজা যায় যে বঙলা যাত্ৰানাটৰ আদৰ্শত অসমীয়া ভাষাত ভঙ্গ অমিত্ৰাক্ষৰী ৰীতিত প্ৰথম নাট ৰচনা কৰিবলৈ লয়। এই যাত্ৰা নাটৰ লক্ষণ 'জয়দ্ৰথ বধ'ত আৰু পৰৱৰ্তী 'কল্যাণময়ী' আৰু 'শিখিধ্বজৰ দানপৰীক্ষা'তো লক্ষ্য কৰা যায়। জয়দ্ৰথ বধৰ চৰিত্ৰসমূহৰ বচনবোৰলৈ লক্ষ্য কৰিলে দেখা যায় যে বচনবোৰৰ নাটকীয় গুণতকৈ বক্তৃতাধৰ্মী গুণ অধিক পৰিস্ফুট। চুটি, নাট্যধৰ্মী আৰু প্ৰভাৱশীল বচনতকৈ বক্তৃতাধৰ্মী উচ্ছ্বাসপূৰ্ণ দীৰ্ঘোক্তি বচনবোৰৰ বৈশিষ্ট্য। যাত্ৰা-নাটকৰ সংলাপ মুখ্যতঃ বিবৃত্তিমূলক, কাহিনীও সৰল গতিত আগবাঢ়ে। কাহিনী বহিদ্বন্দ্বই প্ৰধান, চৰিত্ৰৰ বিবদমান প্ৰবৃত্তিবোৰৰ মাজত সাধাৰণতে অন্তৰ্দ্বন্দ্ব নাথাকে। গীতৰ সঘন পৰিবেশন যাত্ৰানাটৰ অন্যতম বৈশিষ্ট্য। উপকাহিনীৰ দ্বাৰা কাহিনীৰ জটিলতা সৃষ্টি কৰা নহয়। কাহিনীৰ একোটি সামান্য সূত্ৰ অৱলম্বন কৰি চৰিত্ৰৰ ভাবাবেগ সৃষ্টি কৰা হয়, আৰু ভাবাবেগ যিমানেই প্ৰবল হয়, চৰিত্ৰৰ উক্তিও সিমানেই ভাবাবেগপূৰ্ণ আৰু দীঘলীয়া হৈ পৰে আৰু তেনেস্থলতে গীতৰ স্বাভাৱিকতে প্ৰয়োগ হয়। 'জয়দ্ৰথ বধ'লৈ লক্ষ্য কৰিলে আমি দেখা পাওঁ যে পৌৰাণিক কাহিনীটোৰ কোনো মৌলিক পৰিবৰ্তন নকৰি সৰলভাৱেই পৰিণতিৰ পথত আগবঢ়াই নিছে। যি সামান্য পৰিবৰ্তন সাধন কৰিছে তাক প্ৰতিভাৰ পৰিচায়ক বুলি কব নোৱাৰিলেও নতুনত্ব বৰ্জিত নহয়। নাটকীয় ঘটনাক ই জটিল কৰি তোলা নাই। পৰিবৰ্তনটো এনে—শ্ৰীকৃষ্ণই মায়াদেৱীৰ সহায়ত সূৰ্য্য মাৰ নৌ যাওঁতেই সন্ধ্যা আগত বুলি কৌৰৱ পাণ্ডৱ পক্ষক প্ৰত্যয়-মান কৰাই অৰ্জুন আৰু দ্ৰোণাচাৰ্য্যৰ প্ৰতিজ্ঞা ৰক্ষা কৰাত সহায় কৰিলে। মূল পৌৰাণিক কাহিনীত শ্ৰীকৃষ্ণই সুদৰ্শন চক্ৰৰ দ্বাৰা সূৰ্য্যক আবৰি ৰাখি

অৰ্জুনৰ প্ৰতিজ্ঞা ৰক্ষা কৰাত সহায় কৰে। দ্ৰোণাচাৰ্য্যৰ প্ৰতিজ্ঞাৰ কথা মূল কাহিনীত নাই। নাট্যকাৰে ভক্তৰ কতো পৰাজয় নাই আৰু ভগৱানে ভক্তক সকলো সময়তে ৰক্ষা কৰে—এই ভাবটো একাধিক চৰিত্ৰৰ মাজেদি ফুটাই তুলিবলৈ চেষ্টা কৰিছে।

প্ৰথমতে ব্ৰাহ্মণ বেশেৰে কৃষ্ণই কৰ্ণক দ্ৰোণাচাৰ্য্যৰপৰা সেনাপতিত্ব গ্ৰহণ কৰিবলৈ বিৰত কৰিছে, কাৰণ অৰ্জুনৰ দৰে কৰ্ণও প্ৰকৃততে মহৎ, উদাৰ আৰু পৰম ভক্ত, তেওঁ জয়দ্ৰথক ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞা কৰি সেনাপতিত্ব গ্ৰহণ কৰিলে কৃষ্ণৰ পক্ষে অৰ্জুনৰ জয়দ্ৰথবধৰ প্ৰতিজ্ঞা সাৰ্থক কৰোৱা টান।

কৰ্ণক বিৰত কৰিলে যদিও, সেনাপতিৰূপে দ্ৰোণাচাৰ্য্যয়ো প্ৰতিজ্ঞা কৰিলে যে তেওঁ জয়দ্ৰথক অৰ্জুনৰ হাতৰপৰা ৰক্ষা কৰিবই, নহ'লে তেওঁ প্ৰতিজ্ঞাভ্ৰষ্ট হৈ যেন ঘোৰ নৰকত পৰে, দ্ৰোণাচাৰ্য্যও কৃষ্ণৰ পৰম ভক্ত, অৰ্জুনৰ গুৰু। গতিকে তেওঁক প্ৰতিজ্ঞাভ্ৰষ্ট কৰি অৰ্জুনৰ প্ৰতিজ্ঞা সাফলোৱা কৃষ্ণৰ পক্ষে সম্ভৱ নহয়, সেই কাৰণেই কৃষ্ণই কৈছে—

"জয়দ্ৰথ বধ কৰা অৰ্জুনৰ পক্ষে
নহয় কঠিন কাম,
কিন্তু দুয়োজন ভক্ত লৈ
পৰিছোঁ বিষম সংকটত।
ভক্ত ধনঞ্জয়ে কৰিছে প্ৰতিজ্ঞা
'সূৰ্য্যাস্তৰ ভিতৰত জয়দ্ৰথ বধ।
ভক্ত দ্ৰোণাচাৰ্য্যে তাত প্ৰতিদ্বন্দ্বী হৈ
কৰিছে প্ৰতিজ্ঞা—
সূৰ্য্য অস্ত যোৱালৈকে নিৰ্বিঘ্নে ৰাখিব বুলি—
সিন্ধু নৃপতিক।
কাৰ কথা অৱহেলি, কাৰ কথা ৰাখোঁ
দুয়োজন সম ভক্ত মোৰ,—
সেই বাবে ভাবিছোঁ মনত,
ছলনাৰে ভক্ত পণ কৰিম পূৰণ।"

মায়াৰ আৱৰণৰ ফলত আন্ধাৰে আবৰি ধৰিলে। দ্ৰোণাচাৰ্য্যৰ ৰক্ষা-ব্যুহৰপৰা সূৰ্য্যাস্ত হ'ল বুলি জয়দ্ৰথ ওলাই আহিল—অৰ্জুনৰ অগ্নিত আত্মাহুতিৰ দৃশ্য চাবলৈ। 'দ্ৰোণৰ প্ৰতিজ্ঞা বল। জয়দ্ৰথ দ্ৰোণাচাৰ্য্যৰ ৰক্ষাব্যুহৰপৰা



ওলাই অহাৰ পাচতে মায়াই আন্ধাৰৰ আবৰণি আতঁৰালে, সূৰ্য্য তেতিয়াও মাৰ যোৱা নাই। অবক্ষিত জয়দ্ৰথক অৰ্জুনে সূৰ্য্যাস্তৰ আগতে পাই বধ কৰে। অৰ্জুনৰো প্ৰতিজ্ঞা ৰক্ষা হয়। যাত্ৰা নাটৰ সুৰতে ইয়াতো ভক্তিবাদক প্ৰাধান্য দি কৃষ্ণৰ মাহাত্ম্য প্ৰদৰ্শিত হৈছে। উপকাহিনী সংযোজিত নোহোৱাৰ কাৰণে আৰু মূল কাহিনীত মৌলিক পৰিবৰ্তন নঘটোৱাৰ কাৰণে কাহিনী সবল গতিত আগবাঢ়িছে। এই খিনিতে মনত ৰাখিব লাগিব যে যি সকল দৰ্শকক উদ্দেশ্য কৰি এই নাট ৰচিত হৈছিল তাৰ সৰহ ভাগেই মুকলি মঞ্চৰ যাত্ৰাভিনয় দৰ্শনত অভ্যস্ত আছিল। সেই সময়ত লাউড্ স্পিকাৰ বা বিজুলী বাতিৰ ব্যৱহাৰ হোৱা নাছিল। গতিকে মঞ্চৰ চাৰিকাষে বহু দূৰলৈকে দৰ্শকসকলে শুনাকৈ অভিনেতাসকলে বচন মাতিব লগাত পৰিছিল। এনে পৰিস্থিতিত সংলাপ বক্তৃতাধৰ্মী, বিবৃত্তিমূলক আৰু উচ্ছ্বাসপ্ৰধান হোৱাটো স্বাভাৱিক। নিম্নস্বৰত বন্ধা সংলাপ অভিনেতাই দৰ্শকৰ মনত লগাকৈ আবৃত্তি কৰা টান। জয়দ্ৰথ বধৰ সংলাপ বা চৰিত্ৰৰ বচনসমূহ সেই কাৰণেই উচচ সুৰত বন্ধা আবেগ ধৰ্মী আৰু ঠায়ে ঠায়ে বিবৃত্তিমূলক। অভিনেতাই সমবেত দৰ্শকৰ সকলোৱে শুনাকৈ গুৰু গম্ভীৰ বা উচচ স্বৰে এইবোৰ আবৃতি কৰিব পাৰে।

জয়দ্ৰথবধৰ আন এটা বৈশিষ্ট্য হ'ল ছোকৰাৰ গীত। আগতেই কৈ অহা হৈছে যে যাত্ৰানাটৰ গীত এটা প্ৰধান অঙ্গ, চৰিত্ৰৰ ভাবোচ্ছ্বাসৰ আতিশয্যৰ মুহূৰ্তত একোটি ছোকৰাৰ গীতেৰে তেওঁৰ মনৰ ভাব সুৰৰ সহায়ত প্ৰকাশ কৰা হৈছে। ৰায়চৌধুৰীৰ নাটৰ পাতনিত কেনেকৈ তেওঁ অসমীয়া পুৰণি গীতপদৰ সুৰ সংযোজনা কৰি নাট্যাভিনয় দৰ্শকৰ গ্ৰহণীয় কৰি তুলিছিল সেই বিষয়ে উল্লেখ কৰিছে। যাত্ৰানাটকৰ কাহিনী সাধাৰণতে সুপৰিচিত হোৱা কাৰণে, তাৰ চৰিত্ৰৰ কাৰ্য্যকলাপ আৰু ঘটনাৰ পৰিণতি দৰ্শকৰ সাধাৰণতে জনা থাকে। থিয়েটাৰ নাটকৰ ঘটনাৰ চমৎকাৰিকত্ব আৰু চৰিত্ৰৰ জটিলতাৰ যি আকৰ্ষণ সেই আকৰ্ষণৰ অভাৱ যাত্ৰা নাটত কিছু পৰিমাণে পূৰণ কৰা হয় সঙ্গীত মাধুৰ্য্যৰ দ্বাৰা। জয়দ্ৰথ বধ যাত্ৰাধৰ্মী হোৱাৰ কাৰণেই গীতৰ আধিক্য বিশেষভাৱে লক্ষ্য কৰা যায়। বহুক্ষেত্ৰত এনে ঠাইতো চৰিত্ৰৰ ভাব ছোকৰাৰ গীতৰ যোগেদি প্ৰকাশ কৰিছে যি ঠাইত আধুনিক ৰুচিৰ বা থিয়েটাৰ অভ্যস্ত দৰ্শকে সহ্য কৰিবলৈ টান পাব। যাত্ৰাৰ দৰ্শকক হয়তো তেনে ঠাইত গীতৰ সংস্থাপনে একো বিপৰীত প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰে। উদাহৰণ স্বৰূপে সদ্যবিধৱা শোকাতুৰা উত্তৰাৰ কৰুণগীত তিনিটাই থিয়েটাৰত বিপৰীত

প্ৰতিক্ৰিয়াহে সৃষ্টি কৰাৰ সম্ভাৱনা আছে, যাত্ৰাভিনয়ত হয়তো দৰ্শকে চকুপানী টুকিব।

নাটখনৰ চৰিত্ৰ সৃষ্টিৰ কালে নাট্যকাৰে বিশেষ দৃষ্টি নিক্ষেপ কৰা নাই, চৰিত্ৰবোৰৰ পৌৰাণিক ৰূপ অব্যাহত ৰাখিবলৈ চেষ্টা কৰিছে। অৱশ্যে পৌৰাণিক ৰূপ অব্যাহত ৰাখিবলৈ যোৱাৰ ফলত প্ৰবীণ চৰিত্ৰবোৰৰ স্বকীয় বৈশিষ্ট্য প্ৰকাশ পাইছে। মহাভাৰতৰপৰা যুধিষ্ঠিৰ, ভীম, অৰ্জুন, কৰ্ণ, দ্ৰোণাচাৰ্য্য, শ্ৰীকৃষ্ণ আদিৰ চৰিত্ৰ সম্পৰ্কে জনসাধাৰণৰ যি এটা সাধাৰণ ধাৰণা সৃষ্টি হয়, নাটকত তাৰ অন্যথা হোৱা নাই। কিন্তু নাটৰ প্ৰধান চৰিত্ৰ হিচাপে জয়দ্ৰথে দৃষ্টি আকৰ্ষণ কৰিব পৰা নাই, এই চৰিত্ৰক বৰ নিষ্প্ৰভ কৰি ৰখা হ'ল। খন্তেকৰ কাৰণে দেখা দিলেও, নাৰী চৰিত্ৰৰ ভিতৰত উত্তৰা আৰু সুভদ্ৰাতকৈ দুঃশীলা ( জয়দ্ৰথপত্নী ) আৰু দ্ৰৌপদীয়ে দৃষ্টি আকৰ্ষণ কৰে। ক্ষত্ৰিয় ৰমণীৰ তেজোদীপ্ত বাক্যই দ্ৰৌপদীক স্বকীয়তা দান কৰিছে। অভিমন্যু বধৰ প্ৰতিশোধ লবলৈ পাণ্ডৱক ইতস্ততঃ কৰা দেখি দ্ৰৌপদীয়ে কৈছে—

> আহা তেন্তে মোৰ সতে বীৰৰ ৰমণী
> চাই লক বীৰশ্ৰেষ্ঠ ক্ষত্ৰিয় সমাজে,
> চাওক পঞ্চ পাণ্ডৱে
> চাওক পাণ্ডৱ সখি দেৱ নাৰায়ণে,
> নাৰীৰ প্ৰাণত, প্ৰতিহিংসা কিমান প্ৰবল।
> পুত্ৰহন্তা শতুৰুক ভস্ম কৰি দিয়া।
> কিমান প্ৰচণ্ড অগ্নি,
> বুকু ভৰি আছে জননীৰ।
> থাকা তুমি ধৰ্মৰাজ,
> থাকা কৃষ্ণ কমললোচন
> থাকা বীৰ ভীম ধনঞ্জয়
> বীৰত্ব ভেমত ফুলি—
> থাকা যত বীৰকুল পাণ্ডৱপক্ষৰ
> সুভদ্ৰাক লৈ আজি আহিল দ্ৰৌপদী
> মৃত পুত্ৰ মুখ চিন্তি প্ৰতিশোধ লব।"

যাত্ৰাভিনয়ক উদ্দেশ্য কৰি ৰচনা কৰা কাৰণেই নাটখন কলেবৰত ডাঙৰ। পাঁচটা অঙ্কৰ ১৬ টা গৰ্ভাঙ্কত নাটত বিভক্ত। কোনো কোনো



গৰ্ভাঙ্ক অস্বাভাবিকৰূপে দীঘল। মুকলি মঞ্চত দৃশ্য পৰিবৰ্তনৰ সুচল নথকা কাৰণেই গৰ্ভাঙ্ক বহুসময়ত দীঘল কৰিবলগীয়াত পৰে আৰু একেটা গৰ্ভাঙ্কতে বেলেগ দৃশ্য কৰি দেখুৱাব লগা ঘটনাও সামৰি থোৱা হৈছে (দ্বিতীয় অঙ্কৰ প্ৰথম গৰ্ভাঙ্কলৈ মন কৰক)।

'জয়দ্ৰথ বধ'ৰ প্ৰায় একে সময়তে ৰচনা কৰা আনখন পৌৰাণিক যাত্ৰানাট হ'ল 'ভক্ত গৌৰব' বা 'শিখিধ্বজৰ দান পৰীক্ষা'। কাহিনী মহাভাৰতৰ জৈমিনীয় আশ্বমেধিক পৰ্বৰ কৃষ্ণভক্ত ৰজা শিখিধ্বজ ৰজাৰ আত্মত্যাগৰ ভক্তিমূলক কাহিনী আৰু তেওঁক পুতেক তাম্ৰধ্বজৰ বীৰত্ব আৰু ত্যাগৰ পৰিচয়, পাণ্ডৱৰ যজ্ঞাশ্ব ৰত্নৱতী নগৰত প্ৰৱেশ কৰাত যুৱৰাজ তাম্ৰধ্বজে যজ্ঞাশ্ব বান্ধি থয়, ফলতঃ শিখিধ্বজৰ সৈন্যৰ লগত পাণ্ডৱ সৈন্যৰ সংঘৰ্ষ হয়। অৰ্জুনসহ পাণ্ডৱ সৈন্য তাম্ৰধ্বজৰ হাতত পৰাজিত হয়। কৃষ্ণই ছদ্মবেশেৰে শিখিধ্বজক প্ৰতিজ্ঞাবদ্ধ কৰাই তেওঁৰ ভক্তি আৰু দানৰ চৰম পৰীক্ষা লয়। ৰজাই আত্মত্যাগৰ মাজেদি ভক্তিৰ পৰকাষ্ঠা প্ৰদৰ্শন কৰে, অৱশেষত দুয়ো পক্ষৰ সন্ধি হয়। নাটখন খণ্ডিত ; সবহ ভাগ অংশ নাই। গতিকে সৰহভাগ অংশ নষ্ট হোৱাত অৱশিষ্ট অংশৰ ওপৰত ভেটি কৰি সম্যক আলোচনা সম্ভৱ নহয়। কিন্তু যি অংশ পোৱা যায়, তাৰপৰাই এইখনো ভক্তিপ্ৰধান যাত্ৰানাট বুলি সহজে ধৰিব পাৰি। 'জয়দ্ৰথ বধ'ৰ দৰেই ভঙ্গ অমিত্ৰাক্ষৰ ছন্দত ৰচিত এই নাটত নাট্যকাৰে উপকাহিনী সংযোগ কৰি নাটকীয় কাহিনীৰ চমৎকাৰিত্ব বঢ়োৱাৰ চেষ্টা কৰিছে। এহাতে যুৱৰাজ তাম্ৰধ্বজৰ প্ৰেমপ্ৰাৰ্থিনী প্ৰতিভা আৰু ইন্দুমতী আৰু আনফালে সিংহাসনৰ কাৰণে ষড়যন্ত্ৰকাৰী সেনাপতি সঞ্চণ আৰু তেওঁৰ লগৰীয়া পুষ্পক—এওঁলোকক লৈ কাহিনী জটিল আৰু কৌতুকাৱহ কৰিবলৈ চেষ্টা কৰিছে। নাটখন খণ্ডিত হোৱাৰ কাৰণে ঘটনাবিকাশৰ ৰীতি আৰু পৰিণতি সম্পৰ্কে সম্পূৰ্ণকৈ জনা সম্ভৱ নহয়। কিন্তু সঞ্চণ আৰু পুষ্পকৰ ষড়যন্ত্ৰই বিশেষ ৰূপ লোৱাৰ আগতেই সিহঁতৰ অপমৃত্যু ঘটাই কাহিনীৰ সম্ভাৱনা বহু পৰিমাণে নষ্ট কৰা হ'ল। জয়দ্ৰথবধৰ দৰেই সংলাপ ৰচনাত পৰিমিতাচাৰৰ অভাৱ, বহুবল্কিতা লক্ষ্য কৰা যায়। উচ্ছ্বাসপূৰ্ণ, ভাবাবেগপ্ৰধান উক্তিৰ সঘন প্ৰয়োগ এটা লক্ষণীয় বৈশিষ্ট্য।

'কল্যাণময়ী' নাটৰ পটভূমি ঐতিহাসিক যদিও কাহিনীৰ ৰূপায়ণ ঐতিহাসিক তথ্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। চক্ৰধ্বজ সিংহৰ দিনৰ শৰাইঘাটৰ যুদ্ধৰ আলম লৈ এই নাট ৰচিত হৈছে যদিও, ঐতিহাসিক তথ্য আৰু বিৱৰণৰ প্ৰতি নাট্যকাৰে দৃষ্টি ৰখা নাই।

প্ৰধান নায়িকা কল্যাণময়ী কাল্পনিক চৰিত্ৰ, ফুকনৰ জীয়েক (কোন ফুকন নাম নাই)। এই কল্যাণময়ীয়ে মোগল সৈন্যক পথভ্ৰষ্ট কৰি শেষ যুদ্ধত নাৰী সৈন্যেৰে আক্ৰমণ কৰি আহত হয়। এই কল্যাণময়ীয়ে ফুকনক যুদ্ধলৈ উৎসাহ দিয়ে আৰু শান্তিকামী কল্যাণময়ীৰ প্ৰেমাকাঙ্ক্ষী চক্ৰধ্বজক মোগলৰ বিৰুদ্ধে অস্ত্ৰ লবলৈ প্ৰতিজ্ঞা কৰোৱায়। বীৰ ৰমণীয়ে বীৰকহে পূজা কৰে, কাপুৰুষক নহয়, গতিকে চক্ৰধ্বজে কল্যাণময়ীৰ প্ৰেম লাভ কৰিবলৈ হ'লে প্ৰথমতে মোগলক পৰাজয় কৰিব লাগিব—এয়ে আছিল কল্যাণময়ীৰ কামনা। নাটৰ শেষত আমি দেখা পাওঁ যে পৰাজিত ৰামসিংহ যুদ্ধত আহত কল্যাণময়ীক নি চক্ৰধ্বজৰ হাতত সমৰ্পণ কৰিছে।

কাহিনী ঐতিহাসিক তথ্যৰ ওপৰত নিৰ্ভৰশীল নহয় আৰু ঘটনাৰ ঐতিহাসিক ক্ৰমো ৰক্ষা কৰা নাই। বৰং ই ঐতিহাসিক পটভূমিত ৰচনা কৰা কাল্পনিক নাটহে। ৰামসিংহ আৰু মিৰজুমলাক একেখন ৰণৰে দুজন অধিনায়কৰূপে দেখুৱা হৈছে, অসমৰ মন্ত্ৰী আৰু ফুকনৰ নাম নাই আৰু তেওঁলোকে নাটত প্ৰধান অংশ গ্ৰহণো কৰা নাই। মোগলৰ পৰাজয়ত কল্যাণময়ীয়ে আৰু তেওঁৰ সখী কুসুমিকাৰ নেতৃত্বত নাৰী বাহিনীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰা দেখুৱাইছে। নাৰীচৰিত্ৰ কেইটাৰ কাৰ্য্য-কলাপ অস্বাভাৱিক হৈছে,—গোটেই নাটখনত ৰোমাণ্টিক ভাবকল্পনাই প্ৰাধান্য লাভ কৰিছে। চৰিত্ৰসমূহৰ ভাবচিন্তা আৰু উক্তিত দেশোদ্ধাৰৰ জল্পনা-কল্পনাই প্ৰধানকৈ ঠাই পাইছে, সেই কাৰণে দেশপ্ৰেমৰ উচ্ছ্বাস এই নাটৰ প্ৰধান বৈশিষ্ট্য। কাহিনীৰ সুসংবদ্ধ বিকাশ আৰু বিন্যাস দেখা নাযায়, গতিকে এটি নিটোল ৰূপ ফুটি উঠা নাই। নিম্নশ্ৰেণীৰ চৰিত্ৰৰ যোগেদি সৃষ্টি কৰা খুহটীয়া দৃশ্য কেইটাৰ লগত মূল কাহিনীৰ কোনো সংযোগ নাই, তেলপানীৰ দৰে সি পৃথক হৈ আছে। চৰিত্ৰ সৃষ্টিতো বিশেষ সফলতা লাভ কৰিছে বুলি কব নোৱাৰি, কাৰণ চৰিত্ৰবোৰ স্বকীয়তা বৈশিষ্ট্যেৰে উজ্জ্বল হৈ পৰা নাই। কল্যাণময়ীৰ চৰিত্ৰত অসাধাৰণত্ব আৰোপিত হৈছে যদিও, তাক বিশ্বাসযোগ্য স্তৰলৈ ৰূপান্তৰিত কৰিব পৰা নহ'ল। কিন্তু এটাই কেইখন নাটতে ৰায়চৌধুৰীৰ জ্বলন্ত দেশপ্ৰেম আৰু আবেগ-প্ৰৱণ মনৰ পৰিচয় পোৱা যায়। তেখেতৰ জ্বালাময়ী প্ৰতিভা বিকাশৰ হয়তো উপযুক্ত মাধ্যম নাটক নাছিল। 'বীজমুপ্তমিবোষৰে'ও হয়তো হ'ব পাৰে।

# অম্বিকাগিৰীৰ ছন্দকলাৰ বিষয়ে

**শ্ৰীনৱকান্ত বৰুৱা**

যি সকলে অম্বিকাগিৰী ৰায়চৌধুৰীৰ কণ্ঠত স্বৰচিত কবিতাৰ আবৃত্তি শুনিছে তেওঁলোকে সম্ভৱতঃ মন কৰিছে, কবিৰ কণ্ঠত আধুনিক নাটকীয় ভঙ্গীৰ আবৃত্তিয়ে ক্ৰমে সুৰৰ ফালে গতি কৰে। সঙ্গীতৰ তালৰ দৰেই সুবিন্যস্ত আৰু স্পষ্ট লয় বা ছন্দস্পন্দ তেওঁৰ কণ্ঠৰ এই সুৰাভিমুখী গতিৰ কাৰণ।

কবিতা শব্দৰ শিল্প, ধ্বনিৰ কলা। আখৰৰ নিৰ্বিকাৰ ৰূপত কবিতাৰ দেহৰ গঠন প্ৰকৃততে ধৰা নপৰে। শব্দৰ উচ্চাৰিত ৰূপতহে কবিতাৰ ছন্দৰ চৰিত্ৰ ধৰা পৰে। কবিতাৰ লয় বিভাগ সুস্পষ্ট হ'লে, তীব্ৰধ্বনিৰ পিচত নীৰৱতাৰ বিৰতি পৰিলে কণ্ঠস্বৰৰ উত্থান-পতনো তীব্ৰ হয় আৰু আবৃত্তিৰ ভঙ্গী একপ্ৰকাৰ নৃত্য-লহৰযুক্ত হয়। লয়বিভাগ অপেক্ষাকৃত মৃদু হ'লে, যতিৰ পূৰ্বস্থ ধ্বনিত উচ্চাৰণৰ তীব্ৰতাৰ প্ৰয়োজন নহ'লে আবৃত্তিত একপ্ৰকাৰ সাৱলীলতা পৰিলক্ষিত হয়। এই পদ্ধতিত ধ্বনিৰ উচ্চতাও সিমান ওখ নহয়, নিম্নতাও সিমান তললৈ নানামে। কিন্তু আবৃত্তি কৰোঁতাই নিজ ইচ্ছাৰে যি কোনো ধৰণে কবিতা পঢ়িম বুলি পঢ়িব নোৱাৰে। কবিতাৰ আবৃত্তিভঙ্গী নিহিত থাকে তাৰ ছন্দৰীতিতেই। আৰু এই ছন্দৰীতি নিৰ্ণীত কৰিব পাৰি যুগ্ম ধ্বনিৰ (closed syllable) চৰিত্ৰৰ প্ৰতি লক্ষ্য কৰি।

যুগ্ম ধ্বনিৰ উচ্চাৰণৰ পাৰ্থক্যই আমাৰ ভাষাত দুটা ছন্দৰীতিৰ জন্ম দিছে, মাত্ৰাবৃত্ত আৰু যৌগিক। যৌগিকত আছে সাৱলীলতা, আৰু আমাৰ পয়াৰ জাতীয় ছন্দ এই যৌগিক ৰীতিৰে অন্তৰ্গত। মহেন্দ্ৰ বৰাই বিচাৰ কৰি পাইছে, অসমীয়া ভাষাৰ 'সাত অষ্টমাংশ' কবিতা যৌগিক ৰীতিৰ। অসমীয়া ছন্দশিল্পৰ বুৰঞ্জীত দৰাচলতে মাত্ৰাবৃত্ত ছন্দ নাই, কিন্তু তাৰ বীজ আছিল। (মাত্ৰাবৃত্ত ছন্দত স্থান নিৰ্বিশেষে যুগ্মধ্বনিত

দুই মাত্ৰা—তাৰ বাবে যুগ্মধ্বনি বিশ্লিষ্ট কৰোঁতে তীব্ৰ ধ্বনিতৰঙ্গৰ সৃষ্টি হয়।) প্ৰাচীন অসমীয়া সাহিত্যত মাত্ৰাবৃত্ত ছন্দ ব্যৱহাৰ কৰা হৈছিল আমাৰ ভটিমা, নাটৰ গীত আৰু বৰগীতত। কিন্তু সেইবোৰৰ আবৃত্তি 'পাঠ'ৰ ৰীতিত নহৈছিল—সেইবোৰ সুৰ কৰি গোৱা হৈছিল। গতিকে তাৰ লয়বিভাগ সাঙ্গীতিক হে আছিল, কাবিক্য নাছিল। সেইকাৰণেই সম্ভৱতঃ মাত্ৰাবৃত্ত ছন্দৰীতি অসমীয়াত দেখা নগ'ল। আমাৰ স্বাভাৱিক কোমল উচ্চাৰণৰীতিও তাৰ বাবে দায়ী। বৈষ্ণৱ যুগৰ মাত্ৰাবৃত্তৰ ভাষা সাধাৰণতে ব্ৰজাৱলীহে—অসমীয়া নহয়।

অম্বিকাগিৰীৰ ছন্দৰ কথা কওঁতে এই বিশেষ কথাটো মন কৰিবলগীয়া। কাৰণ মাত্ৰ কেইজনমান কবিয়েহে প্ৰকৃত মাত্ৰাবৃত্ত ছন্দৰ ব্যৱহাৰ অসমীয়া ভাষাত কৰিছে আৰু তাৰ ভিতৰত অম্বিকাগিৰী অন্যতম। অম্বিকাগিৰীৰ আগবয়সৰ ৰচনা 'তুমি'ৰ ছন্দৰীতি একান্তভাৱে যৌগিক। কিন্তু সেই সময়ত ৰচা গীতবোৰৰ ছন্দৰীতি মাত্ৰাবৃত্তৰ। তাল-মান সম্বলিত গীতত সুস্পষ্ট মাত্ৰাৰ ব্যৱহাৰ স্বাভাৱিকেই।

'তুমি' কাব্যৰ এই উদাহৰণটি লোৱা যাওক :

তুমি | দাপোণ আগতলই |
চাই চাই | আপোন মাধুৰী,
মিচিকি মিচিকি হাঁহি |
মুগ্ধ হোৱা | ৰূপহী লাহৰী।

এই স্তৱকটোৰ প্ৰতিটো চৰণ ওঠৰ মাত্ৰাৰ। প্ৰথম চৰণৰ তুমি অংশটো হ'ল পৰ্বপ্ৰান্তিক ( cat.l.ctic )। ইয়াৰ 'মুগ্ধ' শব্দটো বিশেষকৈ মন কৰিবলগীয়া, কাৰণ ইয়াত দুটা ধ্বনি আছে মুগ্ আৰু ধ। প্ৰথমটো যুগ্ম, দ্বিতীয়টো অযুগ্ম। কিন্তু দুয়োটো ধ্বনিতে ইয়াত এক-মাত্ৰাৰ হে ব্যৱহাৰ হৈছে। মাত্ৰাবৃত্তত হোৱা হ'লে মুগ্ধ শব্দটোত তিনি মাত্ৰা পোৱা গ'লহেঁতেন। সাত অষ্টমাংশ অসমীয়া কবিতাৰ ছন্দৰীতিৰে অনুগামী হৈ অম্বিকাগিৰীয়ে যৌগিক ছন্দতেই তেখেতৰ 'কবিতা' ৰচনা কৰিছিল। কিন্তু 'গীত' ৰচনাৰ পৰত তেওঁ প্ৰাচীন ৰীতিৰ মাত্ৰাবৃত্ত ব্যৱহাৰ কৰিছিল :

দেশ দেশ জুৰি | লাখ লাখ ভূপতিয়ে |
গালে আহি মূৰ্ত্ত গা | য়ত্ৰী।



প্ৰথম উদাহৰণৰ মুগ্ধ আৰু দ্বিতীয় উদাহৰণৰ মূৰ্ত্তৰ অৱস্থানজনিত উচ্চাৰণলৈ মন কৰিলেই দুই ছন্দৰীতিৰ পাৰ্থক্য 'কাণ'ত পৰিব। আগবয়সৰ বহুতো চুটি কবিতাত মাত্ৰাবৃত্ত ৰীতিৰ ব্যৱহাৰ লক্ষ্য কৰা যায় :

এইতো নহয় হাঁহি ধেমালিৰ
ভাগৰ জুৰোৱা গান।
* *
ৰাণীৰ ওঁঠত ফটিকা এটুপি পি,
যুগ বহু শত আছিলোঁ নিচাল দি,
স্বপ্নবিভোৰ তন্দ্ৰা-হালুক
মত্ত চিতৰ পাল
ৰঙাই বোলাই চৰিল কিমান
অবুজ বেথাৰ জাল।

কিন্তু তাৰে সমকালীন 'বিশ্বদোলন,' 'আদ্যন্তহীন চুমাভিযান' সম্পূৰ্ণৰূপে যৌগিক ৰীতিত ৰচা। সেই সময়ছোৱাত যেন কবি এই দুই ছন্দৰীতিৰ দোলনাত দুলিছে। তেওঁৰ সঙ্গীতজ্ঞ কণ্ঠই মাতিছে মাত্ৰাবৃত্তৰ পিনে, আৰু তেওঁৰ কাব্যিক মনে তেওঁক যৌগিকতে আৱদ্ধ ৰাখিব খুজিছে। পিচলৈ ক্ৰমে তেওঁ মাত্ৰাবৃত্ত ৰীতিৰে একান্ত সাধক হৈ পৰিলগৈ। তেওঁৰ পিচৰ বয়সৰ প্ৰায় সকলোবোৰ কবিতাৰ ছন্দবিন্যাস মাত্ৰাবৃত্তৰ। তাৰ কাৰণ বোধকৰোঁ গানৰ কবিতামুখী যাত্ৰা।

মাত্ৰাবৃত্ত ছন্দত তৎসম শব্দৰ প্ৰাচুৰ্য্যৰ কথা মহেন্দ্ৰ বৰা আদি ছান্দসিকসকলে উল্লেখ কৰিছে। শেষৰ ফালৰ কবিতাত অম্বিকাগিৰীয়ে দেশীয় শব্দৰাজিতো মাত্ৰাবৃত্তসুলভ চৰিত্ৰ বিচাৰি পাইছে আৰু তাক বিচিত্ৰ অথচ সাৰ্থকভাৱে ব্যৱহাৰ কৰিছে। আৰু উল্লেখযোগ্য যে কামৰূপ অঞ্চলৰ শব্দ আৰু উচ্চাৰণ পদ্ধতিৰ অৱলম্বনত কবিয়ে এই সাৰ্থকতা লাভ কৰিছে :

'খোৰা' হলে—
তেজ-মঙহে হাড়ে-ছালে
নাড়ী-পেটু, নোম-নেঙুৰে, গোবৰ-ভোহে,
ময়লা কণো ৰেহাই নিদি
গোটেই গিলি খাবি,—
* *

বিজুলী ধাৰ জিভাত জলাই লকলক্‌কৈ অগ্নি 'ছিটাই',

*

জ্ঞান বিজ্ঞান শাণত 'ধাবাই' ৰাক্ষসী খক 'ধাবাল' কৰি,

অপ্ৰাসঙ্গিক হ'লেও এটা কথা মন কৰিব পাৰি, কামৰূপ অঞ্চলৰ উচ্চাৰণ পদ্ধতিয়ে কবিৰ ছন্দত যি দৰে এটা স্থানীয় শক্তি আৰোপ কৰিছে, সেইদৰে 'মিল'ৰ ব্যৱহাৰতো এই স্থানীয় উচ্চাৰণ পদ্ধতিৰ প্ৰভাৱ স্পষ্ট :

সাহ তলবল নিৰ্ভয় চিত
অ'মোৰ দেশৰ জীয়াৰী পো,—
দেশৰ নাচিত ঘৰৰ ভেটিত
খোপ নেৰিবি, খোপ দি ৰ—

সাধাৰণ প্ৰচলিত অসমীয়া উচ্চাৰণত পো আৰু ৰ ৰ (অ আৰু ও ৰ) ধ্বনি সাম্য নাই। কিন্তু কামৰূপ অঞ্চলত অ আৰু ও ৰ উচ্চাৰণ প্ৰায় একেই আৰু ৰ বোলোঁতে প্ৰায় ৰও বা ৰ' যেন শুনায়।

মাত্ৰাবৃত্তৰ ধ্বনিস্পন্দনৰ মহিমা অম্বিকাগিৰীৰ সুন্দৰভাৱে আয়ত্বৰ ভিতৰত। সেইবাবে সেই ছন্দৰীতি নানান ধৰণে ব্যৱহাৰ কৰি পয়াৰধৰ্মী অসমীয়া কাব্যত তেওঁ মুক্তিৰ সুৰ শুনালে :

ভাঙি গুড়ি কৰা | ধুমুহা আহিছে | —আহক
বিশ্বা শবদে | বজ্ৰ গাজিছে | —গাজক
আগ্নেয়গিৰি | উল্কা উৰিছে | —উৰক
ভূমিকম্পত | ধৰণী ফাটিছে | —ফাটক

এই উৎকলিতাংশৰ প্ৰতিটো শাৰীৰ প্ৰথম দুই-পৰ্ব ৬ মাত্ৰাৰ। তাৰ পিচত এটা অপূৰ্ণ পৰ্ব। এই অপূৰ্ণ পৰ্বটো প্ৰকৃততে মাত্ৰাবৃত্তৰ নহয়, গদ্যৰ। কেৱল মাত্ৰ দ্বিতীয় ধ্বনিটো (হক, জক, ৰক, টক) অলপ দীৰ্ঘ কৰি ছন্দবিন্দুৰ আয়ত্বলৈ অনা হৈছে। কিন্তু এই অপূৰ্ণ পৰ্বটোৱেই এই অংশৰ প্ৰতিটো ভাৱৰ সম্পূৰ্ণতা আৰু প্ৰকাশৰ দৃঢ়তা প্ৰতিপন্ন কৰিছে। ইয়াতেই যেন বক্তা অম্বিকাগিৰীয়ে দেখা দিছেহি কাব্যত। সেইবাবেই সম্ভৱতঃ 'বেদনাৰ উল্কা'ত থকা বহুতো কবিতাৰ সম্পূৰ্ণ পৰ্ববিন্যাস কৰা কঠিন অথচ ছন্দপতন হোৱা বুলিও ধৰিব নোৱাৰি। উচ্ছ্বাসৰ তীব্ৰতাত



বক্তব্যৰ আবেগত তেখেত গদ্যলৈ নামি গৈছে। 'বিহুৱাঁকায়ে যিটো লাগে তাকে দিব—লোৱা' কবিতাটোতো সম্পূৰ্ণৰূপে গদ্যতেই লিখা।

এই চমু আৰু লৰালৰিকৈ লিখিবলগীয়া প্ৰবন্ধটোত অম্বিকাগিৰীৰ কাব্যৰ ছন্দ পৰিক্ৰমা কৰা সম্ভৱপৰ নহয়। কিন্তু ছন্দৰ ফালৰপৰা বিচাৰ কৰিলে এটা কথা সম্ভৱতঃ প্ৰতীয়মান হ'ব যে কবিতাৰে আৰম্ভ কৰি গানৰ মাজেৰে গৈ বক্তৃতাৰে তেখেতৰ জীৱনায়ন সম্পূৰ্ণ হৈছে। 'বক্তৃতা' বোলোঁতে অৱশ্যে দেশৰ দুৰ্দশাত বিভিন্ন বিষয়ে দিয়া তেখেতৰ স্পষ্ট অথচ কাব্যিক মতামতৰ কথা কোৱা হৈছে।

আগবয়সৰ ৰহস্যবাদী কবি আৰু গীতিকাৰ অম্বিকাগিৰীক অসমৰ মানুহে দেশপ্ৰেমিক নেতা হিচাবেই বেচি চিনি পালে। আৰু কবিয়েও যেন সেই চিনাকিটোকেই আৰু স্পষ্ট কৰিবৰ বাবে কলম ধৰি গ'ল। এইটো হৰ্ষ নে বিষাদৰ কথা স্পষ্টকৈ কোৱা কঠিন।

# ৰায়চৌধুৰীৰ 'অনুভূতি'

**শ্ৰীহেমন্তকুমাৰ শৰ্মা**

অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী আছিল একাধাৰে কবি, গীতিকাৰ, গায়ক, নাট্যকাৰ, শক্তিশালী গদ্যলেখক, সাংবাদিক, সমাজ-সংস্কাৰক, গণ-আন্দোলন-সংগঠক আৰু ৰাজনীতি-চিন্তাবিদ্‌। ৰায়চৌধুৰীৰ ইমানবোৰ গুণৰ ভিতৰতো তেওঁৰ প্ৰতিভাৰ দুটা প্ৰধান দিশ আমাৰ চকুত পৰে; সেয়ে হ'ল তেওঁৰ ৰহস্যবাদী কবিতাসমূহ আৰু উগ্ৰ জাতীয় প্ৰেম। সৌৰজগতৰ অসংখ্য জ্যোতিষ্কৰ মাজত চন্দ্ৰ-সূৰ্য্য অধিক দীপ্তিৰে আলোকিত কৰাৰ দৰে এই দুই প্ৰতিভায়ো যেন অম্বিকাগিৰীৰ জীৱন-আকাশ সমুজ্জ্বল কৰি তুলিছে।

কবি অম্বিকাগিৰীৰ জীৱনৰ আগ বয়সত ৰচিত 'তুমি' কাব্য আৰু সৰহখিনি কবিতাত ৰহস্যবাদ সুস্পষ্ট। কিন্তু দেশৰ বিভিন্ন সমস্যা আৰু ৰাজনৈতিক পৰিস্থিতিয়ে কবিৰ চিন্তাধাৰা আনফালে ঢাল খুৱাই দিয়ে। ফলত ৰায়চৌধুৰীৰ পিচৰ বয়সত লিখা ভালেমান কবিতাত ৰহস্যবাদতকৈ কবিৰ স্বদেশ আৰু মানৱ-প্ৰীতিহে অধিক স্পষ্ট হৈ প্ৰকাশ পাইছে।

'অনুভূতি' অম্বিকাগিৰীৰ তৃতীয় প্ৰকাশিত কবিতা পুথি। ইয়াৰ আগতে তেওঁৰ 'তুমি' কাব্য (১৯১৫) আৰু 'বীণা' (১৯১৭) কবিতা-পুথি ওলাই অসমীয়া কাব্য-জগতত এক আলোড়নৰ সৃষ্টি কৰিছিল। 'অনুভূতি'ৰ প্ৰথম প্ৰকাশ ১৯৫৪ চনত যদিও ইয়াত সন্নিৱিষ্ট কবিতা-কেইটি (মুঠ সংখ্যা তিনি কুৰি দুই) ১৯১০ চনৰপৰা ১৯৫৪ চনৰ ভিতৰত ৰচিত আৰু 'চেতনা', 'আসাম-বান্ধৱ', 'আৱাহন', 'ডেকা অসম', 'ৰামধেনু', 'বিহলঙনি', 'বীণা' আদি কাকতত প্ৰকাশিত। 'অনুভূতি'ৰ বিষয়ে কবি ৰায়চৌধুৰীয়ে নিজেই লিখি গৈছে—

"মোৰ গোটেইটো জীৱনত কাব্যিক ছন্দৰ নিৰৱচ্ছিন্ন ঢাল ৰক্ষা নাই। কোনো মুহূৰ্তত কাব্যিক ছান্দিক ঢাল এটা ঠন ধৰি উঠিবলৈকে



কাও-বাও কৰি কিছুদূৰ আগ বাঢ়িলেও, দেশৰ বাঞ্ছিত অবাঞ্ছিত নানান পৰিস্থিতিয়ে তাক আগ ভেটি ধৰি হয় কেঁকোৰা কৰি থয়, নাইবা আনফালে ঢাল খুৱাই লৈ গৈ তাত অকাব্যিক অছান্দিক হিল্লোল তোলে,—আৰু তাতেই মোৰ কাব্যিক ছন্দৰ লপলপীয়া গতিটোও লেউ-সেউ হৈ মূৰ্চ্ছাত পৰে। মোৰ গোটেইটো জীৱনত এইদৰে কাব্যিক-অকাব্যিক ছন্দ-অছন্দৰ উঠা-নমাৰ তাল-ফাল ইতিবৃত্ত ঘটি আহিছে;—আৰু সেইবাবেই মোৰ প্ৰায়বিলাক ছন্দতেই দৈশিক আৰু সামাজিক পৰিস্থিতিগত একোটা স্পৰ্শও আছে।" ( মোৰ একাষাৰ )

কবিৰ এই উক্তি 'অনুভূতি'ত সুস্পষ্টভাৱে প্ৰযোজ্য। কিয়নো গোটেই পুথিখনত 'তুমি' কাব্যৰ দৰে কোনো এটি ধাৰাবাহিক ভাব ৰক্ষা পৰা নাই। ইয়াত প্ৰধানকৈ দুটি ভাবৰ দ্যোতনা আছে; ৰহস্যবাদ আৰু স্বদেশ তথা মানৱ-প্ৰীতি।

ৰহস্যবাদী কবিসকলে সৃষ্টিৰ মূল তত্ত্ব বিচাৰে, তেওঁলোকে প্ৰকৃতিৰ বিচিত্ৰ সৌন্দৰ্য্যৰ মাজেৰে পৰম সত্তা বা ভগৱানৰ সৌন্দৰ্য্যৰ প্ৰতিচ্ছবি দেখিবলৈ পায়। সেই পৰম সত্তাক কোনো কোনো কবিয়ে কেতিয়াবা 'হৃদয়-দেৱতা', 'জীৱন-দেৱতা', 'বিচিত্ৰ-ৰূপিণী', 'মানস-সুন্দৰী' আদি নামেৰে অভিহিত কৰাৰ দৰে অম্বিকাগিৰীয়েও 'তুমি' কাব্যত 'তুমি' আৰু 'অনুভূতি'ত 'ৰাণী' আদি বুলি সম্বোধন কৰিছে। ৰবীন্দ্ৰনাথৰ 'মানস-সুন্দৰী'ৰ দৰে কবি ৰায়চৌধুৰীৰ 'ৰাণী'য়েও যেন কবিৰ লগত দূৰৈৰপৰাই খেলা কৰে। কবিয়ে নিচেই কাষতে পাবলৈ, চুমাৰে মৰম বিলাবলৈ বিচাৰে। কিন্তু ৰাণীয়ে ধৰা নিদিয়ে; ধৰিবলৈ গ'লেই পলাই আঁতৰে।

উন্মাদী চুমাৰে মই আহো আগুৱাই
ৰাণীয়ে নিদিয়ে ধৰা, আছে পিচুৱাই।
(আদ্যন্তহীন চুমাভিযান)

ৰবীন্দ্ৰনাথেও একে সুৰতেই 'মানস-সুন্দৰী'ক কৈছে—

অঞ্চল ধৰিতে গেলে পালাও চঞ্চল
কলকণ্ঠ হাসি।

কিন্তু কবিৰ গভীৰ বিশ্বাস যে, তেওঁৰ ৰাণীয়ে আজি এৰাই পলাই ফুৰিলেও এনে এটা দিন আহিব, যিদিনা তেওঁ পলাই গৈ বাটৰ শেষ সীমা পোৱাৰ পিচত আকৌ ঘূৰি আহি কবিক ধৰা দিব। কবিৰ এই

মিলনৰ তীব্ৰ আকাঙ্ক্ষা 'সমিধান', 'অভিসাৰ আহ্বান', 'চুমা বৰণ', 'তন্দ্ৰা-ভঙ্গ' আদি কবিতাতো স্পষ্টভাৱে প্ৰকাশ পাইছে। বাণীৰ কাৰণেই যেন কবিৰ চিত্তত—

ৰঙাই বোলাই চৰিল কিমান
অবুজ বেথাৰ জাল। (তন্দ্ৰাভঙ্গ)

এই বাণীয়েই কবিৰ জীৱন-সৰ্বস্ব, জয়দেৱৰ 'দেহি পদপল্লৱমুদাৰম্'

ইৰাৰ ওঠত
নহয়, পদত
অমৰ সুধা পিলোঁ। (তন্দ্ৰাভঙ্গ)

'সুৰীদৌত্য' কবিতাত কবিয়ে অন্তৰৰ বীণখনি বজাই তাৰ সুৰকেই দূত হিচাপে কল্পনা কৰি অজান দেশত থকা তেওঁৰ 'বেথা বিহ্বলা প্ৰিয়া'ক নিজৰ বাতৰি দিবলৈ কৈছে। প্ৰিয়াৰ দৰে কবিও বিৰহত অস্থিৰ। গতিকে এনে সময়ত যদি প্ৰিয়াই আহি কবিক অন্তৰৰ চেনেহ ঢালি চুমা খায়, তেন্তে কবিয়েও তেওঁক বুকুত সাবটি ধৰি শতজনমৰ দুখ-কষ্ট নাশৰ কৰিব পাৰিব। 'তুমি' কাব্যত কবিয়ে নিখিল বিশ্বৰ বিচিত্ৰ সৌন্দৰ্য্যৰ মাজত বিশ্বস্ৰষ্টাৰ সত্তা উপলব্ধি কৰাৰ দৰে এই কবিতাটোতো তেওঁ 'সুনীল সিপাৰে বহি' থকা এটি ৰহস্যময় সত্তাৰ কথা উপলব্ধি কৰিছে আৰু এই সত্তাটোকে কবিয়ে ইয়াত আখ্যা দিছে 'বেথা বিহ্বলা প্ৰিয়া' বুলি। কবিয়ে ভাবে, তেওঁৰ জীৱনৰ অপূৰ্ণতা সেই ৰহস্যময়ী প্ৰিয়াৰ মিলনৰ যোগেদিহে দূৰ হোৱা সম্ভৱ। কবি সেই প্ৰিয়াক পাবলৈ ব্যাকুল যদিও তেওঁ অসীমৰ বুকুলৈ প্ৰিয়াক বিচাৰি যাব খোজা নাই—প্ৰিয়া নিজে কবিৰ ওচৰলৈ আহিব বুলিহে কবিয়ে অন্তৰ-বীণৰ সুৰক দূত হিচাপে পঠিয়াইছে—প্ৰাচীন কাব্য 'মেঘদূত', 'হংসদূত' আদিৰ দৰে।

'লীলানন্দ' কবিতাত কবি নিজেই অনন্তৰ প্ৰতি ধাবিত হৈছে। কিন্তু স্ৰষ্টাই যেন তেওঁৰ লগত নানা ৰহস্যৰ খেলা খেলিছে; কিন্তু কবিক ধৰা দিয়া নাই। কবিয়ে সেই অনন্তৰ পিচে পিচে ঘূৰি ভাগৰি পৰিছে আৰু শেষত এই বুলি সান্ত্বনা লভিছে যে কবিৰ লগত এইদৰে ৰহস্যৰ খেলা খেলিয়েই পৰম সত্তাই আনন্দ লাভ কৰে। কিন্তু কবিয়ে কেতিয়াবা ভাবে যে, ভগৱানে যেন তেওঁক অৱজ্ঞা কৰিছে। সেই কাৰণে কবিৰ আত্মাভিমান জাগি উঠিছে। এইখিনিতেই আন আধ্যাত্মিক ভাবৰ কবিৰ মাজত অম্বিকাগিৰীৰ পাৰ্থক্য। তেওঁ কেতিয়াবা ভগৱানত বিলুপ্ত হবলৈ নিবিচাৰি ভগৱানৰ লগত সম-মৰ্য্যাদা প্ৰতিষ্ঠা কৰিবলৈ বিচাৰিছে।



ভগৱানে যদি তেওঁক অৱহেলা কৰে, তেন্তে তেওঁ ভগৱানৰ একো বস্তু ভিক্ষা নকৰে; কবি য'ত আছে সেয়ে বেচি আনন্দৰ ঠাই। কবিয়ে নিজৰ হিয়া 'ভাঙি ছিঙি সোধাই দিয়াতো' ভগৱানে অহঙ্কাৰ কৰি তেওঁক দেখা দিয়া নাই। গতিকে কবিয়ে ভগৱানৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি কৈছে—

তোমাৰ লগত আজি মই
মহাৰণ কৰিলোঁ ঘোষণা। (আত্মোন্মেষ)

কিন্তু কবিৰ এই অভিমান, এই বিদ্ৰোহ অলপ সময়ৰ কাৰণেহে; ই প্ৰেমাস্পদে প্ৰেমাস্পদক দেখুৱা কৃত্ৰিম খং-অভিমানৰ দৰেই ক্ষন্তেকীয়া। প্ৰকৃততে আন ৰহস্যবাদীসকলৰ দৰে কবিয়েও ভগৱানৰ অনন্ত ৰহস্য উদঘাটন কৰি তেওঁৰ লগত নিজকেই লীন নিয়াবলৈ বিচাৰিছে (বাটত)। 'আত্মদান' কবিতাত কবিয়ে কৈছে—তেওঁক 'প্ৰিয়ই' যেন কোনো 'অৰুণৰ উৰণ-দোলাত উঠি' আৰু কোনো 'গগনৰ গড় পায় হৈ' কবিৰ ওচৰলৈ আহিছে; কিন্তু যুগ-যুগান্তৰ, ধৰি বিৰহে ভৰা কবিৰ হিয়াখনি ভাগি-ছিগি গৈছে। তাকেই যদি 'প্ৰিয়'ই লৈ তৃপ্তি পাব খোজে, তেন্তে কবিয়ে আনন্দমনে দান কৰিব। ভগৱানৰ লগত মিলন হ'ব পৰাটোৱে ৰহস্য-বাদৰ চৰম অৱস্থা। এনে অৱস্থাত ৰহস্যবাদী কবি আৰু ভগৱান এক হৈ পৰে আৰু ভগৱানৰ গুণবোৰ লৈ কবিয়ে তৃপ্তি অনুভৱ কৰে। ৰায়-চৌধুৰীয়েও এনে তৃপ্তি অনুভৱ কৰি কৈছে—

তোমাৰ পুলক পৰশ লাগি
ফুলিল যি মোৰ ফুল হে প্ৰিয়!
ফুলিল যি মোৰ ফুল,—
তাৰ গোন্ধত জীৱন-মৰণ
বিভোৰ বিয়াকুল হে প্ৰিয়!
বিভোৰ বিয়াকুল। (কি লৱণু দিলা মোক)

সাংসাৰিক জ্বলা-যন্ত্ৰণা, বিৰহ-মৃত্যু কাৰো ইপ্সিত নহয় যদিও ৰহস্য-বাদীসকলৰ কাৰণে সেইবোৰো কাম্য; কিয়নো সেইবোৰৰ পীড়নতহে মানৱ-অন্তৰ জুইত পোৱা সোণৰ দৰে উজ্জ্বল তথা পৱিত্ৰ হয়; সেইবোৰেহে মানুহক পৰম সত্তাক বুজিবলৈ উপায় দিয়ে। আৰু সেই বিৰহ-মৃত্যুও কবিৰ প্ৰিয়তমা বা 'বাণী'-ৰূপী পৰম সত্তাৰহে দান—

সেই বিৰহৰ সেই মৰণৰ
ৰূপ ধৰি মোৰ প্ৰিয়া,
পৰিলেহে বুকু ভৰি মোৰ
হয় সুশীতল হিয়া। (পূৰ্ণতা)

'বিশ্ব-দোলন' নামৰ কবিতাটোত কবিয়ে তেওঁৰ মানস-প্ৰতিমা 'বাণী'ৰ লগত প্ৰণয়-লীলাৰ অভূতপূৰ্ব চিত্ৰ এটি আঁকি তাৰ যোগেদি অসীম অনন্তৰ লগত কবিৰ মিলন কামনা প্ৰকাশ কৰিছে। কবিয়ে বাণীৰে সৈতে একেলগে দুলিবলৈ এখন অভিনৱ দোলনাৰ কল্পনা কৰিছে:

জিল্‌মিল তাৰকামালাৰ ৰশ্মিসূতাৰে সুবিশাল নীলা আকাশৰ দুয়োমূৰে গাঁথি আৰু তাত বিৰহ-দলিচা পাৰি একেলগে বহিবৰ কাৰণে তেওঁ 'বাণী'ক আহ্বান জনাব। কবিৰ বিশ্বাস যে, বাণী আহিলে তেওঁৰ (বাণীৰ) সৌন্দৰ্য্যৰ যিখিনি অপ্ৰকাশ হৈ আছে, সেইখিনি লাহে লাহে প্ৰকাশিত হ'ব। পিচত দুয়ো একেলগে বহি অবিৰাম দোলন আৰম্ভ কৰিব। সেই দোলনত সমগ্ৰ বিশ্ব আলোড়িত হৈ উঠিব; দুয়োৰে মিলনৰ ফল-স্বৰূপেই যেন বিৰহ-ব্যথা নাইকিয়া হৈ জগত মিলনৰ আনন্দেৰে উপচি পৰিব। এইদৰে দেখা যায় যে, প্ৰথম স্তৰত কবিয়ে নাৰীৰ সৌন্দৰ্য্য মানৱী-ৰূপত বৰ্ণনা কৰিলেও পিচত কবিৰ দৃষ্টিভঙ্গীৰ প্ৰসাৰণৰ লগে লগে সেই নাৰী-মূৰ্তিয়েই এক বিৰাটৰ ৰূপ পৰিগ্ৰহ কৰিছে। ইয়াতেই ৰহস্য-বাদী কবিৰ কল্পনাৰ সাৰ্থকতা। ৰায়চৌধুৰীৰ 'দোলন' কবিতাৰ দৰে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'ঝুলন' কবিতাটোতো এনে ভাবৰ প্ৰকাশ আছে।

অম্বিকাগিৰী ৰায়চৌধুৰী মুখ্যতঃ ৰহস্যবাদী কবি যদিও দেশ-প্ৰেমৰ মহান মন্ত্ৰেৰে দীক্ষিত তেওঁৰ অন্তৰখনি আছিল বেদনাক্লিষ্ট-পীড়িতসকলৰ প্ৰতি সহানুভূতিশীল। সেয়েহে তেওঁ উপলব্ধি কৰে যে, অসীমৰ লগত মিলিত হবলৈ হ'লে সসীমত থকা দুঃখিতজনৰ লগত নিজৰ হিয়া বিলাই দিব লাগিব—

বেদনাক্লিষ্ট আৰ্তনাদত
নিবিলালে হিয়াখন,
অসীমক জুৰি পাম কিয় মই
মহান মিলন ধন? (তত্ত্বভেদ)



ৰায়চৌধুৰীৰ ব্যক্তিত্ব প্ৰধানকৈ দুটা দিশত দেদীপ্যমান—গভীৰ প্ৰেমানুভূতি আৰু স্বদেশ তথা মানৱ-প্ৰীতি। যেনেকৈ কবিৰ প্ৰেমানুভূতি প্ৰকৃতিৰ বিচিত্ৰ সৌন্দৰ্য্য নাৰীৰ ৰূপ আদিৰ মাজেদি 'অসীম'ৰ লগত মিলিত হৈছে তেনেকৈ তেওঁৰ চিন্তাৰ প্ৰধান সোঁত এটিও মানৱৰ কল্যাণ-কামনাৰ প্ৰতিও বাগৰি আহিছে। কবিয়ে ইচ্ছা কৰে, জগতৰ-পৰা হিংসা-দ্বেষ, তাচ্ছিল্য, অপমান, দুৰ্নীতি, দম্ভ, অহঙ্কাৰ এই সকলোবোৰ আঁতৰাই তাৰ ঠাইত শান্তি প্ৰতিষ্ঠা কৰিব। কিন্তু এনে কৰিবলৈ হ'লে জুইত পোৰা সোণৰ দৰে কঠোৰ দুখ-বেদনা, নিৰ্য্যাতন আদিৰে চেপা-খুন্দা খুৱাই জীৱন সুপৰীক্ষিত আৰু উজ্জ্বল কৰি তুলিব লাগিব। সংঘাত কবিৰ কাম্য। কিয়নো সংঘাতৰ দ্বাৰা জাগি উঠা ফিৰিঙতিৰ-পৰাই জীৱনত 'কাল বিজয়ী ৰুদ্ৰলীলা'ৰ অনলশিখা জ্বলি উঠি সি জীৱনৰ কলুষ-কালিমা পুৰি নিঃশেষ কৰে আৰু তাৰ ঠাইত ফুলাই তোলে—শ্ৰান্তি-বিহীন কৰ্মধাৰাৰ ছন্দে ছন্দে বিকশিত হোৱা বিচিত্ৰ জীৱন-ফুল। এইদৰে 'জীৱনৰ ৰূপ' কবিতাটিত মানৱ-জীৱনৰ আদৰ্শৰ লগতে কবিৰ ব্যক্তিগত জীৱনৰ প্ৰভাৱো অনুভৱ কৰা যায়।

অম্বিকাগিৰীয়ে আজীৱন অসম দেশৰ হকে মাত মাতিছিল; অসম-বাসীৰ স্বাৰ্থত আঘাত লাগিলেই তেওঁ বীৰদৰ্পে আগ বাঢ়ি আহি তাৰ প্ৰতিকাৰ কৰিবলৈ যত্ন লৈছিল। অম্বিকাগিৰী আছিল আগ্নেয়গিৰি সদৃশ। আগ্নেয়গিৰি উদগীৰণ হোৱাৰ দৰে অসম দেশৰ প্ৰতি কোনোবাই অন্যায় কৰা দেখিলে তেৰেঁা খং-বিদ্ৰোহ আদি ভাৱত জ্বলি-পকি উঠি বিৰুদ্ধ শক্তিৰ হিয়া কঁপাই তুলিছিল। এই অৰ্থত কোনোৱে তেওঁক প্ৰাদেশিকতাবাদী বুলি ক'লেও প্ৰকৃততে তেওঁৰ কবি-মন মুঠেও সঙ্কীৰ্ণ নাছিল। তেওঁ চিন্তা কৰিছিল সমূহ মানৱ জাতিৰ মান-গৌৰৱৰ কথা—মানৱ-জীৱনৰ বিশালত্বৰ কথা। কবিয়ে মানুহৰ শক্তি পৃথিৱী বিজয়তে সীমাবদ্ধ নহৈ অন্য গ্ৰহতো বিয়পি পৰাৰ কামনা কৰিছে এইদৰে—

বীৰ দাপেৰে গ্ৰহান্তৰত
তেজ-মণ্ডহে গৈ,
পাৰিলেহে উপনিৱেশ
স্থাপন কৰি ল'ব—
মানৱ জাতিৰ মান-গৌৰৱ
নিত্য নতুন হ'ব।

তেহে ধৰাৰ মানৱ-জীৱন
বিৰাট বিশাল হৈ,
সৃষ্টি ব্যাপি মানৱ জাতি
হ'ব চিৰস্থায়ী। (মানৱায়তন)

'গঢ়া কৰি মোক ঝাড়ুদাৰ' নামৰ কবিতাত স্বদেশ-প্ৰেমিক বায়চৌধুৰীৰ সংস্কাৰ-ধৰ্মী মনৰ ভাবধাৰা প্ৰকাশ পাইছে। সমাজৰ চকুত হেয় হ'লেও ঝাড়ুদাৰেই আবৰ্জনাবোৰ সাৰি চাফ কৰাৰ দৰে কবিয়েও সমাজৰ হীনতম ব্যক্তিজন হৈ হীনতা, নীচতা, স্বাৰ্থপৰতাৰ ধূলি-মাকতিবোৰ—মানুহৰ মনৰ কলুষ-কালিমাবোৰ ধুই নিকা কৰি জগতখন নতুন ৰূপত জাতিস্কাৰ কৰি তুলিব খুজিছে। দ্বিতীয়তে, মহাদেৱে বিষপান কৰি নীলকণ্ঠ হোৱাৰ দৰে কবিয়েও সংসাৰৰ এই আবৰ্জনাবোৰ নিজেই মূৰ পাতি লবলৈ বিচাৰিছে। ইয়াতেই অম্বিকাগিৰীৰ কবি-মনৰ শক্তি আৰু মহত্বৰ প্ৰকাশ। 'অভ্যুদয়', 'আকাঙ্ক্ষা' আদি কবিতাত কবিৰ দেশাত্মবোধ তথা মানৱ-প্ৰীতিৰ ভাব প্ৰবাহিত হৈছে। কবিয়ে নিজে দেশ-সেৱা কৰি আনকো এই মহান কৰ্মলৈ আহ্বান জনাইছে। কিয়নো কবিৰ ভাষাত—

যাৰ হৃদয়ত দেশ-সেৱনত
আত্মাহুতিৰ অনল শিখা নাই,
তাৰ জীৱনত নাই অবাবত
প্ৰয়োজনৰ উচ্চ দাবী ভাই। (জীৱনৰ প্ৰয়োজন)

কৰ্ম-প্ৰেৰণাৰে উদ্বুদ্ধ হ'বলৈ, একতা মন্ত্ৰেৰে দীক্ষিত হৈ দেশৰ কামত ব্ৰতী হ'বলৈ কবিয়ে দেশবাসীক আহ্বান জনাইছে—'জাগ ডেকা-তেজ জাগ', 'জাগ বেথা মোৰ জাগ', 'উদ্দীপনা' আদি কবিতাৰ যোগেদি। কাৰণ, কবিয়ে ভাবে যে, দেশবাসীয়ে এতিয়াই সজাগ হৈ দেশ-ৰক্ষা নকৰিলে দেশৰ 'সাহিত্য, সংস্কৃতি, ভাষা, অৰ্থনীতি' সকলো সময়ত নাই-কিয়া হৈ জাতিৰ অস্তিত্বই নৰ'ব (যায় দেখো যায় সকলো যায়)।

'মই আছো মই আছো' কবিতাত কবিয়ে ঐতিহ্যপূৰ্ণ অসমৰ গৌৰৱ ঘোষণা কৰিছে। কবিয়ে ইচ্ছা কৰে যে, ভাৰতবৰ্ষৰ অঙ্গ হিচাপে অসমৰ গৌৰৱ চিৰকাল ঘোষিত হৈ ৰওক, আৰু যেয়ে অসমক স্বীকাৰ নকৰে তেওঁকো কবিয়ে স্বীকাৰ নকৰে বুলি বিদ্ৰোহৰ ভাবত কৈছে।

সংস্কাৰ-কামী বায়চৌধুৰীৰ বিপ্লৱী মনৰ জলন্ত প্ৰভা বিচ্ছুৰিত হৈছে



তেওঁৰ 'মই বিপ্লৱী, মই তাণ্ডৱী' কবিতাত। সমাজৰ দুৰ্নীতি, শঠতা, প্ৰবঞ্চনা, ভণ্ডামি আদি দেখি কবিৰ অন্তৰৰ বিপ্লৱাগ্নি দপ্ দপ্ কৈ জ্বলি উঠিছে। কবিয়ে সুন্দৰৰ সৃষ্টি কেতিয়াও অসুন্দৰৰ প্ৰভাৱত নষ্ট হ'বলৈ দিব নোৱাৰে। সেই কাৰণে তেওঁ সিবোৰৰ বিৰুদ্ধে বিপ্লৱ কৰিবলৈ ওলাইছে। কবিৰ বিশ্বাস যে অৱশেষত তেওঁৰেই জয় অনিবাৰ্য্য—

সুন্দৰৰেই সৃষ্টিত এনে
কলুষৰ উৎপাত—
সুন্দৰে নিজ ইঙ্গিতেৰেই
কৰিব নিপাত।
এই বিশ্বাস সত্য কেৱল
মোৰ হৃদয়ে কয়—
সেই বাবে এই টনাটনিত
মোৰেই হ'ব জয়। (মই বিপ্লৱী, মই তাণ্ডৱী)

এইদৰে 'অনুভূতি'ৰ ভালেমান কবিতাত কবিৰ বিপ্লৱবাদ তথা স্বদেশ-প্ৰেম আৰু মানৱ-প্ৰীতিৰ স্ফুৰণ দেখা যায়। মুঠতে এই কথা নিসন্দেহে ক'ব পাৰি যে অসমীয়া কাব্য-সাহিত্যত 'অনুভূতি'ৰ এখনি বিশিষ্ট আসন থাকিব।

# সংবাদসেৱী ৰায়চৌধুৰী

শ্রীযোগেশ দাস

এই প্রবন্ধ এই লিখকে নিলিখাই বোধহয় ভাল আছিল। কাৰণ যি সময়ত স্বৰ্গীয় ৰায়চৌধুৰীয়ে কাকত পৰিচালনা কৰিছিল সেই সময়ত বর্তমান লিখকৰ জন্মই হোৱা নাছিল। সেইবাবে এই প্ৰবন্ধৰ কাৰণে শুনা কথা আৰু তেওঁৰ 'চেতনা' আৰু 'ডেকা অসম'ৰ প্ৰাৰম্ভিক সংখ্যা কেইটামানৰ ওপৰতে নির্ভৰ কৰিব লগা হৈছে। অৱশ্যে এই লিখকৰ দৰে নিচেই ল'ৰা কালত খুদ-খুদ আখৰত ছপোৱা এধানমান 'ডেকা অসম' ডাকত পাই পঢ়ি বুজিবলৈ চেষ্টা কৰাৰ কথা বহুতৰে মনত পৰিবও পাৰে। অসমীয়া জাতিৰ আত্মচেতনা জগাই তুলিবৰ কাৰণে সেইখনি এধানমান কাকতৰ খুদ-খুদ আখৰবোৰৰ মাজতে কেনেকৈ গভীৰভাৱে উপলব্ধ আহ্বান আহিছিল তাৰ অনুৰণন এতিয়াও পাহৰিব পৰা নাই।

শুনা কথা কি? অৰুণা প্ৰেছৰ কথা। বৰ দেউতাকৰ প্ৰথম সন্তান অৰুণাৰ নামানুসাৰে এই ছপাশালটো পতা হৈছিল প্ৰথমে গুৱাহাটীৰ পানবজাৰৰ বৰপেটীয়া পাৱাত, তাৰ পাচত লাখটকীয়া পথত। ব্যৱসায় কৰোঁ বুলি এই দৰে প্ৰেছ পতা হোৱা নাছিল; প্ৰথমে প্ৰধানতঃ 'চেতনা' আলোচনী উলিয়াবৰ কাৰণেই আনৰপৰা প্ৰেছৰ সা-সঁজুলি কিনি লোৱা হৈছিল; তাৰ পাচত লাখটকীয়াৰ এটা দীঘলীয়া ঘৰ লৈ কেৱল 'ডেকা অসম' ছপাবৰ কাৰণেই দিহা কৰি লোৱা হৈছিল—তাৰে এছোৱাত সম্পাদকো আছিল সপৰিয়ালে। অসম-কেশৰীয়ে ব্যৱসায় কৰিব কি, 'ডেকা অসম'ৰ কাৰণে অৰুচিকৰ বোধহোৱা বিজ্ঞাপনকে নলৈছিল, কম্পজিটৰক বানচ দিবলৈ কেতিয়াবা ধাৰ কৰিছিল আৰু কেতিয়াবা জীয়েকৰ আহি পাব লগা জলপানিটোলৈ বাট চাই থাকিছিল! বুকুত একুৰা জুই নাথাকিলে কোনে এনে দুঃসাহস আৰু কৃচ্ছ্ৰসাধনা কৰিব পাৰিব? অকল সেয়ে নহয়। অকলেই চিঠি-পত্ৰ লিখা, ডাকঘৰীয়া



জঞ্জাল সামৰা আৰু বেঞ্জামিন ফ্ৰেঙ্কলিনৰ দৰে ছপাশলীয়া কামো কৰিছিল; মানে তাকৰীয়া কম্পজিটৰৰ লগত কাকতৰ কাৰণে আখৰো গুথিছিল। সেইটি দীঘলীয়া ঘৰতে ওপজা ল'ৰাকো হেনো 'ডেকা অসম'ৰ দুই-এক ষ্টিক মেটাৰ কম্পজ কৰিবলৈ দিছিল—সীহৰ বিষক্ৰিয়া হয় বুলি কোনোবাই ক'লতহে একুৱাই দিছিল। ইপিনে সম্পাদক, চাব-এডিটৰ, প্ৰুফ-ৰীডাৰ, সংবাদদাতা একেজনেই— অম্বিকাগিৰী ৰায়চৌধুৰী। আজি কালি এই বিলাক কথা সাধুকথা যেন লাগিব। অথচ অ-ভা-উ-সা সভাৰ ছাত্ৰ-সকলৰ দৰে কাকতৰ প্ৰয়োজন তেওঁ বেছ ভালদৰেই উপলব্ধি কৰিছিল— চেতনাত সেই কথা প্ৰকাশো কৰা হৈছে। তেতিয়া যোৰহাটৰ 'নগৰৰ কথা'ও ওলোৱা নাই, ঠেঙালৰ 'দৈনিক বাতৰি'ও ওলোৱা নাই। ডাক-ঘৰ টেলিগ্ৰাফ অফিচ নথকা ঠেঙাল হেন ঠাইৰপৰা দুঃসাহস কৰি দৈনিক কাকত উলিওৱাত দুঃসাহসী ৰায়চৌধুৰীয়ে 'ডেকা অসম'ত হৰ্ষোল্লাস কৰি উঠিছিল—আকাঙ্ক্ষা কৰিছিল যেন উন্নত সংবাদপত্ৰ ওলাই এইদৰেই অসমত চলা অনা-অসমীয়া সকলো ভাষাৰ কাকতবোৰৰ প্ৰভাৱ কমি যায়। আজি গুৱাহাটীত যিসকল লিখক সংবাদ-সেৱাৰ লগত জড়িত তেওঁলোকে জানে কেনেকৈ মৰণৰ নিচেই ওচৰ দিনলৈকে ৰায়চৌধুৰীয়ে সেইটো মহলৰ সৈতে নিবিড় সম্পৰ্ক ৰক্ষা কৰি চলিছিল। দেশপ্ৰাণ সম্পাদকৰূপে তেওঁ নিশ্চয় ভালদৰে উপলব্ধি কৰিছিল দেশৰ কাৰণে, স্বাধিকাৰ প্ৰতিষ্ঠাৰ কাৰণে প্ৰচাৰৰ, জনমতৰ, বাতৰি কাকতৰ কিমান প্ৰয়োজন। কেই বছৰমান আগতে অসমীয়া ভাষাৰ এটা দুৰ্যোগৰ সময়ত তেওঁৰ বন্ধ হৈ যোৱা 'ডেকা অসম'খন এজন সহৃদয় ছপাশালৰ গৰাকীয়ে পুনৰ প্ৰকাশ কৰি দিবলৈ গাত লৈছিল বুলি শুনা যায়। কিবা কাৰণত সেই কাম হৈ নুঠিল।

সংবাদসেৱীৰূপে ৰায়চৌধুৰীৰ বৰঙনিক বোধহয় দুটা স্তৰত ভগাব পাৰি—চেতনা আৰু ডেকা অসম স্তৰ। প্ৰথমখন মাহেকীয়া আলোচনী, দ্বিতীয়খনহে একহিচাৱে প্ৰকৃত সংবাদপত্ৰ। ইং ১৯১৯ চনৰ শেহৰ ফালে (১৮৪১ শকৰ ভাদ মাহ) দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাচৰণ (তেতিয়া এই দৰেই লিখিছিল) ৰায়চৌধুৰীৰ যুটীয়া সম্পাদনাৰ 'চেতনা' ওলায়; ১৮৫৭ শকৰ ৩১ আহাৰৰপৰা সাপ্তাহিক 'ডেকা অসম' ওলায় অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পাদনাত। 'চেতনা' প্ৰধানতঃ সাহিত্যৰ অলোচনী আছিল; 'ডেকা অসম' আনহাতে আছিল অসম সংৰক্ষিণী সভাৰ মুখপত্ৰৰূপে অসমীয়াৰ সকলো ধৰণৰ সমস্যাৰ প্ৰতি চোকা দৃষ্টি ৰখা সাদিনীয়া মতপত্ৰ। মতপত্ৰ এই কাৰণেই বোলা হৈছে যে সম্পাদকে

প্ৰথম সংখ্যাতেই 'নিবেদন' জনাই কৈছিল : "দেশবাসীয়ে 'ডেকা অসম'ক বাতৰি কাকতৰ শাৰীত লৈ বিচাৰ নকৰি জাতি সংগঠন আৰু সংৰক্ষণ বিষয়ক ক্ষুদ্ৰ পত্ৰিকা বুলি ধৰিলেহে উচিত হব।" কিন্তু ৰায়চৌধুৰীৰ সাংবাদিক জীৱনক ওপৰত কোৱা ধৰণে দুটা স্তৰত ভাগ কৰিবলৈ যোৱাৰ আগতে তেওঁৰ জীৱন দৰ্শনৰ মূল সুৰটোৰ কথাও স্মৰণ কৰিব লাগিব। কাৰণ দুয়োখন কাকততে এই মূল সুৰৰ অনুৰণন উঠা দেখিবলৈ পোৱা যায়। সমসাময়িক সন্ত্ৰাসবাদী আন্দোলন, অসহযোগ আন্দোলন, সংৰক্ষিণী সভা তথা জাতীয় মহাসভা গঠন আদিত সক্ৰিয়ভাৱে সংশ্লিষ্ট হৈ থাকি তেওঁ ৰাজহুৱা জীৱনৰ আদিৰপৰা অন্তলৈকে বুকুত দেশসেৱাৰ একুৰা জুই লৈ কটাই দিছিল। আবহমান কালৰ আৰু নতুনকৈ আহিব পৰা অসমবাসী লোকসকলক লৈ বৃহৎ অসমীয়া জাতি গঠন কৰাৰ প্ৰয়োজন উপলব্ধি কৰি, অসমীয়া জাতিৰ স্বাৰ্থৰক্ষা কৰি, জাতীয়ত্ব জগাই তাক প্ৰতিষ্ঠা কৰিবৰ কাৰণে তেওঁ যে আজীৱন প্ৰায় অকলশৰেই আত্মনিয়োগ কৰিছিল সেই কথা আজি ইতিহাস হৈ পৰিছে। তেওঁৰ এই প্ৰয়োজনবোধৰ কথা কিজানি তেওঁৰ মৃত্যুৰ অব্যবহিত পূৰ্বতহে অসমত ভালদৰে উপলব্ধি কৰা হ'ল। তাৰ সুফল অসমবাসীয়ে নিশ্চয় ভোগ কৰিবলৈ পাব। সুখৰ কথা যে তেওঁক অসমবাসীয়ে বুজিবলৈ ধৰা তেওঁ দেখি যাবলৈ পালে।

সাত বছৰ মান চলা 'চেতনা'ত ৰায়চৌধুৰীৰ সেই আদৰ্শই নানান সম্পাদকীয় মন্তব্যেৰে ভুমুকি মাৰিছিল। তিনি টকীয়া বৰঙনিৰ এই আলোচনীখন ছাত্ৰ, শিক্ষক, মণ্ডলসকলক আঢ়ৈ টকাত দিয়া হৈছিল—কাৰণ "অসমীয়া জাতিয়ে বুজিব লাগিব যে জাতীয় সম্পদ, জাতীয় ভাব, জাতীয় চিন্তাৰ ওচৰত আন সকলো সম্পদ, সকলো ভাব, সকলো চিন্তা বিজাতীয়।" প্ৰথম বিশ্বযুদ্ধ সেইমাত্ৰ শেহ হৈছিল আৰু "ধনে জনে জুৰুলা হোৱা দুখুনী ভাৰত আজি আকৌ প্ৰবল দুৰ্ভিক্ষৰ গৰাহত পৰিছে। সমগ্ৰ দেশব্যাপী হাহাকাৰ। ...........প্ৰকৃতিৰ কাম্যব্ৰজ অসমৰ ঘৰে ঘৰেই অন্নবস্ত্ৰৰ অভাৱ, আকাল, হাহাহাৰ। চাউলৰ মোনে ৯ টকাৰপৰা ১৪ টকালৈকে হৈছে।" (২য় সংখ্যাৰ সম্পাদকীয়) (আজিৰ তুলনাত সেয়া যে সুদিনেই আছিল!) এনে দুৰ্দিনত দুৰ্গোৎসৱৰ পাতি "দূৰ বিদেশৰপৰা দলে দলে যাত্ৰা গান আনি" অনৰ্থক অৰ্থ ভগন কৰাত সম্পাদকীয় ভাৱে আপত্তি কৰা হৈছিল। ভাৰতবৰ্ষৰ বৃহৎ সন্মিলিত জাতি গঠনৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰি লৈও "প্ৰত্যেক প্ৰদেশৰ বিশেষত্ব" উপলব্ধি কৰা হৈছিল আৰু অসমত বঙলা ভাষা চলোৱাৰ প্ৰতিবাদ কৰা হৈছিল;



গুৱাহাটীত বহা সাহিত্য পৰিষদলৈ অহা ৰবীন্দ্ৰনাথ ঠাকুৰক ("কবিগুৰু বঙ্গ সমাজৰ মুকুট") অসমীয়াৰ নিজস্বতা সম্বন্ধে তৰ্ক কৰি বুজাই দিছিল। অথচ পোন প্ৰথমেই চেতনাৰ প্ৰধান লক্ষ্য "সত্যম্ শিৱম্ সুন্দৰম্" বুলি একে আষাৰে ঘোষণা কৰাও হৈছিল। চেতনাৰ এই ধৰণৰ সম্পাদকীয় মন্তব্যবিলাকতে ৰায়চৌধুৰীয়ে তেওঁৰ জীৱনৰ আদৰ্শৰাজি প্ৰকাশ কৰি জাতীয়তাৰ মূল, মনুষ্যত্ব, মানুহৰ স্বাভাৱিক অৱস্থা আদি প্ৰবন্ধসমূহ ৰচনা কৰিছিল, যিবিলাক পিচত 'আহুতি' আৰু 'ডেকা-ডেকেৰীৰ বেদ'ত সন্নিবিষ্ট হৈছে।

সাহিত্য-সংস্কৃতিমূলক আলোচনা-বিলোচনাৰ ক্ষেত্ৰতো এইখন কাকতৰ বৰঙনি নিশ্চয় স্মৰণীয়। ড° বাণীকান্ত কাকতিৰ পুৰণি অসমীয়া সাহিত্য প্ৰবন্ধ-লানি, ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ সাহিত্য আৰু বুৰঞ্জী বিষয়ক ভালেমান মূল্যবান প্ৰবন্ধ, ৰত্নকান্ত বৰকাকতী আৰু ৰঘুনাথ চৌধাৰীৰ বহুতো বিখ্যাত কবিতা, সৰ্বেশ্বৰ কটকীৰ প্ৰত্নতত্ত্বমূলক প্ৰবন্ধ, কমলাকান্ত ভট্টাচাৰ্য্যৰ গুটিদিয়েক চিন্তাৰ টো, হৰিনাৰায়ণ দত্তবৰুৱাৰ উপন্যাস, মোছলেহ উদ্দিন, হেৰুচৎউল্লা, মহীচন্দ্ৰ বৰা, ভৈৰৱ খাটনিয়াৰ, সিংহদত্ত দেৱ অধিকাৰীৰ কবিতা, নবীনচন্দ্ৰ বৰদলৈ, শ্ৰীজ্ঞাননাথ বৰা, শ্ৰীঅম্বিকানাথ বৰা, শ্ৰীমকুলচন্দ্ৰ ভূঞা, শ্ৰীহৰিনাথ পাঠক চৌধুৰী, শ্ৰীকৃষ্ণকান্ত সন্দিকৈ, আদিৰ প্ৰবন্ধ-গল্প আদিৰে চেতনা সমৃদ্ধ হৈছিল। শৰৎচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী আদিয়েও ইয়াত লিখিছিল। এই সকলৰ অসমীয়া সাহিত্যলৈ বৰঙনিৰ কথা ইয়াত নক'লেও হব। এইসকলক যে দেশপ্ৰাণ শৰ্মা আৰু ৰায়চৌধুৰীৰ আলোচনীয়ে একেঠাই কৰিব পাৰিছিল এই কথাহে এই প্ৰসঙ্গত স্মৰণযোগ্য। এই আলোচনীখনিক নিয়মীয়া কৰিবলৈ সম্পাদকৰ আপ্ৰাণ চেষ্টা আছিল। আনকি প্ৰেছৰ পূৰ্ণ আয়োজন হৈ নুঠা কাৰণে প্ৰকাশ আৰম্ভ কৰোঁতে পলমেই কৰা হৈছিল। ৰায়চৌধুৰী ডাঙৰীয়াৰ নিচিনা সেৱাৰ মনোভাব থকা একনিষ্ঠ লোক গুৰিত থকা কাৰণেহে যে এইবিলাক কাম সম্ভৱ হৈছিল এই কথা কোৱাই বাহুল্য। 'আহুতি'ৰ স্বকীয় চিন্তাধাৰাৰ তত্ত্বমূলক যিবিলাক প্ৰবন্ধত ৰায়চৌধুৰীৰ গদ্যৰীতি পোৱা যায় তাৰ গঢ় চেতনাতে হৈছিল বুলি কব পাৰি।

আনহাতে 'ডেকা অসম' কাকতখনত অসমৰ সাহিত্য-সংস্কৃতিৰ প্ৰতি সততে দৃষ্টি ৰখা হৈছিল যদিও ইয়াত ঘাইকৈ ৰাজহুৱা ক্ষেত্ৰত অসমৰ স্বাৰ্থ ৰক্ষাৰ পিনেহে ঘাইকৈ চকু দিয়া হয়। মহাত্মা গান্ধীৰ 'ইয়ং ইণ্ডিয়া'ৰ আহিতে এই কাকত উলিওৱা হৈছিল বুলিব পাৰি; 'ইয়ং ইণ্ডিয়া' আৰু 'ডেকা অসম' নাম দুটাৰ সাদৃশ্যও মন কৰিবলগীয়া।

সংৰক্ষিণী সভাৰ আদৰ্শ অনুসৰিয়েই ইয়াক পৰিচালনা কৰা হৈছিল আৰু সেয়ে অসমৰ স্বাৰ্থ ৰক্ষা পৰা বা স্বাৰ্থ হানি হব নোৱৰা কথাৰ প্ৰতি ইয়াৰ প্ৰধান দৃষ্টি আছিল। সম্পাদক ৰায়চৌধুৰীয়ে সেয়ে বোধহয় ইয়াক সাধাৰণ অৰ্থত বাতৰি কাকত বুলি ধৰিব নালাগে বুলি কৈছিল। চাকৰি-বাকৰিত অসমীয়াৰ স্বাৰ্থ ক্ষুণ্ন কৰাৰ দৃষ্টান্ত দেখিলে তাৰ প্ৰতিবাদ ডেকা অসমে তৎক্ষণাৎ কৰিছিল; কাৰবাৰ কৰা অসমীয়া লোকক যদি কোনোবা বহিৰাগত লোকে বা ইংৰাজ বিষয়াই অপকাৰ কৰিছিল তেন্তে তাক চালি-জাৰি বিচাৰ কৰি চোৱা হৈছিল; অসমীয়া মানুহক মাজত লৈ কোম্পানী গঠন কৰি যদি কেনেবাকৈ শেহত অসমীয়া মানুহৰহে অপকাৰ হৈছিল তেন্তে তাক চোকাকৈ সমালোচনা কৰা হৈছিল; অসমীয়া মানুহে যে ডাঙৰ কাৰবাৰত লাগিব লাগে সেই কথা সঁকীয়াই দিয়া হৈছিল। অসমীয়া মানুহৰ হক-স্বাৰ্থ ৰক্ষাৰ্থেই প্ৰতি সংখ্যাত এইদৰে অভিমত প্ৰকাশ কৰা হৈছিল যদিও ঠেক সাম্প্ৰদায়িক চিন্তা-চৰ্চাৰপৰা কিন্তু ৰায়চৌধুৰীৰ 'ডেকা অসম' আঁতৰি আছিল। তেওঁ এই কাকতত বহু বাৰেই কৈ গৈছে যে পৰ্বত-ভৈয়াম, হিন্দু-মুছলমান, পমুৱা-বহিৰাগত সকলো লোকক লৈ বৃহৎ অসম গঠন কৰাই তেওঁৰ আদৰ্শ। মৈমনচিঙীয়া পমুৱা-সকলক অসমীয়া কৰি লবলৈ তেওঁ আহ্বান কৰিছিল। বঙালী, মাৰোৱাৰী আদি বাহিৰৰ মানুহক অনুৰোধ কৰিছিল তেনে হবলৈ, অসমীয়াক মৰমৰ চকুৰে চাবলৈ।

আজিৰ বাতৰি কাকতৰ দৰে সাধাৰণ খা-খবৰে 'ডেকা অসম'ত ঠাই নাপাইছিল সঁচা, কিন্তু কাকতখনৰ মূল সুৰৰ লগত সংহতি ৰক্ষা কৰি কিছুমান সমালোচনাশীল টুকুৰা খবৰ হ'লে প্ৰায়েই ওলাইছিল। উদাহৰণ-স্বৰূপে কটন কলেজৰ বিষয়ে প্ৰায়েই বাতৰি ওলাইছিল। সমসাময়িক ছাত্ৰৰ কিবা দোষ দেখি সেই বিষয়ে চোকা ভাষাৰে আলোচনা কৰি দুষিত ছাত্ৰ-জীৱন যাপন কৰাতকৈ কলেজ এৰি যোৱাই ভাল--এনে কথাও কৈ দিয়া হৈছিল। প্ৰিঞ্চিপেলে মাধৱদেৱৰ তিথিৰ দিনা সাদৰেৰে নিমন্ত্ৰিত হৈও কিয় তিথি উৎসৱলৈ নগৈ চুডমাৰ্চন হলত তেওঁ পাতিবলৈ দিয়া মেজিক চাবলৈ গ'ল বুলি প্ৰশ্ন কৰা হৈছিল। আন হাতে কটন কলেজৰ প্ৰিঞ্চিপেলে ছাত্ৰৰ শৃঙ্খলা সংযম শিক্ষাৰ্থে চাৰ্কুলাৰ জাৰি কৰা শুনি ৰায়চৌধুৰীয়ে তেওঁৰ কাকতত তাক প্ৰশংসা কৰিবলৈও পাহৰা নাছিল। এনে ধৰণৰ বিভিন্ন বা বাতৰি উলিয়াই সংশোধনৰ কাৰণে চেষ্টা কৰা হৈছিল। এইবিলাক নিশ্চয় সাংবাদিকৰূপে ৰায়চৌধুৰী ডাঙৰীয়াৰ সজাগতাৰ পৰিচয়। নতুন কাকত ওলালে (যেনে দৈনিক





বাতৰি) আনন্দ প্ৰকাশ কৰা, অসমীয়া লোকৰ গৌৰৱত (যেনে বাণীকান্ত কাকতিয়ে ডক্টৰেট লাভ কৰাত) গৌৰৱ বোধ কৰা, বিভিন্ন সমসাময়িক কাকত-পত্ৰৰ মত সম্বন্ধে আলোচনা ইত্যাদিৰেও তেওঁ তেওঁৰ পাঠকসকলক উপকৃত কৰি যাব খুজিছিল। কিন্তু সম্পাদক পৰিচালক প্ৰকাশকৰূপে তেওঁ নিজেহে উপকৃত হৈছিল বুলি কব নোৱাৰি। কাৰণ যৎসামান্য বিজ্ঞাপনসহ কাকত উলিয়াই, কেৱল বৰঙনিৰ ওপৰতে নিৰ্ভৰ কৰিবলৈ গৈ তেওঁ খৰচান্ত হবলগাত পৰিছিল। ৪ৰ্থ সংখ্যাতহে গ্ৰাহকসকললৈ জাননী এখন যোগে এইদৰে কব লগা হৈছিল—"অনুগ্ৰহকৈ যেন বছৰেকীয়া চাঁদা ফেৰি এই সংখ্যা পোৱা মাত্ৰেই আদায় দি 'ডেকা অসম'ক জীয়াই থাকিবলৈ শক্তি দিয়ে।" চাঁদা আছিল—বছৰেকীয়া (গুৱাহাটীত) ২।০ (আন ঠাইত) ২৸০ ভিঃ পিঃ ত —৩ টকা। বেজবৰুৱাৰ 'সমাজিক'ৰ দিনতকৈ বোধ হয় অসমীয়া গ্ৰাহকৰ বৰ বেচি পৰিবৰ্তন হোৱা নাছিল। সেই সুপ্ত জাতিকে জগাই তুলিবলৈ ৰায়চৌধুৰী ডাঙৰীয়াই কাপ হাতত লৈ ছপাশালত সোমাইছিল।

# মোৰ জীৱন-ধুমুহাৰ এছাটি

মনত পৰিছে, তেতিয়া ইং ১৮৯৯ চন। ইং ১৮৯৭ চনৰ সেই বিখ্যাত প্ৰলয়কাৰী আপদীয়া ভূঁইকঁপটোৰ দুবছৰ পাচত। ইং ১৮৯৮ চনত বৰপেটাৰপৰা গুৱাহাটীলৈ আহি ইংৰাজী স্কুলত নাম লগাওঁ। কুষ্ঠিমতে তেতিয়া বয়স মোৰ ১৩ বছৰ। লোকেলবোৰ্ডৰ কেঁচা আলি। ঘাইকৈ গোটেইখন বৰপেটা মহকুমাৰ কামীহাড় খেঁতেলাই থোৱা ইং ১৮৯৭ চনৰ আপদীয়া ভূঁইকঁপটোৰ তাণ্ডৱত ঘৰ-চোতাল, খেতি-পথাৰৰ লগতে বাট-ঘাটবিলাকো ভাঙি-ছিঙি খাস্তাং হৈছে। বৰপেটাৰপৰা খোলাবান্ধা জাহাজ ঘাটলৈ যোৱাটোও তেনে এটা আলি। থিতাতে ডোং থিতাতে বালিৰ ৰবি। গোটেইটো বাট ঘন নল-খাগৰি, বতা-বেন্না, কাঁহি-টাঙা অটব্য বনে চেপি ধৰা। সেইবিলাক দাঙি-ভাঙি কাষৰীয়াকৈ থৈ সুৰসুৰীয়া বাট উলিয়াই লৈ চলি যাব লাগে। দ মাটিত বাৰিষাৰ আৰম্ভণিতে এই বনবোৰ বাঢ়ি উঠে। মইও দুজন বেপাৰী সঙ্গীৰ সৈতে মোৰ নিজৰ কাপোৰ-কানি আৰু কিতাপ-বহীৰ বয়স অনুপাতে গধুৰ বোজাটো কাবুলীৰ দৰে পিঠিত বান্ধি লৈ বৰপেটাৰপৰা খোলাবান্ধালৈ আহিছিলোঁ। সঙ্গী দুজন যাব ভটীয়া জাহাজত গোৱালপাৰালৈ আৰু মই আহিম উজনি জাহাজত গুৱাহাটীলৈ। ভটীয়া জাহাজখন আগতে আহি পোৱাত সঙ্গী দুজন ভটীয়াই গোৱালপাৰালৈ ৰাওনা হ'ল আৰু মই অকলশৰীয়া হ'লোঁ। তিনি ঘণ্টামান পাচত উজনিমুৱা জাহাজখনো আহি পালে। মই জাহাজত উঠিলোঁ। তেতিয়া সম্ভৱতঃ আবেলি ৪।৫ টা মান। জাহাজত উঠিয়েই ইফাল সিফালে চাই দেখিলোঁ ডেকৰ ওপৰত সন্ধি নাই,—মানুহ, অৰ্থাৎ বেচি ভাগেই চাহ-বনুৱা, তেওঁলোকৰ গোটেইখন সংসাৰ লৈ ভৰি আছে। এমূৰত দেখিলোঁ, এখন ধপধপীয়া বগা ঢালা-বিছনা পাতি দুগৰাকী লোক কথা পাতি বহি আছে। তেখেত দুজন তেতিয়া তৰুণ আছিল নে প্ৰৌঢ় আছিল মনত নপৰে। কিন্তু

দুয়ো গৰাকীৰ খুৰোৱা ডাড়ি-গোঁফৰ শুংবোৰ গালে-থুঁতৰিয়ে মূৰ দাঙি উঠা যেন দেখা মনত পৰে। মূৰৰ চুলিবোৰ এগৰাকীৰ চুটি চুটিকৈ কটা আৰু আন গৰাকীৰ পাহকটা দীঘল চুলিৰ খোপা। এগৰাকীৰ গাত বগা চোলা আৰু আন গৰাকীৰ গাত খনীয়া বৰ-কাপোৰ। তেখেতসকল আহিছিল কলিকতাৰপৰা তেজপুৰলৈ। কিছু সময় ঘূৰি-ফিৰি তেখেত দুগৰাকীৰ ঢালা-বিছনাৰ ওচৰতে সৰু এডোখৰ খালী ঠাইত গৈ পিঠিৰ বোকোচাটো নমাই থলোঁ। তেখেতসকলেও একো নক'লে, মইও একো নামাতিলোঁ। আইয়ে জাহাজৰ একো বস্তু খাবলৈকে হাক দি লগত কেখনমান খোলাচাপৰি আৰু কেইটামান নাৰিকলৰ লাড়ু দি পঠাইছিল। আইয়ে জাহাজত লোকে ছোৱা পানী এটুপিকো পিবলৈ হাক দি নৈৰ-পৰা পানী তুলি খাবলৈকে লগত ঘটী-বাটিও দিছিল। পোনতে গুৱাহাটীলৈ আহোঁতেও আইৰ এয়ে আদেশ আছিল। আইৰ আদেশ মই আখৰে আখৰে পালন কৰিছিলোঁ। সেইবাবে জাহাজ এৰি নৌ-দিওঁতেই নদীৰ-পৰা ঘটীত পানী লৈছিলোঁ। গধূলি হৈ আহিল। জাহাজো এৰি দিলে। মইও টোপোলাটো মেলি সৰুকৈ শেতেলিখন পাৰি তাতে বহি ললোঁ। গোটেই দিনটো কষ্টভৰা টান আলিটোত যুঁজি আহি ভাগৰি পৰিছিলোঁ। আইয়ে দি পঠোৱা খোলাচাপৰি আৰু নাৰিকলৰ লাড়ু-কেইটামান খাই নদীৰপৰা তুলি অনা পানী পি আঁতাই শুই পৰিলোঁ সাৰ-সুৰ নোহোৱালৈকে নিচালে পুৱালৈকে। পুৱাৰ সাৰত সকলো ডেক-আৰোহী উঠি বহিল। নটামান বজাত পলাশবাৰী ঘাটত জাহাজ থামিল। ঘাটলৈ চিড়ি লাগিল। জাহাজৰ সময়ত ঘাটতে পলাশবাৰীৰ তিৰোতা-ছোৱালী কিছুমানে কল, মোথফল, নাৰিকল, কুঁহিয়াৰ, লাউ, কুমৰা, তিল-আখৈৰ লাড়ু আদি লৈ আহি সৰু-সুৰা এখন বজাৰ পাতে জাহাজৰ যাত্ৰী আৰু খালাচীৰ বাবে। চিড়িখন লগোৱা মাত্ৰকেই জাহাজৰ-পৰা যাত্ৰী আৰু খালাচীবিলাক বামলৈ উঠি গৈ যাক যি লাগে পোহাৰে পোহাৰে দৰাই দৰাই কিনিবলৈ লাগি গ'ল। মই আৰু আগতে উল্লেখ কৰা পুৰুষ দুগৰাকী পাৰলৈ নগৈ জাহাজৰ ওপৰতে ডেকৰপৰা থিয় দি সেইফালে চাই থাকিলোঁ। তেতিয়ালৈকে এই দুগৰাকীৰ লগত মোৰ একো মাত-কথা ঘটা নাছিল। মোৰ বয়স তেতিয়া ১৪ বছৰ।

মই দেখিলোঁ, পাৰত এজনী আদবয়সীয়া পোহাৰীৰ লগত এজন ধুতী পিন্ধা বাবুৰ টনা-আজোৰা লাগিছে। পোহাৰীজনীয়ে ভুনীত থাপ মাৰি টানি ধৰাত ধুতীখন খহি পৰিব বুলি বাবুজনে কঁকালৰ গাঠিত খামোচ মাৰি ধৰিছে। তাৰ পাচতেই দেখিলোঁ, পোহাৰীজনীয়ে এৰি দিয়াত



বাবুজনে ধুতীখন সামৰিলৈ কঁকালত টানকৈ পিন্ধি ভৰিত পিন্ধি থকা জোতাৰে পোহাৰীজনীৰ কপালতে এটা গোৰ মাৰি দিলে। পোহাৰীজনী চিৎ হৈ উলটাফালে বাগৰি পৰিল। মই আৰু স্থিৰে থাকিব নোৱাৰিলোঁ। তৎক্ষণাত তললৈ নামি চিৰীয়েদি গৈ পাৰত উঠিলোঁ আৰু দেখিলোঁ, পোহাৰীজনীৰ কপাল ফাটি তেজৰ ধাৰ বৰ ধৰিছে। আন আন লগৰ পোহাৰীবিলাক আৰু যাত্ৰী-খালাচীবিলাক নিৰ্বাক নিষ্পন্দ। মই তৎক্ষণাৎ চোলাৰ হাত কোঁচাই লৈ বাবুজনক উধাই-মুধাই ঘুচিয়াবলৈ ধৰিলোঁ। মোৰ ঘোচাৰ কোৰ সহিব নোৱাৰি বাবুজন জাহাজলৈ লৰ মাৰিলে। মইও পাছে পাছে ঘুচিয়াই ঘুচিয়াই খেদি গ'লোঁ। জাহাজলৈ উঠা চিৰীখন পাওঁতেই সম্ভৱতঃ ঘোচাৰ কোৰ বেচিকৈ পৰাত বাবুজন চিৰীৰপৰা ধপকৈ বাগৰি পৰিল। বাবুজনৰ লগৰীয়া আন দুজন বাবুই মোক খেদি আহিল, কিন্তু মোৰ খঙৰ মূৰ্তি দেখি তেওঁলোক দুজনো আঁতৰি থাকিল। চিৰীৰ ওপৰত বহুত লোক জমা হ'ল। সেই জাহাজত সিদিনাখন এজন ইংৰাজ কেপ্টেইনো আছিল। কেপ্টেইন, চেৰাং সমন্বিতে সকলোৱে ঘটনাস্থলীলৈকে আহিল আৰু মোৰ প্ৰতি কষ্ট হ'ল। কেপ্টেইন আৰু চেৰাং আদি প্ৰায় কেজনে অসমীয়া বুজি পাইছিল। ঘটনাৰ বিচাৰ হ'ল। বাবুজনক মই তেনেকৈ ঘোচা শোধোৱাত সাহ পাই অন্যান্য পোহাৰী-বিলাকেও গালি পাৰি পাৰি আহি মোৰ লগত যোগ দিলে। বিচাৰত ওলাল, পোহাৰীজনীৰপৰা এটা পকা অমৃতা বাবুজনে কিনিছিল। অমৃতাটোৰ দাম কৰিছিল পোহাৰীজনীয়ে তিনি অনা, কিন্তু বাবুজনে মাত্ৰ এক অনা দি লৈ আহিব ধৰোঁতেই পোহাৰীজনীয়ে বাবুজনৰ ভুনীত থাপ মাৰি ধৰিলে। তাতেই এই ঘটনা ঘটিল। বাবুজনক মই কিয় মাৰিলোঁ এইটোৱে হ'ল তেওঁৰ পক্ষৰ মোৰ ওপৰত ডাঙৰ অভিযোগ। মোৰ জোৱাব প্ৰশ্ন হ'ল, পোহাৰীজনীক তিনি অনাৰ ঠাইত মাত্ৰ এক অনা দি বাবুজন পলাব খুজিছিল কিয়? আৰু তাত বাধা দিয়াত আদহীয়া পোহাৰীজনীৰ কপালত ভৰিৰ জোতাৰে গোৰ মাৰি ঘাইল কৰিলে কিয়? কিছু সময় তৰ্কাতৰ্কিৰ পাচত কেপ্টেইন আৰু চেৰাং আদিৰ বিচাৰত বাবুজনেই দোষী সাব্যস্ত হ'ল আৰু আমি দুয়োকো মিলাই দিয়াৰ প্ৰস্তাৱ তুলিলে। মই কলোঁ যে উপযুক্ত ক্ষতিপূৰণ দি পোহাৰীজনীৰ ওচৰত সাষ্টাঙ্গে ক্ষমা ভিক্ষা নকৰিলে মই নেৰিম। কেপ্টেইন চেৰাং আদিয়েও তাকেই সমৰ্থন কৰিলে। বাবুজনৰ দলটো সৈমান হ'ল আৰু ৫ পাঁচ টকা পোহাৰীজনীক ক্ষতিপূৰণ দি হাতযোৰ কৰি ক্ষমা খুজিলে। পোহাৰী-জনীয়ে দুয়ো গালতে মোক চুমা খাই কেইটামান পকা কল দিলে।

ইমান পৰে সেই দুগৰাকীয়ে জাহাজৰপৰা সকলো ঘটনা চাই আছিল। মই ওপৰলৈ উঠি অহাত তেখেত দুজনে মোৰ পৰিচয় ললে, আৰু মোক বৰপেটাৰ ৰায় পৰিয়ালৰ বুলি জানি বৰ মৰম কৰিলে। এই দুগৰাকীৰ এজন আছিল মহৰ্ষি ৺কমলাকান্ত ভট্টাচাৰ্য্য আৰু আন গৰাকী আছিল স্বনামধন্য মহাপুৰুষীয়া বস্ত্ৰ ৺হৰিবিলাস আগৰৱালা। তেখেত দুজনে সিদিনাখন লোভনীয় মৰম-স্নেহেৰে মোক যি অনুপ্ৰেৰণা দিছিল সি মোৰ গোটেইটো জীৱনক ঝঙ্কৃত কৰি আছে।

আগৰৱালাদেৱে মোক ক'লে—"বোপা, তোমাৰ সাহ-পিত দেখি আমি বৰ সুখ পালোঁ। তোমাক ধন্যবাদ। গুৰুজনাৰ পৰিয়ালৰ এই এধানমান সন্তানে ভাল প্ৰতাপ দেখুৱালা। তুমি যদি তেজপুৰলৈ যোৱা, মই তাতে তোমাক ভালকৈ ৰাখি পঢ়া-শুনাৰ সকলো সুবিধা কৰি দিম।" ভট্টাচাৰ্য্য-দেৱে মোক টান মাৰি নি তেখেতৰ বুকুৰ মাজত সুমুৱাই লৈ ক'লে, "সিংহৰ সন্তান সিংহহে হব।ময়ো ৺আনন্দ কন্দলীৰ পৰিয়ালৰ মানুহ; শ্ৰীশঙ্কৰদেৱ আৰু ৺অনন্ত কন্দলী একে সখী আছিল। আমি দুয়ো একে।" এই স্বনামধন্য পুৰুষ দুজনাৰ কথাকেষাৰ আজিলৈকেও মোৰ মনত আছে।

॥ ২ ॥

ইং ১৯০৮ চনৰ পৰা ১৯১৫ চনলৈকে মোৰ ঘৰ বৰপেটাতেই মই 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ', 'কল্যাণময়ী', 'তুমি', 'বীণা', 'বেণু', আৰু নানা গীত-পদ-প্ৰবন্ধ আদি এবা-ধৰাকৈ প্ৰায় একে সময়তেই ৰচনা কৰাত লাগোঁ। এয়েই মোৰ সাহিত্য চৰ্চাৰ আৰম্ভনি মুহূৰ্ত। 'জয়-দ্ৰথবধ' আৰু 'ভক্ত গৌৰৱ' মুকলি মঞ্চৰ উপযোগী যাত্ৰা-গীতি-নাট্য, 'কল্যাণময়ী' আধুনিক ৰঙ্গমঞ্চৰ উপযোগী নাটক আৰু আন বিলাক কাব্যিক, ছান্দিক, পদ্য-গদ্য ৰচনা। ছপাশালত প্ৰকাশ নোহোৱাকৈও ৰঙ্গ-মঞ্চত উঠাটোকো যদি 'প্ৰথম প্ৰকাশ' বুলি ধৰা হয় তেন্তে হাতেৰে লিখা 'জয়দ্ৰথবধ'ৰ সফল অভিনয়ত, বৰপেটাৰ ৰাইজৰ আকাশ-মণ্ডল উপচি পৰা আকুণ্ঠ জয়-জয় স্বীকৃতিত মোৰ মনৰ অৱস্থাত আনন্দৰ কেনে হিল্লোল উঠিছিল, সেইটো নিজৰ নিজৰ ক্ষেত্ৰত শ্ৰোতা আৰু পাঠকসকলে অনুমান কৰি লওক। 'জয়দ্ৰথ বধ' যাত্ৰা-গীতি-নাট্যখন মই নিজে লিখি, নিজে গাই-বাই শিকাই মুকলি মঞ্চত প্ৰথমতে উদ্বোধন কৰোঁ।

'জয়দ্ৰথ বধ'ৰ অভিনয় সাফল্যত বৰপেটাৰ সেই সময়ৰ আৱাল-বৃদ্ধ-



বনিতাৰ মাজত আনন্দোল্লাসৰ যি উজান উঠিছিল, সেই অবিস্মৰণীয় উপক্ষণটো মনত পৰিলে আজিও মই আনন্দত উপচি পৰোঁ। বাটে-ঘাটে, ঘৰে-চোতালে কেৱল 'জয়দ্ৰথ বধ'ৰ জয় ঘোষণা, মোৰ প্ৰতি সমূহ বৰপেটীয়া ৰাইজৰ আশীৰ্বাদ বৰ্ষণ। এই জয়ানন্দৰ বাতৰি দি সেই সময়ৰ বৰপেটাৰ দেশপ্ৰেমিক লিখক ৺কন্দৰ্পকুমাৰ বৰুৱাই ডিব্ৰুগড়ৰপৰা প্ৰকাশিত 'আসামবান্ধৱ'ত প্ৰবন্ধ এটা প্ৰকাশ কৰে। মোৰ মনটো আনন্দত দোলায়িত হৈ উঠে। কিন্তু তেতিয়া মোৰ মনৰ অৱস্থা-টোত কবিতাপ্লুত অলসতাই যে ঠাই পোৱা নাছিল, সেইটো মোৰ স্পষ্টকৈ মনত আছে। 'জয়দ্ৰথ বধ'ৰ এই জয়োদ্দীপনাতেই বৰপেটীয়া ৰাইজৰ আগ্ৰহানুক্ৰমে মোৰ দ্বিতীয় যাত্ৰা-গীত-নাটক পুৰাণোক্ত শিখীধ্বজ ৰজাৰ কাহিনীটো লৈ মই 'ভক্তগৌৰৱ'খন লিখি উলিয়াওঁ। এইখন নাটকো মই নিজে গাই-বাই-শিকাই মুকলি মঞ্চত অভিনয় কৰাওঁ। এই-খনেও ৰাইজৰপৰা 'জয়দ্ৰথ বধ'ৰ সমানে আদৰ আৰু স্বীকৃতি পায়। কিন্তু তেতিয়াও কবিসুলভ লৱণকুলীয়া কোনো নিমজ ভাবৰ অঙ্কুৰে মোৰ অন্তৰত ফুট দিয়া নাছিল। 'জয়দ্ৰথ বধ' আৰু 'ভক্ত-গৌৰৱ'ৰ জয়ে মোৰ মনত সংগ্ৰামী কাঠিন্যৰ ভাব এটাহে বৰ্তাইছিল। সেইটো আছিল কেনেকৈ অসমীয়া ভাষাক বৰপেটীয়া ৰাইজৰ অভিনায়িক ৰুচিৰ উপযোগী কৰি বঙালী ভাষাৰ নাটক অভিনয়ৰ ৰুচি-মোহৰপৰা তেওঁলোকক মুক্ত কৰা যায়। বঙ্গ-মঞ্চৰ বাবে লিখা 'কল্যাণময়ী' নাটকখনো চক্ৰধ্বজ সিংহৰ হাতত মিৰজুমলাৰ অসম আক্ৰমণ বিধ্বস্ত হোৱা ঘটনা লৈ, এই সংগ্ৰামী মানসিকতাৰেই লিখা হৈছিল। সেই সময়ৰ বৰপেটীয়া কলেজীয়া ছাত্ৰসকলৰ দ্বাৰা 'কল্যাণময়ী'ৰ সফল অভিনয়েও মোৰ এই সংগ্ৰাম জয়যুক্ত কৰি তুলিছিল। এই সকল অভিনেতাৰ ভিতৰত শ্ৰীজানকী শৰ্মা, শ্ৰীহৰেন্দ্ৰ শৰ্মা, শ্ৰীযাদৱ দাস, শ্ৰীগিৰীশ চৌধুৰী আটাইকেজন বৰপেটাৰ বিশিষ্ট নেতৃস্থানীয় উকীল বুঢ়া হৈ আজিও জীৱিত আছে।

কবিত্ব কাক কয় প্ৰকৃততে মোৰ ধাৰণা নাই। মই যি কিবা লিখোঁ, সেইটো কবিত্বলৈ লক্ষ্য ৰহিতভাৱেই লিখোঁ, অকল সাঙ্গীতিক লয়-লাসৰ ফালটোলৈ চকু ৰাখি। যি মুহূৰ্তত মনলৈ যি ভাব আহে, তাকে সাঙ্গীতিক ছন্দত ৰূপ দি তুলিবলৈকে যত্ন কৰাটোতেই মোৰ মন থাকে,—তাত কবিত্ব বোলা ৰস-লতিকাৰ কিবা গুং ফুটাই তোলাটোলৈ মোৰ হুচ নাথাকে।

আগতে উল্লেখ কৰা মোৰ অন্তৰবো অন্তৰত গঁথা অবিস্মৰণীয় ক্ষণটোৰ পোহৰত 'তুমি' 'বীণা'ৰ দুই এটা ৰেখা আঁকিবলৈ আৰম্ভ কৰিছিলোঁ যদিও অসমীয়া ভাষাৰ সফল অভিনয়েৰে বৰপেটাৰ ৰাইজৰ মনৰপৰা

বাংলা-ভাষাৰ নাটক অভিনয় কৰাৰ মোহ নিৰ্মূল কৰাৰ প্ৰতিজ্ঞা লৈ, সেইবোৰ সম্প্ৰতিকলৈ এৰি থৈ, উল্লিখিত 'জয়দ্ৰথ বধ' আদি নাটক কেইখন লিখি উলিওৱাত মনপুতি লাগোঁ। আৰু তাৰ সাফল্যেৰে এই সংগ্ৰামত মই জয়ী হওঁ, অৰ্থাৎ তেতিয়াৰপৰা বৰপেটাৰ বাইজৰ বাংলাভাষাৰ গীত-নাট অভিনয়ৰ মোহ নিৰ্মূল হয় আৰু সকলোৰে ধন্যবাদ আশীষেৰে মই জনপ্ৰিয় হৈ পৰোঁ। এই আনন্দত নিশ্চিন্ত মন লৈ মই তেতিয়া 'তুমি', 'বীণা'ৰ ৰচনা সম্পূৰ্ণ কৰি তোলাত লাগোঁ।

॥ ৩ ॥

১৯২০ চন। অহিংস অসহযোগ সংগ্ৰাম আৰু বিদেশী বস্ত্ৰ দাহনৰ মন্ত্ৰবাণী লৈ মহাত্মা গান্ধীৰ পোন প্ৰথম অসমলৈ আগমন। মই তেতিয়া 'চেতনা'ৰ সম্পাদক আৰু গুৱাহাটী নগৰ কংগ্ৰেছ কমিটীৰ চেক্ৰেটৰী। গান্ধী-অভ্যৰ্থনা আৰু গান্ধী-দৰ্শনৰ বাবে তেতিয়া গুৱাহাটীত উৎসাহ আনন্দৰ কি সমাৰোহ, কি উখল-মাখল। সমগ্ৰ অসমৰপৰা আহি গোট খোৱা কংগ্ৰেছ কৰ্মীদলৰ তৎপৰতাত গুৱাহাটী নগৰৰ বাট-ঘাট, ঘৰ-চোতাল কৰ্ম মুখৰিত, উৎসাহ-উদ্দীপনাৰ সীমা নাই। গান্ধী-অভ্যৰ্থনাৰ বাবে বাট-পথ সাৰি-পুছি পৰিচ্ছন্ন কৰি তুলিবলৈ খাদৰৰ চোলা-চুৰিয়া আৰু গান্ধী টুপি পিন্ধি বাঁহৰ দীঘল নালৰ মূৰত বন্ধা বাঢ়নীবিলাক কান্ধত লৈ শৃঙ্খলিত-ভাৱে উজান বজাৰৰ কংগ্ৰেছ কাৰ্য্যালয়ৰপৰা পানবজাৰৰ মাজেদি স্বেচ্ছা-সেৱকদলৰ ফুকনটোললৈ উদ্দীপনাপূৰ্ণ শোভাযাত্ৰা সেৱাদৰ্শৰ কি অপূৰ্ব দৃশ্য!

আহি পালে মহাত্মা গান্ধীয়ে অসম। ফুকন-বৰদলৈক আগত লৈ আমি অভ্যৰ্থনা সমিতিয়ে হেজাৰ হেজাৰ উপস্থিত জনগণৰ আকাশ ফালি উঠা জয়ধ্বনিৰ মাজেদি লৈ আহিলোঁ মহাত্মা গান্ধীক পাণ্ডুৰপৰা ভৰলু-মুখৰ ফুকনটোললৈ। দেখিলোঁ ক্ষীণ, চুটি-চাপৰ মিঠাবৰণীয়া মানুহজন। লগত শকত-আৱত ডাঙৰ-দীঘল প্ৰকাণ্ড দেহধাৰী মৌলানা মহম্মদ আলি আৰু গান্ধীৰ দৰেই চুটি-চাপৰ কিন্তু শকত-আৱত মৌলানা আজাদ চোভানী। গধূলিৰ ঠিক আগতে বিদেশী বস্ত্ৰৰ দাহন-যজ্ঞ। সম্পাদন কৰিব মহাত্মা গান্ধীয়ে নিজ হাতেৰে। দাহনৰ আগ মুহূৰ্তলৈকে নানা ফালৰপৰা আহি থকা নানা ধৰণৰ পাট, উল, কপাহী বিদেশী বস্ত্ৰবোৰৰ দ'মবিলাক। ফুকন-টোলত গোট খাই পৰ্বতাকাৰ হৈ উঠিছে। আহি পালে দাহনৰ



সময়। উপস্থিত প্ৰায় কুৰি হেজাৰ নৰ-নাৰীৰ গোটটো নিস্পন্দ ঔৎসুক্যৰে অপেক্ষা কৰি আছে দাহন-যজ্ঞৰ সম্পাদন চাবলৈ। নামিল মহাত্মা গান্ধী মঞ্চৰপৰা খৰতৰ খোজেৰে হাতত প্ৰজ্বলিত জুইৰ জোঁৰ লৈ। কি সেই অপূৰ্ব দৃশ্য! যেন ত্ৰিশূলধাৰীয়ে পাপৰ স্তূপ ভস্ম কৰি পেলাবলৈ নিজে সশৰীৰে আহি তাত উপস্থিত হৈছে। উঠিল তাত সমবেত নৰ-সমুদ্ৰত চাৰিওফাল ছিন্ন কৰি বিৰাট জয়ধ্বনিৰ বজ্ৰশব্দ। দিলে মহাত্মা গান্ধীয়ে হাতৰ প্ৰজ্বলিত জোৰৰ জুইকুৰা সেই পৰ্বতাকাৰ বিদেশী বস্ত্ৰ স্তূপৰ চাৰিও-ফালে লগাই। উঠিল জুই বিপুল হাত-চাপৰিৰ মাজত দপদপকৈ চাৰিও-ফাল পোহৰ কৰি। কি বিস্ময়কৰ হৈ পৰিছিল সেই দৃশ্য! মনত কৰি আজিও অভিভূত হৈ পৰোঁ।

সেইদিনাখনেই সক্ৰিয়া কৰ্মবীৰ বৰদলৈৰ ঘৰত মহাত্মা গান্ধীৰ অভ্যৰ্থনাৰ আয়োজন। গ'লোঁ আমি সকলো তালৈকে। বৰদলৈৰ ঘৰৰ ওপৰ তলাত হৈছিল অভ্যৰ্থনা। শৃঙ্খলা ৰক্ষাৰ বাবে বিশিষ্ট কংগ্ৰেছ কৰ্মী-সকলৰ বাহিৰে স্বেচ্ছাসেৱক বা আন কাকো তালৈ যাবলৈ দিয়া নহৈছিল। মহাত্মা গান্ধী, মৌলানাদ্বয়, মহম্মদ আলি চোভানী আৰু আটাইকেজন কংগ্ৰেছ নেতা লেপেটা কাঢ়ি বহিছিল। বৰদলৈয়ে মুখ্য কংগ্ৰেছনেতা আৰু কংগ্ৰেছ কৰ্মীসকলক এজন এজনকৈ মহাত্মাৰ ওচৰত পৰিচয় কৰালে। মোক পৰিচয় কৰালে বৰদলৈয়ে—'He is our rising national poet. He had predicted the efficacy of soul-force in the battle of freedom in his beautiful notional songs few years before.'

মহাত্মা গান্ধীয়ে তেওঁৰ স্বাভাৱিক সৰল জ্যোতিৰ্ময় হাঁহিৰ নিৰ্মালিৰে হাত দাঙি মোক আশীৰ্বাদ দিলে। জীৱন্ত অৱতাৰী পুৰুষৰ প্ৰত্যক্ষ, সান্নিধ্যত মোৰ অভাৱিত আকস্মিক পৰিচয়ত সেই সময়ত মোৰ মনৰ অৱস্থাটো কেনে হৈ উঠিছিল আজিও চিন্তা কৰি মই তাক ধৰি লব পৰা নাই।

# 'তুমি' কাব্যৰ প্ৰেৰণা কি ?

মই মোৰ জীৱনত কোনো সময়তেই কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ কোনো চিন্তা আৰু কাম কৰা নাই। সাহিত্য, সামাজিক, ৰাজনৈতিক, ৰাজহুৱা কোনো ক্ষেত্ৰতেই লুক-ঢাককৈ চলাটো অৰ্থাৎ ৰাজহুৱা জীৱনত ভিতৰত এটা আৰু বাহিৰত আন এটা বুলি দেখুৱাটো আত্ম-চোৰৰ ব্যৱসায় বুলি মই ভাল নাপাওঁ। লোকৰঞ্জনকাৰিতা বা জনপ্ৰিয়তা অৰ্জন কৰালৈ দৃষ্টি ৰাখি অৰ্থাৎ কোনোবাই মোক ভাল বোলক বা বেয়া বোলক নাইবা মৰম কৰক বা ঘৃণা কৰক বুলি ভাবি চিন্তা আৰু কৰ্ম-প্ৰৱাহত চলা ধাতু মোৰ নহয়। মনত যেতিয়া যি ভাবৰ উদয় হয় আৰু আত্মপ্ৰকাশৰ বাবে সি উক্‌মুক্ লগায় তাকেই তেতিয়া ভাষাৰ কোনো বান্ধনিলৈকে ভ্ৰূক্ষেপ নকৰি তাকে নিখুঁতকৈ ৰূপ দিবলৈকে যত্ন কৰোঁ; জনপ্ৰিয়তা বা অপ্ৰিয়তালৈ লক্ষ্য নাৰাখি। সেইবাবেই হয়তো, মোৰ চিন্তাধাৰা আৰু কৰ্ম-প্ৰৱাহৰ প্ৰতি সমৰ্থন আৰু শ্ৰদ্ধা ৰাখিও মোৰ সান্নিধ্য পৰিবৰ্জন কৰা মোৰ বন্ধুৰ সংখ্যা অলেখ,—আৰু সেইবাবেই হয়তো, এনে বন্ধুবৰ্গৰ হাততেই মই জীৱনত সংখ্যাতীতভাৱে নিৰ্য্যাতিত হৈছোঁ, আৰু মোৰ দেশ-গঠনৰ আৰু জাতি-গঠনৰ সপোনবিলাক আৰু যত্নৰাশিও, মোৰ চিন্তা আৰু কাৰ্য্যাৱলীক সমৰ্থন আৰু শ্ৰদ্ধা কৰা এনেবিলাক বন্ধুৰ দূৰদৰ্শিতাহীন নিষ্ঠুৰ আঘাততেই ভাঙি চূৰমাৰ হৈ আজি অসম আৰু অসমীয়াৰ বৰ্তমান আৰু ভৱিষ্যৎ সমাধান বিচাৰি নোপোৱা জটিলতম পৰিণাম সৈতে প্ৰচণ্ডতম বা-মাৰলিৰ পাকত পৰিল। জাউৰিয়ে জাউৰিয়ে অসমৰ ওপৰত বিপদৰ ধুমুহা পৰি থকা এই ঘোৰ সঙ্কটময় পৰিস্থিতিতো তাৰ ৰক্ষাৰ পক্ষে শক্তিশালী ৰাজহুৱা মাত এষাৰ দিবলৈকে কোনো ৰাজহুৱা অনুষ্ঠান এটা নোহোৱা হ'ল। সত্যপ্ৰিয় কোনো লোকেই ন্যায়তঃ এই কথা অস্বীকাৰ কৰিব নোৱাৰে।" কিন্তু হ'লেও, মোৰ চিন্তা আৰু কৰ্ম-প্ৰৱাহ সেই একে সুৰে, একে গতিৰে, একে দৰেই অব্যাহতভাৱে আজিলৈকে চলি আছে বৃদ্ধত্বৰ



অচল অৱস্থাত সি দুৰ্বল হৈ হ'লেও। উক্ত বন্ধুবৰ্গৰ কোনো মাৰঘাতেই তাত কোনো প্ৰকাৰৰ বিকৃতি আনিব পৰা নাই। মোৰ 'তুমি' কাব্যৰ প্ৰেৰণাৰ ক্ষেত্ৰতো মই প্ৰিয়তা-অপ্ৰিয়তালৈ লক্ষ্য নাৰাখি আচল কথাটোকে কম।

নীল সাগৰ দেখা নাই,—কিন্তু নীল আকাশখন দিন-ৰাতি চকুৰ আগত লৈ আছোঁ। এই দুয়োখন আঁচলৰ মাজত স্নিগ্ধোজ্জ্বল জেউতিৰে পূৰ্ণিমাৰ পয়োভৰ উপচি পৰা সেই মুখ-চন্দ্ৰমাৰ টিপ হাঁহিটোৰ বিজুলী চমকটোৱে এপাৰ হানি হোৱা মোৰ বাঁও হাতৰ কনিষ্ঠাঙ্গুলিটোৰ ফালে চাই চাই মোৰ আৰু কৰ্মধাৰাক আজিলৈকে মোক প্ৰেৰণা দিয়েই আছে। এই চিন্তা-জ্যোতি নিষ্প্ৰভ হোৱা নাই। একেদৰেই আলোক বিকিৰণ কৰি আছে। মই ইংৰাজী ১৯০০ চনৰপৰা গৌৰীপুৰ, শিৱসাগৰ আদি ঠাইত দুই এবছৰৰ বাবে হাইস্কুলত পঢ়ি বাধ্যতাত পৰি এৰি পুনৰ গুৱাহাটীলৈ আহি হাইস্কুলত নাম লগাওঁ। তেতিয়া ইং ১৯০৩।৪ চন।

তেওঁৰ আপেল-পকা মুখখনিৰে ১১ বছৰীয়া কিশোৰী। মই কিশোৰত্বৰ ডেওনা চেৰাই গৈ যুৱকত্বত সোমাৱা নাইবা সোমাওঁ সোমাওঁ হোৱা ১৭ বছৰীয়া অৰ্ধ ডেকা বা ডেকা। তেওঁ বঙ্গালী, মই অসমীয়া। মই পঢ়োঁ তেতিয়া পানবজাৰৰ জুবিলী গাৰ্ডেনৰ পূব আলিটোত থকা সোণাৰাম হাইস্কুলত,—তেওঁ পঢ়ে গুৱাহাটী সদৰ হস্পিটালটোৰে পাচত সামৰি লোৱা পশ্চিম ফালৰ মাটিত থকা ছোৱালী এম-ই স্কুলত। দুয়োখন স্কুল ওচৰা-উচৰি। স্কুললৈ যোৱা-অহা বাটো দুয়োৰে প্ৰায় একেটাই। তেওঁ যায় স্কুললৈ লগৰীয়া ছাত্ৰী এজাকৰ সৈতে তেওঁৰ অৰুণ-ৰঙা মুখখনিৰ দুয়ো কাষে পহৰা দি আওৰি ৰখা, খোজে পতি লাস্য তোলা নিটোল নিতম্বখনিক চেৰাই কলাফুললৈকে ব'ই পৰা নিবিড় মেলা চুলিকোচাত পশ্চিমাকাশত বহাগী ষঠীৰ স্তৰকবোৰ মুকলি হৈ উঠি অহা ঘনকৃষ্ণ মেঘ লানিৰ লহৰ তুলি। মই যাওঁ সেই বাটেৰেই, কেতিয়াবা তেওঁৰ পিচে পিচে আৰু কেতিয়াবা তেওঁৰ আগ হৈ, বিভৱানন্দ ব্যায়ামশালাত শৰীৰ চৰ্চাত পুষ্ট হোৱা মোৰ স্বাস্থ্য সম্পদৰ প্ৰতি তেওঁৰ মনোযোগ আকৰ্ষণ কৰাৰ মানসেৰে বলিষ্ঠ কেৰামতী কায়দাৰে খোজ পেলাই পেলাই। তেওঁ মোৰ ফালে চায়, মই তেওঁৰ ফালে চাওঁ।

তেওঁলোকৰ বাহিৰৰ চ'ৰাঘৰত সঙ্গীত চৰ্চাৰ ধুম আছিল। তবলা, হাৰমোনিয়ম, চেতাৰ, বেহেলা আদি বাদ্য-যন্ত্ৰৰে ভৰা। তেওঁৰ পিতাকে নিতৌ সন্ধিয়া ৭টা মান বজাৰপৰা ৰাতি ১১।১২ বজালৈকে তেওঁৰ সঙ্গীসবাকে লৈ তাত গীতবাদ্যৰ আনন্দ উপভোগ কৰিছিল। তেওঁৰ

সৰু খুড়ায়েক এজন একে স্কুলতে মোৰ সহপাঠী আছিল। আমাৰ দুয়োৰো ভিতৰত আন্তৰিক বন্ধুত্বৰ ভাব আছিল। মোৰ দৰে তেৱেঁা গাব বজাব জানিছিল। গধূলি ৭ বজাত পিতায়েকৰ মজলিছ নো বহোঁতেই, তেওঁৰ খুড়ায়েক আৰু মই স্কুলৰপৰা আহিয়েই তাত গীত-বাদ্য চলাইছিলোঁ। হাৰমোনিয়মেৰে মই গীত গাবলৈ আৰম্ভ কৰিলেই তেওঁ লৰালৰিকৈ আহি কাষতে থকা বেঞ্চিখনত বহি আনন্দাপ্লুত দৃষ্টিৰে মোৰ ফালে চাই গীত শুনি থাকে। তেৱেঁা কিছু কিছু গীত গাব জানিছিল। এদিনাখন খুড়ায়েকৰ অসাক্ষাতত তলৰ কথাখিনি গীতৰ সুৰেৰে গাই তেওঁক মই শুনাওঁ:

আমি গাই গান
তুমি এক দৃষ্টে চেয়ে থাক
আমাৰ প্ৰাণ কৰে আন্‌চান—

তেওঁ লাজতে ৰঙাৰ ওপৰত ৰঙা হৈ হাঁহিৰ নিৰৱ খলক তুলি মোৰ আগৰপৰা লৰি গুচি গৈ ঘৰত সোমায়। আজিও মই নজনাকৈ কেতিয়াবা কেতিয়াবা মোৰ কণ্ঠত উক্ত কথা কেইষাৰ সেই চাবেক সুৰেৰেই গীত হৈ আপোনা-আপুনি গুণ গুণকৈ ওলাই আহে, আৰু আলোকময়ী তেৱেঁা সেই আগৰ ঠেৱেৰেই সেই বেঞ্চিখনত আহি বহি ভহা ভহা আনন্দাপ্লুত চকুযুৰিৰে মোৰ মুখৰ ফালে চাই থাকে। এদিন মই গীত গাই থাকোঁতে খুড়ায়েক কিবা কাৰণত ভিতৰলৈ যোৱা সুযোগ বুজি হঠাৎ আহি তেওঁ মোৰ চোলাৰ মোনাত কিবা এটা ভৰাই দি বিজুলী গতিৰে গুচি গ'ল। মই পাচত চোলাৰ মোনাৰপৰা উলিয়াই চাওঁ যে সেইটো এটা সৰু ৰূপৰ টেমা। এনেতে খুড়ায়েকে ভিতৰৰপৰা অহাত মই ততাতৈয়াকৈ টেমাটো পুনৰ মোৰ চোলাৰ মোনাত সুমুৱাই থলোঁ। মই গীত গাই গুচি আহি বাহিৰত মোনাৰপৰা টেমাটো উলিয়াই খুলি চাই দেখোঁ যে তাত অতি সুগন্ধি সৰু সৰু কেইডুখৰিমান কিবা মছলা আৰু এডোখৰ ভাজ কৰা কাকত। কাকত ডোখৰ ভাজ মেলি চাওঁ। তাতলিখা আছিল—"তুমি সুন্দৰ গান গাও। তোমাৰ গলাটা খুব মিষ্টি। আমাকেও গান শিখাও না।"

ইয়াৰ কেইদিনমান পাচতেই বঙ্গ-ভঙ্গ স্বদেশী আন্দোলনৰ ঢৌ আহি পৰিল গুৱাহাটীত। মই তাত আত্মজাহ দি লাগি গ'লোঁ। মোৰ গীত আহি পৰিল আন্দোলনৰ স্বদেশী প্ৰচাৰত। তেওঁক নিতৌ গৈ গীত



শুনোৱা আগ্ৰহটোত কিছু যতি পৰিল। স্বদেশী আন্দোলনৰ লগতে গঠন কৰা 'অসম-সেৱা সংঘ' আৰু এনাকিষ্ট দল সংগঠনত মই সমানে লিপ্ত থাকিবলগীয়া হোৱাত এই যতিটো আৰু কিছু বহল হ'ই পৰিল। তথাপি ৫।৬ দিনৰ মূৰে মূৰে সুবিধাৰ সুৰুঙা উলিয়াই লৈ তেওঁক গীত শুনাওঁগৈ। তেওঁ আহি আগৰ দৰেই সেই একে ঠাইতে মোৰ গীত শুনে। কিন্তু সেই আনন্দাপ্লুত উজ্জ্বল ৰেখা মুখখনত ফুটি নুঠে—যেন ক্ষুণ্ণতাৰ আৱৰণে তাক ম্লান কৰি ৰাখিছে। মইও মনত আঘাত পাওঁ—আৰু দল সংগঠন আৰু সেৱা-সংঘৰ কামৰ আকৰ্ষণত ক্ষুণ্ণতা লৈ গুচি আহোঁ।

এইদৰে কেইদিনমান যতি পেলাই এদিনাখন মই গীত গাবলৈ যাওঁতে তেওঁ বিজুলী চমকেৰে আহি মোৰ হাতত কাকত এটুকুৰা দিয়েই বিজুলী গতিৰে গুচি গ'ই ঘৰৰ ভিতৰত সোমাল। কাকত পঢ়ি চাই মই হতভম্ব হৈ পৰিলোঁ। ব্যথিত অন্তৰেৰে আকাশ-পাতাল তল-ওপৰ কৰা চিন্তাৰ বোকোচা বুকত লৈ গুচি আহিলোঁ।

পীড়িত মনেৰে সিদিনা গোটেইটো দিন ধৰি চিন্তা কৰিলোঁ। চিন্তাৰ শেষত পালোঁ—তেওঁকো এৰিব নোৱাৰেঁা, মোৰ দেশ স্বাধীন কৰা সেৱা-কাৰ্য্যকো এৰিব নোৱাৰেঁা। কিন্তু, দুয়োটা একেলগে ঠিক ৰখা যায় কেনেকৈ? বিবুদ্ধিত পৰি আত্মহত্যাৰ কথাকে ভাবিলোঁ। কিন্তু পিচ মুহূৰ্ততে এনে ঘৃণনীয় কাপুৰুষতাৰ ভাব এৰি দিলোঁ। ততালিকে স্থিৰ কৰিলোঁ,—মোৰ দেশক স্বাধীন কৰা সেৱা সংগঠনকো ৰাখিম, আৰু তেওঁকো মোৰ লগে লগে ৰাখিম মোৰ কাৰ্য্যত প্ৰেৰণা দি থাকিবলৈকে। কিন্তু কেনেকৈ, কি উপায়েৰে? ব্যক্তি-প্ৰেমতকৈ দেশপ্ৰেম মহীয়ান। দেশৰ আৰু জাতিৰ পৰাধীনতাত ব্যক্তিৰ সকলো ৰূপ, সকলো সৌন্দৰ্য্য, সকলো সম্পদ-মান নিষ্প্ৰভ—ম্লান।

পিচদিনা পুৱাতেই ধাৰাল দা এখনেৰে মোৰ বাঁওহাতৰ কেঞা আঙুলি-টোৰ এপাৰ কাটি, তেওঁৰ সেই সুগন্ধি মছলাৰে সৈতে মোৰ গীত তেওঁ ভাল পায় বুলি লিখা কাকতখন ভৰাই মোক উপহাৰ দিয়া ৰূপৰ টেমাটোতে কটা আঙুলিডোখৰ আৰু তেজখিনি ভৰাই সেই তেজেৰেই এখন কাকতত অসমীয়াৰে এনে ভাৱেৰে লিখি তেওঁক উপহাৰ দি আহিলোঁ—"তুমি মোৰ গীত শুনিবলৈ ভাল পোৱা, মইও তোমাক গীত শুনাবলৈ ভাল পাওঁ। মোৰ গীতে তোমাক আকৰ্ষণ কৰিছে, মোকো তোমাৰ ৰূপে আকৰ্ষণ কৰিছে। তোমাকো মই এৰিব নোৱাৰেঁা, দেশ-সেৱাৰ মোৰ কৰ্মপন্থাও মই এৰিব নোৱাৰেঁা। তোমাক মহিমাময়ী ৰূপ-ৰাণী কৰি তুলিবলৈকেই

মোৰ দেশক স্বাধীন কৰা এই সেৱাব্ৰত। এই কথা নিখুঁত সত্য বুলি তুমি বিশ্বাস কৰিবা। তোমাক মই ভালপোৱা মোৰ এই সত্যতাৰ প্ৰতি তোমাৰ বিশ্বাস জন্মাই তোমাকে মোৰ প্ৰেম জীৱনত নেহেৰুৱাবলৈকেই তাৰ প্ৰত্যক্ষ চিনস্বৰূপে মই আজি মোৰ বাঁওহাতৰ কেঞা আঙুলিটোৰ এপাৰ কাটি, সেই তেজেৰে লিখা এই কথা কেষাৰ, তুমি মোক উপহাৰ দিয়া ৰূপৰ টেমাটোতে ভৰাই তোমাক উপহাৰ দিলোঁ। তুমি মোৰ দেশ-সেৱাৰ কামত মোক অনুপ্ৰাণিত কৰি চিৰকাল মোৰ হাতত বন্ধ হৈ থাকি মোৰ লগে লগে থাকিবা।" মই গুচি আহিলোঁ। তেওঁ বহুত কান্দিলে— স্কুললৈ নোযোৱা হ'ল।

ইয়াৰ এমাহমান পাচতে কলিকতাৰ ধনাঢ্য মৃত জমিদাৰৰ বিধৱা পত্নীৰ একমাত্ৰ সন্তানৰ লগত বিবাহ-বন্ধনত পৰিবলৈ তেওঁ কলিকতালৈ যোৱা উজান বজাৰৰ ঘাটৰ জাহাজত উঠিল। মইও জাহাজ ঘাটলৈ গৈ দূৰৰপৰা তেওঁক মঙ্গলাকাঙক্ষাৰে সম্বৰ্ধনা জনালোঁ। কেইদিনমান পাচত কলিকতাৰপৰা বেদনাৰে ভৰা তেওঁৰ চিঠি পালোঁ বিয়া হৈ গ'ল বুলি। দুমাহমান পাচতে, সাগৰত জাহাজ ডুবি বিলাতলৈ পঢ়িবলৈ যোৱা তেওঁৰ স্বামীৰ প্ৰাণহানি হ'ল। অগাধ ধন-সম্পত্তিৰ সৈতে অতুল ৰূপশালিনী ৰূপৰাণী নিঃসন্তান হ'ই বৈধব্যৰ অগ্নিকুণ্ডত পৰিল। বঙ্গালী কুলীন ব্ৰাহ্মণৰ কন্যা। ৩ মাহমান পাচত একমাত্ৰ পুত্ৰৰ শোকত বুঢ়ী শাহুৱেকৰো মৃত্যু হ'ল। সেই সংসাৰখনত তেওঁ অকলশৰীয়া হ'ল।

তাৰ পাচত তেওঁৰ কি হ'ল সেইটো বিস্ময়-আনন্দকৰ কথা হ'লেও এই প্ৰসঙ্গত সি নিৰৰ্থক আৰু নিষ্প্ৰয়োজন। আৰু মোৰ কি হ'ল? তেওঁৰ স্মৃতিয়ে মোৰ ভাব-জগতত তুলিলে এক অভূতপূৰ্ব আলোড়ন। এফালে এপাৰ নোহোৱা আঙুলিটোৱে সঘনাই সোঁৱৰাই দিয়া তেওঁৰ স্মৃতিৰ সোঁত আৰু আন ফালে দেশপ্ৰেমৰ প্ৰবল ধাৰে মোৰ মনক মোৰ অজ্ঞাতসাৰে কোনোবা সাগৰত পেলাইছিল। সেই ভাবসাগৰত উটি-বুৰি লাভ কৰা অভিজ্ঞতাই মোৰ 'তুমি' আৰু 'বীণা' কাব্যৰ প্ৰেৰণা।

# চেতনাৰ কথা

"উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰাণ্ণি বোধতে"

আজি প্ৰায় তিনি বছৰ মানৰপৰা 'চেতনা' নামেৰে ওখ খাপৰ মাহেকীয়া আলোচনী এখন উলিয়াবৰ প্ৰবল ইচ্ছা এটা আমাৰ মনত জাগি উঠে। এই ইচ্ছা প্ৰথমে অকল যে আমাৰ মনতেই খেলে তেনে নহয়, বৰ্তমান কালৰ অসমৰ সকলো ঠাইৰে আমাৰ লগৰীয়া ডেকা সাহিত্যিক সকলৰ মনতো একে সময়তে 'চেতনাক' জন্ম দিবলৈ প্ৰবল আগ্ৰহ এটা উপস্থিত হয়। ইয়াৰ কাৰণ আন নহলেও এইটো ঠিক, যে সাহিত্যিক সকলৰ সাহিত্য চৰ্চাৰ পিয়াহ পলুৱাবৰ নিমিত্তে ওখ খাপত পেলাই লবলৈ আহল বহল মাহেকীয়া আলোচনী বৰ্তমান কালত অসমীয়া ভাষাত নিচেই তাকৰ। যি তিনিখন আছে সিও কিছুদিন ঠিক ভাবে চলি আহি এতিয়া ওলোৱাত নিয়মৰ ব্যতিক্ৰম কৰিব ধৰিছে। গতিকে, সাহিত্যিক সকলৰ মনত অসন্তোষৰ মাত্ৰা বাঢ়ি 'চেতনা'ক জনম দিবলৈ হোৱা আগ্ৰহটো অতি স্বাভাৱিক। সেই কাৰণে, আমাৰ সদৌ অসমীয়া শিক্ষিত ভাইসকলৰ অনুমোদন আৰু সহানুভূতি খুজি আজি চেতনাৰ ভেঁটি গঢ়ি তুলিলোঁ। চেতনাই নিজৰ উচিত গৌৰৱ ৰক্ষা কৰি নিয়মিত ওলাই থাকি তাৰ উদ্দেশ্য সিদ্ধি কৰিব পৰাত যদি কিবা যশ গৌৰৱ থাকে, তেনেহলে সেই যশ গৌৰৱৰ সম্পূৰ্ণ অধিকাৰী তেওঁলোকেহে। কাৰণ, সাহিত্যৰ বজাৰত চেতনাৰ উচিত মূল্য নিৰ্দ্ধাৰিত কৰা কামত তেওঁ সকলৰ আন্তৰিক চেষ্টা আৰু সহানুভূতিৰ সম্পূৰ্ণ আৱশ্যক আছে। চেতনা ক্ৰমে ডাঙৰ-দীঘল শকত-আৱত আৰু ফলে ফুলে জাতি-স্কাৰ হৈ উঠা ভিতৰুৱা আয়োজন খিনিত বিশ্ব-চেতনাৰ হাত যে সমূলি নাই তেনে নহয়। কিন্তু, খণ্ড চেতনাক ঘঁহি পিহি স্বচ্ছ শুদ্ধ কৰি নললে বিশ্ব-চেতনা প্ৰতিফলিত হবলৈ বাট বিচাৰি নাপাব বুলিহে আমাৰ ধাৰণা। কাৰণ, বিশ্বচেতনা অতি প্ৰশস্ত হলেও কোঁচাই আনি তাক নিজৰ লগত

মিতিৰালি পাতিব দিয়া দায়িত্বটো খণ্ড চেতনাৰ আছে। দুৰ্বল হলে, বিশ্ব-চেতনাৰ লগত বন্ধুত্বৰ দাবী কৰি একে শাৰীত বহি জীৱনৰ প্ৰশস্ততা বঢ়াবলৈ খণ্ড-চেতনা অপাৰগ। অথচ, সকলোতোকৈ খণ্ড-চেতনাৰ এই দায়িত্বটোৰ জোখ বেচি গধুৰ। চেতনাক শ্ৰীময়ী সৌন্দৰ্য্যশালিনী কৰি তুলিবলৈ যিখিনি কাৰিকৰীৰ আৱশ্যক হব সেই সকলোখিনি দিওঁতাৰ গৰাকী আমাৰ সদৌ শিক্ষিত ভাই সকল। চেতনাৰ ভৱিষ্যৎ জীৱন তেওঁ সকলৰ আন্তৰিক চেষ্টা আৰু সহানুভূতিৰ লগত ওতপ্ৰোত হৈ আছে। চেতনাই যদি উদ্দেশ্য সিদ্ধি কৰি কৰ্মক্ষেত্ৰত তাত তেওঁলোকৰ গৌৰৱ; যদি অপাৰগ হৈ অদৃশ্য হোৱাৰ ফালে ঢাল লয়, তেন্তেহলে তাত তেওঁ-সকলৰ অগৌৰৱ। সেই কাৰণে, আমাৰ শিক্ষিত ভাই সকলক আমাৰ এই নিবেদনখিনি জনাই থলোঁ।

॥ চেতনাৰ উদ্দেশ্য ॥

কালৰ প্ৰৱল সোঁতে মাজে সময়ে কুসংস্কাৰৰ বালি মাটি গোটাই আনি, পৃথিৱীৰ সকলো সভ্য জাতিয়ে নিজ নিজ আদৰ্শানুযায়ী আগুৱাই যোৱা উন্নতমুখী তেজাল গতিৰ আগত চাপৰি তুলি দি জাতীয় উন্নতিৰ বেগ ৰুদ্ধ কৰে। তেতিয়া, উন্নতিৰ অগ্ৰগতি বন্ধ হোৱাৰ নিমিত্তে, সীমাবদ্ধ ঠাইতে জীয়া সমাজে গড় ভাঙি বাহিৰলৈ ওলাই যাবৰ চেষ্টাৰপৰা উৎপন্ন হোৱা আঘাত পাই সমাজৰ চাৰিওফালৰ বায়ুমণ্ডল ঘোলা হোৱাত আগেয়ে উপাৰ্জ্জন কৰি লোৱা সম্পদবিলাকো মলিন হৈ পৰে আৰু লগে লগে আদৰ্শটোও অস্পষ্ট হৈ আহি শেষত নাইকিয়া হয়। তেতিয়া, পুৰণি বাট বন্ধ হোৱাত পূৰ্বৰ আদৰ্শৰ ফালে আগুৱাই যাবলৈকে নতুন বাট বিচৰা আগ্ৰহৰ যদিও সমাজৰ বুকত অনুভৱ কৰা যায় তথাপি প্ৰাচীন পথত খোজ কাঢ়ি অভ্যস্ত হৈ, সেইটোকে স্বাভাৱিক গতি বুলি ধৰি লোৱাত নতুনৰ ফালে হোৱা আগ্ৰহটো বিশেষ কাৰ্য্যকৰী হৈ নুঠে। তেতিয়া কোনো নতুন উপায়ে সভ্যতাৰ কোনো নতুন সম্পদ উপাৰ্জ্জন কৰিব নোৱাৰি সভ্যতাৰ জোখত সমাজ ক্ৰমে পাতল আৰু দুৰ্বল হৈ যাব ধৰে। তেতিয়া আন আন বুদ্ধিমান জাতিয়ে নিজৰ এই ভুল বুজি নতুনক বৰণ কৰি উপাৰ্জ্জন কৰা সভ্যতাৰ নানাবিধ সম্পদ সৌন্দৰ্য্যৰ আগত পুৰণিৰ আকোলনত সোমাই শুই থকা সমাজৰ অনাদৃত সম্পদবিলাক ইতিকিণ্ডৰ বস্তু হৈ পৰে। কাৰণ, পুৰণিৰ মামৰে ধৰি অচল কৰা সমাজৰ অন্তৰ, নতুনক আপোন ভাবি আহ বুলি আলিঙ্গন কৰিবলৈ বিশেষ বহল নোহোৱাৰ



নিমিত্তে, পুৰণি সম্পদৰ ওপৰত আৰু কাৰ্য্য খটাই আগতকৈও সৌন্দৰ্য্য দুগুণে চৰা কৰি তুলিব পাৰা নাই। সুতৰাং, সভ্যতাৰ নতুন নতুন তেজাল উন্মেষৰ শাৰীৰ বহুত পাচত ই পৰি থাকে। এইদৰে ক্ৰমে পাচ পৰি গৈ গৈ সেই মানুহ-সমাজৰ লগত পশু-সমাজৰ একো পাৰ্থক্য বিচাৰি পোৱা টান হৈ উঠে।

ভাৰত বাসীয়েও এদিন নিজৰ আদৰ্শৰ বিজয় পতাকা আগত লৈ বীৰ দৰ্পেৰে বিজয় দুন্দুভি বজাই ভাৰতীয় সভ্যতাৰ দীপ্ত আলোকেৰে গোটেইখন জগতকে মোহিত আৰু আলোকিত কৰি তুলিছিল। তেতিয়া সমাজৰ দেহত উদাৰতাৰ তেজাল স্ফুলিঙ্গ থকাৰ নিমিত্তে, সংকীৰ্ণতাই নানা ছল-চক্ৰান্ত কৰি ঢাকি ধৰিবলৈ ওচৰ চাপি আহিলেও তাৰ তাপত পুৰি ছাই হৈ উৰি গৈছিল। সেইকাৰণে, প্ৰাচীন ভাৰতীয় সমাজত, আমি নতুন পুৰণিৰ এনে চিৰস্থায়ী বিৰোধ দেখা নাপাওঁ। সেই গুণে, ভাৰতৰ পুৰণি সমাজত সভ্যতাৰ ইমান বিলাক সম্পদ উপাৰ্জিত হব পাৰিছিল; আৰু সেই সভ্যতাৰ ওচৰত পৃথিৱীৰ আন আন জাতিয়েও শিক্ষা দীক্ষা লৈ মানৱ জীৱনৰ বিচিত্ৰ উন্মেষ সাধিবলৈ নিবেদন জনাইছিল, আৰু ভাৰতেও সেই নিবেদন ৰক্ষা কৰি নিজ সভ্যতাৰ উজ্জ্বল আলোক সকলো জাতিকে বিলাই দি আনন্দ পাইছিল। সংক্ষেপত এইয়ে ভাৰতৰ আদৰ্শ।

বহুতৰ ধাৰণা, যে ভাৰতৰ আদৰ্শ-মন্দিৰ সম্পূৰ্ণ আধ্যাত্মিকতাৰ ওপৰত সাজি তোলাত বাস্তৱতাৰ ঠাই মুঠেই নাই। সেইবাবে, আধ্যাত্মিকতাৰ বাগীয়ে ভাৰতবাসীৰ জীৱনৰ গতি নিমন্ত্ৰিত কৰাত ক্ৰমে দুৰ্বল হৈ আহি অন্ধ হোৱাৰ গুণে, বাহ্যিক জগতৰ বিপুলতা দেখা নাপাই অন্যান্য উন্নতিশীল প্ৰবল জাতিৰ বহুত পাচত পৰি আছে। ফলত, সেই দুৰ্বলতাক আশ্ৰয় কৰিয়েই পূৰ্বপুৰুষ সকলৰ অশেষ প্ৰতিভাৰ দোহাই দি বিশ্ব-সমাজত নিজৰ অনুচিত আসনৰ দাবী কৰি আছে। কিন্তু এই ধাৰণা সম্পূৰ্ণ অমূলক। ভাৰতে অকল আধ্যাত্মিকতাৰ মাল-মছলাৰে কেতিয়াও সভ্যতাৰ সৌধ গঢ়ি তুলিব খোজা নাই। তেনেহলে আজি আমি ভাৰতৰ প্ৰাচীন সভ্যতাৰ ভঁৰালত আধ্যাত্মিকতা আৰু বাস্তৱতাক একেলগে ঘৰ পাতি বসতি কৰা দেখা নাপালোহেতেঁন। আধ্যাত্মিকতা ভাৰতীয় সভ্যতাৰ যিদৰে এটা বিশেষ সম্পত্তি, বাস্তৱতাও সেইদৰে ভাৰতৰ এটা অমূল্য সম্পদ। আধ্যাত্মিকতাৰ জোখতকৈ বাস্তৱতাৰ জোখ ভাৰতীয় সভ্যতাই কেতিয়াও কমাব খোজা নাই। বৰং, ইহজগতৰ কল্যাণৰ অৰ্থে আধ্যাত্মিকতাতকৈ বাস্তৱতাৰ উপযোগিতা বেচি আৰু আধ্যাত্মিকতা ক্ৰমে উজ্জ্বলতৰ কৰি তুলিবলৈ বাস্তৱতাৰ বিশেষ আৱশ্যক আছে বুলিহে প্ৰচাৰ কৰিছে।

সেইবাবে প্ৰাচীন ভাৰতবাসীয়ে কৃষি, বাণিজ্য, শিল্প, বিজ্ঞান, দৰ্শন, সাহিত্য, জ্যোতিষ, ৰাজনীতি, সমাজ-নীতি, ধৰ্ম-নীতি, ইত্যাদি বিদ্যাৰ সমানে আলোচনা কৰি এটা শেষ মীমাংসা কৰিবলৈ বিচৰিছিল।

ভাৰতীয় বৃহৎ জাতিৰ এটা ঠেঙুলি আমাৰ এই অসমীয়া জাতিটোৰ ভাৰতীয় সভ্যতাৰ এই আদৰ্শ আগত লৈ এদিন উন্নতিৰ উচচ আসনত গৈ বহিছিল বুলি কথাই বাৰ্তাই কাকতে-পত্ৰে সভাই সমিতিয়ে আমি প্ৰচাৰ কৰি ফুৰোঁ। কিন্তু আমাৰ সমাজৰ বৰ্তমান অৱস্থাটো দ-কৈ আলোচনা কৰি চালে পূৰ্ব-গৌৰৱ প্ৰচাৰ কৰি ফুৰা কথাৰ সত্যতাৰ ওপৰত সন্দেহৰ খুঁত ওলায়। কিন্তু তথাপিতো ইয়াত সান্ত্বনা পাবৰ পথ আছে এই বুলি, যে অকল অসমীয়া জাতিৰ ভাগ্যতে এনে দুৰ্গতি ঘটা নাই। পৃথিৱীৰ সকলো প্ৰাচীন জাতিৰ অদৃষ্টতে কালৰ এই কঠোৰতাৰ চাব পৰিছে। 'সকলো জাতিৰে ভাগ্যত এনে দুৰৱস্থা ঘটিছে যেতিয়া আমাৰো ঘটিছে' বুলি নিশ্চিন্ত হৈ বহি থাকিলে অসমীয়া জাতিৰ দুৰ্বলতা-সম্ভূত এই কলঙ্ক নাযাব। পৃথিৱীৰ আন আন প্ৰাচীন সভ্য জাতিবিলাকে কালৰ এই কঠোৰ বিধিৰ শাসনৰপৰা নিজৰখিনি সম্পূৰ্ণকৈ মুক্ত কৰি লবৰ নিমিত্তে দুৰ্বলতাৰ বিৰুদ্ধে যি উপায়ে যুজি যুজি সুস্থ সবল হব ধৰিছে, অসমীয়া জাতিও নিজৰ মান গৌৰৱ সকলো ৰক্ষা কৰি নিজৰ আদৰ্শানুযায়ী সভ্যতাৰ দৃঢ় ভেটি সাজি তুলিবলৈকে সেইবিলাক উপায় অৱলম্বন কৰিব লাগিব। এইদৰে আগুৱাব লাগিলে অসমীয়া জাতিয়ে স্পষ্টকৈ বুজিব লাগিব, যে দেশৰ স্বাৰ্থৰ আগত ব্যক্তিগত স্বাৰ্থঅতি হীন, দেশৰ গৌৰৱৰ আগত নিজৰ গা-গুটীয়া গৌৰৱ নিচেই ঠেক, দেশৰ মঙ্গলৰ তুলনাত নিজৰ মঙ্গল অতি তুচ্ছ। অসমীয়া জাতিয়ে বুজিব লাগিব, যে জাতীয় যজ্ঞ সম্পাদনৰ অৰ্থে জীৱন বলি দিয়াটো অতি সহজ কথা— ইয়াত ধৰ্ম-প্ৰাণতাৰ সম্পূৰ্ণ গৌৰৱ স্থিৰ থাকে। অসমীয়া জাতিয়ে বুজিব লাগিব, যে জাতীয় সম্পদ, জাতীয় ভাব, জাতীয় চিন্তাৰ ওচৰত, আন সকলো সম্পদ, সকলো ভাব, সকলো চিন্তা, সম্পূৰ্ণ বিজাতীয়। সেইবোৰত অনুপ্ৰাণিত হৈ চলিলে নিজৰ নিজত্বটো জাতীয় নহৈ বিজাতীয় হব। তাৰ ফলত, মাতৃভূমিৰ মহাদান, মহা-আশীৰ্বাদ অসমীয়াই চিৰকাললৈ হেৰুৱাব আৰু অসমীয়াই নিজক নিজে চিনি পাবলৈ টান পাব। এই সত্য অসমীয়াই যেতিয়াই হৃদয়ঙ্গম কৰিব পাৰিব তেতিয়াই দেখা যাব, যে জাতীয় গৌৰৱ ৰক্ষা কৰিবৰ নিমিত্তে অসমীয়াই প্ৰাণৰ ভয় কৰা নাই, জাতীয় স্বাৰ্থৰ তলত ব্যক্তিগত স্বাৰ্থ ৰাখি জাতীয় কল্যাণৰ অৰ্থে জীৱন বলি দিছে। অসমীয়া জাতিয়ে বুজিব, জাতীয় মঙ্গলৰ নিমিত্তে সমাজ-



নীতি দৰকাৰ; জাতীয় কল্যাণৰ নিমিত্তে ৰাজনীতিৰ আৱশ্যক; জাতিৰ মেৰুদণ্ড সবল ৰাখিবলৈ কৃষি, শিল্প বাণিজ্য আদি প্ৰধান অস্ত্ৰ; জাতিৰ সম্ভ্ৰম বঢ়াবলৈ, দৰ্শন, বিজ্ঞান, সাহিত্য, জ্যোতিষ ইত্যাদি মূল্যবান অলঙ্কাৰ। সেইবাবে, আমি সমাজ-নীতি, ৰাজ-নীতি, কৃষি, শিল্প, বাণিজ্য ইত্যাদিৰ সহায়েৰেই জাতীয়তাৰ ডাঙৰ দীঘল অহল বহল ৰাজ আলি বান্ধিবলৈ আগ বাঢ়িম। কাৰণ, জাতীয়তা যেতিয়া শকত আৰত হৈ বীৰ দৰ্পেৰে আদৰ্শৰ ফালে লক্ষ্য ৰাখি চলিবৰ সময় আহিব, তেতিয়া এই ৰাজ-আলি ঠেক বুলি যেন সি পিছল খাই বাগৰি পৰিব নোৱাৰে। এই মহাসত্যৰ সৌন্দৰ্য্য বঢ়োৱাটোৱে চেতনাৰ ঘাই উদ্দেশ্য।

চেতনাৰ বৰ্তমান সংখ্যাৰ আখৰ জোঁটনি সম্বন্ধে সদাশয় পাঠক সকলৰ ওচৰত আমাৰ কৈফিয়ৎ আৰু তাৰ বাবে ক্ষমা প্ৰাৰ্থনা।

'চেতনা'ৰ সদাশয় লিখক সকলৰ ওচৰত আমাৰ শলাগনি আৰু নিবেদন।

যি সকলে পৰিশ্ৰম কৰি লিখি প্ৰবন্ধাদি দি 'চেতনা'ক আজি ৰাইজৰ আগত ওলাবৰ উপযুক্ত কৰি তুলিলে, তেওঁসকলৰ ওচৰত আমাৰ অন্তৰৰ গভীৰ কৃতজ্ঞতা জনাই থলোঁ।

১ম ভাগ ভাদ ১৩২৬

# ডেকা অসমৰ কথা

উচা-নীচা , ধনী নিধনী, জাতি-ধৰ্ম নিৰ্বিশেষে অসমীয়া জাতি সংগঠন সম্বন্ধে 'সংৰক্ষিণী' সভাৰ যি লক্ষ্য, তাৰ মুখ পত্ৰ 'ডেকা অসম'ৰো সেয়ে লক্ষ্য। দেশৰ ডেকাসকলেই জাতিৰ ভৱিষ্যৎ সম্পত্তি। সেইবাবে, ব্ৰহ্মপুত্ৰ উপত্যকা, কাছাৰ, খাছি, নাগা, গাৰো, মিকিৰ, আবৰ, মিচমি, ডফলা, মণিপুৰ আদি ভূমিখণ্ডৰ মূল অধিবাসী, আৰু এইবিলাক ঠাইত মাটিবাৰী, বেহা-বেপাৰ, চাকৰি-বাকৰি আদি লৈ স্থায়ী ভাৱে বাস কৰি অসমীয়াৰ স্বাভাৱিক জাতীয় স্বাৰ্থৰ প্ৰতি শ্ৰদ্ধাশীল হৈ থকা আন আন প্ৰদেশৰ লোক সকলোৰে সংগঠিত অসমীয়া জাতিৰ, বিশেষকৈ ডেকা-সকলৰ আগত কৰ্ম চৰিত্ৰৰ ত্যাগ মাহাত্ম্যৰ, জ্ঞান গৌৰৱৰ, শৌৰ্য্য-বীৰ্য্যৰ, শিল্প-বাণিজ্যৰ, চিন্তা ধাৰণাৰ উচ্চ আদৰ্শ দাঙি ধৰি তাক পূৰ্ণ স্বৰাজত প্ৰতিষ্ঠিত কৰি তোলাৰ বাবে লক্ষ্য লৈয়েই 'ডেকা অসম'ৰ জন্ম হ'ল। গতিকে , ই সকলোবিধ অন্যায় বিৰোধৰপৰা মুক্ত থাকি, দেশবাসীৰ ভিতৰত কেৱল মিলন আৰু শান্তিৰ মহৎ ইচ্ছাহে আকাঙ্ক্ষা কৰিব।

এই লক্ষ্যত উপনীত হবলৈকে 'ডেকা অসমে' গবৰ্ণমেণ্টৰ বা আন কোনো ৰাজহুৱা প্ৰতিষ্ঠানৰ অসমীয়াৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ অনুকূল নীতিৰ লগত অনিবাৰ্য্য সহযোগ আকাঙ্ক্ষা কৰিব, আৰু তাৰ বিপৰীত হ'লে আন নীতি অৱলম্বন কৰিবলৈকেও প্ৰস্তুত থাকিব।

'ডেকা অসমে' যিদৰে অসমত অসমীয়াৰ সবল জাতীয় অস্তিত্ব প্ৰতিষ্ঠা কৰি তোলাৰ ফালে ঘাইকৈ মনোযোগ ৰাখি চলিব, সেইদৰে ভাৰতৰ বহল জাতীয় স্বাৰ্থৰ লগতো বিশেষ ভাৱে সংশ্ৰৱ ৰাখি তাত অসমীয়াৰ সত্তা স্থায়ী কৰি তুলিবৰ চেষ্টা কৰিব। কিন্তু অসমীয়াৰ জাতীয় জীৱন পৰিপুষ্টিৰ অনুকূল কাৰ্য্যৰ ফালে ঘাইকৈ চকু ৰাখি চলিব।

অসমৰ মাটি-বাৰী, খেতি-বাতি, বেহা-বেপাৰ শিল্প-বাণিজ্য, চাকৰি-বাকৰি, কাম-কাজ, ভাষা-সাহিত্য, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সকলোতে



যাতে যোগ্য অসমীয়াৰ পূৰ্ণ প্ৰভাৱ বৰ্ত্তে তাৰ বাবে 'ডেকা অসমে' প্ৰাণ-পণে চেষ্টা কৰিব। অসমত অসমীয়াই এই স্বাভাৱিক ন্যায়-ধৰ্ম সঙ্গত অধিকাৰ লাভৰ পথত দেখা দিয়া প্ৰতিবন্ধক যিমানেই প্ৰবল নহওক, 'ডেকা অসমে' নিৰ্ভীক আৰু সাহসিকতাৰে তাক প্ৰতিৰোধ কৰিবলৈ প্ৰাণ টাকি যুদ্ধ কৰিব। 'ডেকা অসমে' অসমীয়াৰ এই আকাঙ্ক্ষাৰ পৰিপন্থী যি কোনো বিষয়ক, নিজৰ গাত লাগি থকা হলেও, বাদ দি অসমৰ ৰাজ-নীতি অৰ্থনীতি সমাজনীতি সংগঠনৰ অনুকূলে কাম কৰিব।

দাস্যভক্তিৰ সেৱক অসমীয়া জাতিয়ে নৰ-নাৰায়ণ সেৱাৰ মহান আদৰ্শ পাহৰি গৈছে। জাতিৰ মুখিয়াল মন-নগৰৰ নৰ্দমাবিলাকত নীচ, হীন, ভীত মনোবৃত্তিৰ পুঞ্জীকৃত ময়লা জমি জাতিক স্বাস্থ্যহীন কৰি তুলিছে, সেইবাবে, এই মনোৰাজ্যৰ নৰ্দমাবিলাকৰ ময়লা পৰিষ্কাৰ কৰি জাতিৰ ভগ্ন স্বাস্থ্য উদ্ধাৰৰ উদ্দেশ্যে ডেকা অসমে অকল নৰ্দমা পৰীক্ষক (ড্ৰেইন ইন্‌স্পেক্টৰ) হৈয়ে নাথাকিব, নৰ্দমা পৰিষ্কাৰক (ড্ৰেইন্ চুইপাৰ) হৈ অসমীয়া জাতিৰ আগত সমাজ সেৱাৰ মহান আদৰ্শ ও দাঙি ধৰিবলৈ দিহা কৰিব।

অকল বয়স লৈয়ে ডেকা অসমৰ মালিকৰ বিচাৰ নহব। ডেকা অসমৰ জাতি সংগঠনৰ উদ্দেশ্যত প্ৰাণ ঢালি সহযোগ কৰাজন বয়সত বুঢ়া হলেও, তেওঁ ডেকা অসমৰ মালিক আৰু সহযোগ নকৰাজন, অৰ্থাৎ অসমীয়া জাতিৰ যাবতীয় সমস্যা সমাধানত একো কাৰ্য্যকৰী স্বাৰ্থ নৰখা-জন তেজে-পানীয়ে, পিন্ধনে-উৰণে বয়সত ডেকা হলেও তেওঁ ডেকা অসমৰ কোনো নহয়।

দেশবাসীয়ে 'ডেকা অসমক' বাতৰি কাকতৰ শাৰীত লৈ বিচাৰ নকৰি জাতি সংগঠন আৰু সংৰক্ষণ বিষয়ক ক্ষুদ্ৰ পত্ৰিকা বুলি ধৰিলেহে উচিত হব।

'ডেকা অসম' যাৰ মুখপত্ৰ, সি ধন সম্বলহীন। সেইবাবে সম্প্ৰতি সি সামান্য আকাৰেৰে ওলাল। ইয়াৰ প্ৰয়োজনীয়তা বুজি দেশবাসীয়ে লাগতিয়াল সহযোগ দিলে, ই দোপত দোপে ক্ৰমে ডাঙৰ বহল হৈ যাব।

১ম বছৰ, সোমবাৰ ৩১ আহাৰ ১৮৫৭শক ১ম সংখ্যা।

# অম্বিকাগিৰী ঃ জীৱন পৰিচিতি

**শ্ৰীনন্দ তালুকদাৰ**

অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী বুলিলে আমাৰ চকুত ভাহি উঠে আজীৱন নিষ্ঠা আৰু ঐক্যান্তিকতাৰে দেশ, জাতি আৰু ভাষা-সাহিত্যৰ বাবে সংগ্ৰাম কৰি ভাগৰি নপৰা চাৰি কুৰি তিনিবছৰীয়া এগৰাকী চুটি চাপৰ অলপ স্থূলকায় মনীষীৰ ছবি। চান্দমাৰী শিলপুখুৰী আলি বাটেৰে হাতত লাখুটি এডাল লৈ গুৰু গম্ভীৰ খোজেৰে সঘনে অঁহা যোৱা কৰা সেই মানুহজন যোৱা ১৯৬৭ খৃঃৰ ২ জানুৱাৰী তাৰিখে চিৰদিনৰ বাবে হেৰাই গ'ল। অসম আকাশৰ এটি উজ্জ্বল নক্ষত্ৰ খহি পৰিল। পৰিসমাপ্তি ঘটিল এটি সুদীৰ্ঘ সংগ্ৰামশীল জীৱনৰ।

শ্ৰীমন্ত শঙ্কৰদেৱৰ বংশৰ জগদানন্দ বা ৰামৰায় অম্বিকাগিৰী ৰায়-চৌধুৰীৰ পূৰ্বপুৰুষ। বৰপেটাৰ বিখ্যাত ৰায়গিৰী পৰিয়ালৰ কৃষ্ণৰাম ৰায়চৌধুৰী অম্বিকাগিৰীৰ পিতৃদেৱ। অম্বিকাগিৰীৰ মাতৃ দেৱকী দেৱী শ্ৰীমন্ত শঙ্কৰ দেৱৰ চৰিত প্ৰণেতা শ্ৰীৰামচৰণ ঠাকুৰৰ বংশধৰ। পূণ্য পীঠ বৰপেটা ধামত কৃষ্ণৰাম ৰায়চৌধুৰীৰ ঔৰসত আৰু দেৱকী দেৱীৰ গৰ্ভত ১৮০৭ শকৰ ৪ পুহ, ইংৰাজী ১৮৮৫ খৃঃৰ ডিচেম্বৰ মাহত অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম। অম্বিকাগিৰী পিতৃমাতৃৰ দ্বিতীয় সন্তান। প্ৰথম সন্তান স্বৰ্গীয় গিৰীশচন্দ্ৰ ৰায়চৌধুৰী। গিৰীশ ৰায় চৌধুৰী এগৰাকী স্বনাম ধন্য শিক্ষাবিদ আৰু অভিনেতা। তৃতীয় সন্তান স্বৰ্গীয়া ৰোহিণী দেৱী। ৰোহিণীদেৱীৰ পুত্ৰ নগাঁও ছোৱালী কলেজৰ অধ্যক্ষ প্ৰবীণ সাহিত্যিক শ্ৰীমহেশচন্দ্ৰ দেৱগোস্বামী। চতুৰ্থ সন্তান শ্ৰীযুতা লক্ষ্মী-প্ৰিয়া দেৱী।

সাত বছৰ বয়সতে নিচেই সৰু কালতে অম্বিকাগিৰী পিতৃ-স্নেহৰ-পৰা বঞ্চিত হব লগা হয়। মাতৃ দেৱকী দেৱীৰ মূৰত আকাশী সৰগ ভাগি পৰিল। আমা-ডিমা ল'ৰা-ছোৱালী কেইটি বুকুত সাবটি বৈধব্যৰ

যন্ত্ৰণা মূৰ পাতি লব লগা হ'ল। কৃষ্ণ ৰাম ৰায়চৌধুৰী আছিল মধ্যবিত্ত পৰিয়ালৰ সন্তান। বৰপেটা সত্ৰৰ প্ৰয়োজনীয় কানি-কাপোৰ তেওঁ নিজহাতে চিলাই কৰি যোগান ধৰিছিল। স্বামীৰ মৃত্যুৰ পিচত দেৱকী দেৱীয়ে অকণ অকণ ল'ৰা-ছোৱালী কেইটিক লৈ পিতৃগৃহৰ সহায় বিচৰাৰ বাহিৰে উপায় নাছিল। গিৰীশ ৰায়চৌধুৰী আৰু অম্বিকাগিৰীৰ শিক্ষা-দীক্ষাৰ সকলো দায়িত্ব মোমায়েকেই ললে। গিৰীশ ৰায়চৌধুৰী বি,এ, পাছ কৰি এজনা শিক্ষাবিদ হিচাবে খ্যাতি অৰ্জন কৰিছিল।

মোমায়েক সকলৰ তত্ত্বাৱধানতে অম্বিকাগিৰীৰো শিক্ষা আৰম্ভ হ'ল। পোনতে বৰপেটাতে প্ৰাথমিক শিক্ষা লাভ কৰিলে। বৃত্তি লাভ কৰি সুখ্যাতিৰে প্ৰাইমাৰী পৰীক্ষাত উত্তীৰ্ণ হ'ল।

অম্বিকাগিৰীৰ পেহায়েকৰ ল'ৰা হৰমোহন চৌধুৰী। সম্বন্ধত ককায়েক। তেতিয়া তেওঁ গুৱাহাটী উপায়ুক্ত কাৰ্য্যালয়ত পেস্কাৰ। হৰমোহন চৌধুৰীয়ে অম্বিকাগিৰীক নিজৰ লগলৈ আনিলে। তেতিয়াৰ দিনত গুৱাহাটীলৈ অহা যোৱা কৰা বাট পথ সুচল নাছিল। বৰপেটাৰপৰা তাৰাবাৰীলৈ খোজ কাঢ়ি যাব লাগে। তাৰপৰা জাহাজেৰেহে গুৱাহাটীলৈ আহিব পাৰি।

অম্বিকাগিৰীয়ে ১৮৯৯ খৃঃত তাৰাবাৰী হৈ জাহাজেৰে গুৱাহাটীলৈ যাত্ৰা কৰিলে। তেতিয়া তেওঁৰ বয়স ১৪ বছৰ। জাহাজত অগ্নিকবি কমলা কান্ত ভট্টাচাৰ্য্যৰ লগত পৰিচয় হল। কমলাকান্ত ভট্টাচাৰ্য্য আৰু হৰিবিলাস আগৰৱালা সেইখন জাহাজতে কলিকতাৰপৰা তেজপুৰলৈ আহিছিল।

গুৱাহাটী সোণাৰাম হাইস্কুলত ইংৰাজী শিক্ষা আৰম্ভ কৰিছিল।' সৰুৰেপৰা ৰায়চৌধুৰী চোকা ল'ৰাই আছিল। কিন্তু তেওঁৰ পঢ়া-শুনাত কৈ আন কামৰ প্ৰতিহে ধাউতি বেচি। স্কুলত পঢ়া সময় ছোৱাতে পান বজাৰৰ বিখ্যাত ব্যায়াম বীৰ স্বৰ্গীয় বিভৱানন্দ চৌধুৰীৰ তলত ব্যায়াম শিকিছিল। ১৯০০ খৃঃৰ পিচত মাজতে কিছুদিন গৌৰীপুৰ আৰু শিৱসাগৰতো পঢ়িছিল। পিচত পুনৰ গুৱাহাটীলৈ উভতিল।

১৯০৪-১৯০৫ খৃঃত বঙ্গ-ভঙ্গ আৰু বিদেশীবস্ত্ৰ বৰ্জনৰ প্ৰবল আন্দোলন। স্কুলীয়া ছাত্ৰ অম্বিকাগিৰীয়ে কেইজনমান সহপাঠীৰ লগত লগ হৈ গুৱাহাটীত এনাৰ্কিষ্ট দল গঠন কৰিবলৈ যত্ন কৰিছিল। এদিন নিশা তেওঁলোকৰ দলটোৱে দীঘলী পুখুৰীৰ উত্তৰ পাৰে থকা ইংৰাজ চাহাবিলাকৰ ক্লাব ঘৰটোত অগ্নি সংযোগ কৰিছিল।

স্বদেশ প্ৰেমৰ ভাব আগত ৰাখি সেই বছৰতে সৰস্বতী পূজাৰ সময়ত



'বন্দিনী ভাৰত' নামৰ এখন নাটক মঞ্চস্থ কৰিবলৈ স্থিৰ কৰিলে। নাটক-খনি অশেষ কষ্ট কৰি অম্বিকাগিৰী ৰায়চৌধুৰীয়ে একে ৰাতিৰ ভিতৰতে লিখি উলিয়ায়। তেতিয়াৰ দিনত গুৱাহাটীত সৰস্বতী পূজা অকল কলেজিয়েট স্কুলতহে হৈছিল। বিদ্ৰোহমূলক নাট 'বন্দিনী ভাৰত-মাতা'ই দৰ্শকৰ মাজত বেছ উত্তেজনাৰ সৃষ্টি কৰিছিল। অভিনয়ৰ পিচত পুলিচে আহি নাটখনিৰ পাণ্ডুলিপিখন বাজেয়াপ্ত কৰি লৈ গ'ল।

লাহে লাহে অম্বিকাগিৰীৰ কাৰ্য্য-কলাপ পুলিচৰ চকুত সন্দেহজনক হৈ পৰিল। ১৯০৫ খৃঃত অম্বিকাগিৰীক গুৱাহাটীৰপৰা বৰপেটালৈ গৈ 'নজৰবন্দী' হিচাবে থাকিবলৈ বাধ্য কৰিলে।

নিচেই সৰু কালতে আন্দোলনত যোগ দিয়াৰ বাবে তেওঁৰ শিক্ষা-জীৱনৰো সামৰণি পৰিল। কলেজীয়া শিক্ষা লাভ কৰাৰ সৌভাগ্য অম্বিকাগিৰীৰ নঘটিল। ইংৰাজী স্কুলৰ থাৰ্ড-ক্লাছ, বৰ্তমান অষ্টম-মান শ্ৰেণীলৈক পঢ়ি শিক্ষাৰ সামৰণি মাৰিলে। গুৱাহাটীত সেই সময়ত অম্বিকাগিৰীয়ে সঙ্গীতজ্ঞ হিচাবে খ্যাতি অৰ্জন কৰিছিল। তেতিয়াৰ সভা-সমিতিত অম্বিকাগিৰীয়ে প্ৰায়ে বৰগীত গাইছিল।

ৰায়চৌধুৰী নজৰবন্দী হৈ থকা কালছোৱাত বৰপেটাত বঙালী নাটৰ প্ৰচলনহে আছিল বেচি। ১৯১১ খৃঃত পঞ্চম জৰ্জক নতুন দিল্লীত ৰাজ-দৰবাৰ পাতি ৰাজমুকুট পিন্ধোৱা উপলক্ষে সমগ্ৰ ভাৰতবৰ্ষৰ নগৰে-চহৰে বিভিন্ন কাৰ্য্যসূচীৰে উৎসৱৰ আয়োজন কৰা হৈছিল। তেতিয়াৰ বৰপেটা মহকুমাৰ মহকুমাধিপতি ৰাধানাথ ফুকন ডাঙৰীয়ায়ো উৎসৱ উপলক্ষে বৰপেটাৰ গণ্যমান্য ব্যক্তিসকলৰ লগত আলোচনা কৰিলে। ৰায়চৌধুৰীয়ে উৎসৱত বঙালী যাত্ৰা গান নকৰি অসমীয়া নাটক অভিনয় কৰিবলৈ পৰামৰ্শ দিলে। আৰু লগতে চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ' আৰু দুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থ পৰাজয়' নামৰ অসমীয়া নাট দুখনিলৈ আঙুলিয়ালে। 'অসমীয়া নাট অভিনয় উপযোগী নহয়, অসমীয়া নাটৰ বচন মাতি সুখ নাপায়' বুলি ৰায়চৌধুৰীৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে।

ৰায়চৌধুৰী কিন্তু নিৰাশ নহ'ল। অসমৰ ৰঙ্গমঞ্চত বঙালী নাটৰ ঠাইত অসমীয়া নাট প্ৰচলন কৰিবলৈ উঠি-পৰি লাগিল। ইয়াৰ ফল-স্বৰূপেই 'জয়দ্ৰথ বধ' নাটৰ সৃষ্টি। ৰায়চৌধুৰীৰ পৰিচালনাতে নাটখনি কেবাবাৰো অভিনয় কৰা হৈছিল। বৰপেটাৰ ৰঙ্গমঞ্চৰপৰা জয়দ্ৰথ বধ নাটেই বঙালী নাট বহিষ্কাৰ কৰিলে। 'ভক্ত গৌৰৱ' বা 'শিখিধ্বজ' আৰু 'কল্যাণময়ী' এই কালছোৱাতে ৰচনা কৰা আন দুখনি নাট। জয়দ্ৰথ

ৰধ পুথিৰ আকাৰত ছপা হৈছে। কল্যাণময়ীখন আৱাহনৰ পাতত ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল।

১৯০৮ খৃঃৰপৰা ১৯১৫ খৃঃলৈ এই কালছোৱা ৰায়চৌধুৰীৰ সাহিত্য সৃষ্টিৰ পয়োভৰৰ কাল। নাটকৰাজিৰ উপৰিও এই কালছোৱাতে তেওঁৰ প্ৰখ্যাত কাব্য তুমি, বীণা, ৰেণু আৰু আন গীত-পদ-প্ৰবন্ধ আদিৰ ৰচনা।

বৰপেটাত নজৰবন্দী হৈ থকা কালছোৱাৰ অন্ত পৰিলত ১৯১৪ খৃঃৰ নবেম্বৰ মাহত ৰায়চৌধুৰী ডিব্ৰুগড়লৈ গৈছিল। ডিব্ৰুগড়ত ৰায়চৌধুৰী 'আসাম বান্ধৱ'ৰ সহকাৰী সম্পাদক হিচাবে নিযুক্ত হয়। ইয়াতে সঙ্গীতজ্ঞ হিচাবেও বিশেষ খ্যাতি লাভ কৰে। নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত বহা অসম এছোচিয়েচনৰ সভা মুকলি কৰা হৈছিল ৰায়চৌধুৰীৰ 'হায় এয়েনে ভাৰত ধাম' গীতটিৰে। ডিব্ৰুগড় আমোলাপটী থিয়েটাৰ হলতো ৰায়চৌধুৰী এগৰাকী নিয়মীয়া অভিনেতা। ইয়াতে এজন বিখ্যাত প্ৰকাশকক অৰ্থাভাৱত তেওঁৰ 'তুমি' কাব্যৰ পাণ্ডুলিপিখন ৪০ টকাত বিক্ৰি কৰি দিব বিচাৰিছিল। প্ৰকাশকজনে মাত্ৰ কুৰি টকাহে আগ-বঢ়ালে। ৰায়চৌধুৰীও এক প্ৰকাৰ সন্মত হৈছিল। পিচত যেনিবা বন্ধু এজনে বাধা দিয়াত ডিব্ৰুগড় ৰেলৱে প্ৰেছৰপৰা ১৯১৬ খৃঃত নিজেই ছপাই উলিয়ালে। 'বীণা' (১৯১৬) ডিব্ৰুগড়তে প্ৰকাশ হয়।

ৰায়চৌধুৰী ডিব্ৰুগড়ত থকা কালছোৱাতে শিৱসাগৰত ১৯১৭ খৃঃৰ ডিচেম্বৰ মাহত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ সূচনা। ৰায়চৌধুৰী ডিব্ৰুগড়ৰপৰা প্ৰতিনিধি হিচাবে আহি সেই বছৰেই সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সভাৰ সদস্য নিৰ্বাচিত হয়। এনেদৰে সাহিত্য সভাৰ জন্মলগ্নৰ লগত ৰায়চৌধুৰীৰ নিবিড় সম্বন্ধ।

১৯১৮ খৃঃত ৰায়চৌধুৰী ডিব্ৰুগড়ৰপৰা গুৱাহাটীলৈ আহিল। গুৱাহাটীত অৰুণা প্ৰেছ স্থাপন কৰি যেতিয়া 'চেতনা' নামৰ মাহেকীয়া আলোচনী এখন উলিয়াবলৈ সিদ্ধান্ত কৰিলে তেতিয়া তেওঁৰ হাতত মূলধন মাত্ৰ দুটকা। সেই উদ্দেশ্যে গুৱাহাটীৰ কেবাজনো বিশিষ্ট ব্যক্তিৰ উপদেশ আৰু সহায় বিচাৰি কাষ চাপিল যদিও নিৰাশ হব লগা হ'ল। 'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰাণ্ণি বোধতে' মূল মন্ত্ৰ লৈ চেতনা কাকতৰ মাধ্যমেৰে ৰায়চৌধুৰীয়ে অসমীয়া মানুহৰ অন্তৰত জাতীয় চেতনা সঞ্চাৰ কৰিব বিচাৰিছিল।

চেতনা কাকত সম্পাদনাৰ লগে লগে ৰায়চৌধুৰীয়ে জাতীয় আন্দো-লনত জঁপিয়াই পৰিল। ১৯২০ খৃঃত মহামানৱ মহাত্মা গান্ধী অসহযোগ





সংগ্ৰাম আৰু বিদেশী বস্ত্ৰ দাহনৰ মন্ত্ৰ-বাণী বহন কৰি অসমলৈ আহিল। চেতনাৰ সম্পাদক ৰায়চৌধুৰী তেতিয়া গুৱাহাটী নগৰ কংগ্ৰেছ কমিটীৰ সম্পাদক। গান্ধীজী গুৱাহাটীত তৰুণৰাম ফুকনৰ ঘৰতে আছিল। নবীনচন্দ্ৰ বৰদলৈয়ে ৰায়চৌধুৰীক গান্ধীজীৰ লগত চিনাকি কৰি দিয়ে।

১৯২১ খৃঃত সমগ্ৰ ভাৰত জুৰি অসহযোগ আন্দোলনৰ সূত্ৰপাত হ'ল। ৰায়চৌধুৰী তেতিয়া চেতনা সম্পাদনা কৰিয়ে হাত সাবটি বহি থাকিব নোৱাৰিলে। আন্দোলনত জঁপিয়াই পৰিল। বৰপেটাত আন্দোলনৰ কাম কৰি থাকোঁতে পুলিচে গ্ৰেপ্তাৰ কৰিলে। বিচাৰত তেৰ বছৰ কাৰাদণ্ড হ'ল। লগে লগে তেজপুৰ জেললৈ পঠাই দিলে। তেজপুৰত ৰায়চৌধুৰীয়ে শিল ভঙা, 'আলোপাত' খুন্দা আদি কাম কৰিব লাগিছিল। তেজপুৰ জেলত থকা কালছোৱাতে তেওঁৰ প্ৰাণৰ চেতনা কাৰ্য্যালয় আৰু অৰুণা প্ৰেছ অগ্নিত ভস্মীভূত হয়। চেতনা আৰু প্ৰেছৰ লগতে ৰায়চৌধুৰীৰ ভালেমান মূল্যবান কাগজ-পত্ৰ আৰু প্ৰায় ৪০খন মান পুথিৰ পাণ্ডুলিপি ধ্বংস হয়।

১৯২৩ খৃঃত ৰায়চৌধুৰীয়ে 'শতধা' নামেৰে এখনি বিদ্ৰোহী ভাবাপন্ন পুথি ৰচনা কৰিছিল। পুথিখনি পুলিচে বাজেয়াপ্ত কৰি লৈ যায়।

জেলৰপৰা ওলাই আহি অৰুণা প্ৰেছ আৰু চেতনা কাকতক পুনৰ জীৱন দিয়ে। তেতিয়াই নলবাৰীৰ কালীচৰণ চৌধুৰীৰ কন্যা শ্ৰীমতী কৌশল্যা দেৱী ৰায়চৌধুৰীৰ লগত বিবাহ-বন্ধনত আবদ্ধ হয়। জাতীয় আৰু স্বদেশী আন্দোলনৰ নেতা ৰায়চৌধুৰীয়ে ন কইনাৰ জোৰণৰ বাবে আগ বঢ়াইছিল খদ্দৰৰ সাজ-পোছাক। নিজেও পাটৰ সাজৰ সলনি খদ্দৰৰ সাজ পিন্ধিহে দৰা সাজি গৈছিল।

১৯২৬ খৃঃৰ ডিচেম্বৰ মাহত ভাৰতৰ জাতীয় মহাসভা কংগ্ৰেছৰ ৪৬ তম অধিবেশন পাণ্ডুত অনুষ্ঠিত হয়। পাণ্ডু কংগ্ৰেছৰ মুকলি অধিবেশনত গাবৰ বাবে 'আজি বন্দো কি ছন্দেৰে' আৰু 'কাৰ কি আৱাহন' গীত দুটি ৰায়চৌধুৰীয়ে বিশেষভাৱে ৰচনা কৰিছিল। শ্ৰীপ্ৰফুল্ল বৰুৱা, শ্ৰীপদ্মধৰ চলিহা, স্বৰ্গীয় উপেন চৌধুৰী, স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালা, শ্ৰীমতী পুষ্পলতা দাস, শ্ৰীমতী লীলাৱতী দেৱী, শ্ৰীমতী প্ৰিয়লতা কাকতি আদিয়ে গীত পৰিবেশন কৰিছিল।

১৯২৬ খৃঃৰ ৯ এপ্ৰিলত ৰায়চৌধুৰীৰ যত্নতে 'অসম সংৰক্ষিণী সভা'ৰ জন্ম। সেইবছৰৰে ৩১ ডিচেম্বৰত পাণ্ডু কংগ্ৰেছ মণ্ডপতে গড়মূৰীয়া সত্ৰাধিকাৰ স্বৰ্গীয় পিতাম্বৰ দেৱ গোস্বামীৰ সভাপতিত্বত সংৰক্ষিণী সভাৰ প্ৰথম মুকলি অধিবেশন অনুষ্ঠিত হয়। ১৯৩৩ খৃঃত নগাঁৱত পদ্মনাথ

গোহাঞি বৰুৱাৰ সভাপতিত্বত বহা পঞ্চম অধিবেশনখনেই সংৰক্ষিণী সভাৰ শেষ অধিবেশন।

১৯৩৬ খৃঃত অসম সংৰক্ষিণী সভাই 'জাতীয় মহা সভা' নামেৰে নতুন ৰূপ লয়। সেই বছৰৰে ২২ জুলাইৰপৰা, অম্বিকাগিৰীৰ সম্পাদনাত 'ডেকা অসম' নামৰ এখনি পষেকীয়া কাকতৰ জন্ম। ছেগা-চোৰোকাকৈ প্ৰকাশ কৰি হ'লেও ডেকা অসম মৃত্যুৰ আগমুহূৰ্তলৈকে জীয়াই আছিল। ৰায়চৌধুৰীয়ে অকল যে 'চেতনা' আৰু 'ডেকা অসম' সম্পাদনাই কৰিছিল এনে নহয় তেৱেঁই আছিল ডেকা অসমৰ কম্পোজিটৰ, মেচিন্ মেন, প্ৰিণ্টাৰ আৰু শেষত এবোজা কাকত লৈ গোটেই গুৱাহাটী চহৰ বিলাই ফুৰিছিল।

ডেকাকালত "কামৰূপ মায়াবিনী কেমিকেল ৱাৰ্কচ' নামেৰে এটি প্ৰতিষ্ঠান স্থাপন কৰি তাৰপৰা 'জয়মতী স্নো' 'চেনেহী চিয়াহী' 'অসম ইঙ্ক' 'জিলিকনি' (জুতাৰ ৰং) আৰু 'মায়াবিনী' নামৰ তেল প্ৰস্তুত কৰিছিল। ডেকাকালত শঙ্কৰদেৱ চাৰ্কাচ পাৰ্টি এটাও গঠন কৰিছিল।

১৯৪৬ খৃঃত গ্ৰুপিঙৰ সময়তো সিংহ বিক্ৰমেৰে গৰ্জি উঠিছিল ৰায়চৌধুৰী। জাতীয় মহাসভাৰপৰা এটি সজাতি দল লৈ গৈ কংগ্ৰেছ ৱৰ্কিং কমিটীত প্ৰতিবাদ জনাইছিল। স্বাধীনতা লাভৰ পাচত জাতীয় মহাসভাৰ দৰে বহিৰাগতৰ সোঁত বন্ধ কৰিবলৈ গঠন কৰিছিল আত্মৰক্ষী বাহিনী।

১৯৪৪ খৃঃত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ সঙ্গীত সন্মিলনত সভাপতিত্ব কৰিছিল ৰায়চৌধুৰীয়ে। ১৯৫০ খৃঃৰ ১১ আৰু ১২ মাৰ্চত মাৰ্ঘেৰিটাত অসম সাহিত্য সভাৰ একবিংশতম অধিবেশনৰ সভাপতিত্ব কৰিছিল ৰায়চৌধুৰীয়ে।

১৯৫২ খৃঃত ৰায়চৌধুৰীক উজান বজাৰৰ বাসভৱনৰপৰা উচ্ছেদ কৰা হয়। মাটি ডোখৰ আছিল লিজৰ। মাটিৰ গৰাকীয়ে উচ্ছেদ কৰি দিয়াৰ বাবে ৰায়চৌধুৰী মহা সঙ্কটত পৰিল। কিছুদিন অনাই-বনাই ফুৰি পাচতহে চান্দমাৰীত নিজাকৈ এটি ঘৰ সাজি থাকিবলৈ লয়।

তেওঁৰ বাবে নিজৰ পাৰিবাৰিক চিন্তাতকৈ দেশ আৰু দহৰ চিন্তাই আছিল আগ। পইচাৰ অভাৱত চিকিৎসা কৰিব নোৱাৰাৰ বাবে এবাৰ এজনী কন্যা সন্তানৰ মৃত্যু হয়। কোনো ধৰণৰ বিপদ দুৰ্যোগতে ৰায়চৌধুৰী সেও মনা স্বভাৱৰ নহয়।

যোৱা ১৯৬৭ খৃঃৰ ২ জানুৱাৰী তাৰিখে এইজনা ভীষ্মপ্ৰতিম পুৰুষৰ সন্ধিয়া ৬-৪৫ বজাত জীৱনবন্তি নিৰ্বাপিত হ'ল। ৩ জানুৱাৰী দিনৰ ১-৩০ বজাত কন্বাচলৰ কাষত নৱগ্ৰহ শ্মশানত বৰপুত্ৰ শ্ৰীভগগিৰী



ৰায়চৌধুৰীয়ে অম্বিকাগিৰীৰ চিতাত অগ্নি সংযোগ কৰিছিল। লগে লগে এটি চাৰিকুৰি তিনিবছৰীয়া সংগ্ৰামশীল জীৱনৰ ওৰ পৰিল। ৰায়চৌধুৰীৰ মৃত্যু অকাল মৃত্যু নহয়। ভাৰতীয় লোকৰ বাবে চাৰি কুৰিৰ ওপৰ কাল জীয়াই থাকিব পৰাটো সৌভাগ্যৰে কথা। তথাপি জানো আমি ৰায়চৌধুৰীৰ মৃত্যুক সহজভাৱে লব পাৰিছোঁ। সমস্যাবহুল অসমৰ নানান সমস্যাৰ প্ৰতি ৰায়চৌধুৰীৰ লেখীয়া সমাজ সচেতন ব্যক্তিৰ অভাৱ সতকাই পুৰণ কৰা সহজ নহয়।

ৰায়চৌধুৰী একেবাহে এগৰাকী কবি, নাট্যকাৰ, গীতিকাৰ নিবন্ধকাৰ আৰু সম্পাদক। 'চেতনা' আৰু 'ডেকা অসম' সম্পাদিত আলোচনী। 'তুমি' (১৯১৬) 'বীণা' (১৯১৬ খৃঃ) 'স্থাপন কৰ স্থাপন কৰ' (১৯৫৮) 'বন্দো কি ছন্দেৰে' (১৯৫৮) 'অনুভূতি' (১৯৫৪) 'বেদনাৰ উল্কা' (১৯৬৪) আৰু 'দেশেই ভগবান' (১৯৬৫) তেওঁৰ কাব্য গ্ৰন্থ। 'আহুতি' (১৯৫৩) 'ডেকা-ডেকেৰীৰ বেদ' (১৯৪২) গদ্যৰচনাৰ পুথি।

ৰায়চৌধুৰীৰ জেলজীৱনত লিখা কিছুমান গীত *Songs of the Cell* নাম দি ডক্টৰ বাণীকান্ত কাকতি আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই ইংৰাজীলৈ অনুবাদ কৰি প্ৰকাশ কৰে। পুথিখনিয়ে অসম তথা ভাৰতৰ বাহিৰতো বেছ সমাদৰ লাভ কৰিছিল। 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ পথ' নামৰ প্ৰবন্ধটি *The Final Goal of Man and Lasting Peace* নাম দি মহেন্দ্ৰ বৰাই ইংৰাজীত তৰ্জমা কৰি দিয়ে। এই প্ৰবন্ধটোৱে বাৰ্ট্ৰাণ্ড ৰাছেল, ৰাজা গোপাল আচাৰী আদিৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

ৰায়চৌধুৰীৰ জীৱনৰ অন্যতম বৈশিষ্ট্য শুদ্ধ সৰল প্ৰেম। ৰায়চৌধুৰীৰ কবিতাৰ প্ৰেম বহুধা বিভক্ত। কবিতাবাজিৰো কেন্দ্ৰস্থ ভাব শুদ্ধ সৰল প্ৰেম। তেওঁৰ কবিতাত প্ৰেমৰ স্তৰ তিনিটা। ডেকাকালৰ উদ্‌ভ্ৰান্ত ব্যক্তিপ্ৰেমক কেন্দ্ৰ কৰিয়ে তুমি কাব্যৰ ভগৱত প্ৰেমৰ সূচনা। কিন্তু সমাজ আৰু দেশৰ সমস্যাৰ বাবে কবি সৰহ দিন ভগৱৎ প্ৰেমত উদ্বাউল হৈ থাকিব নোৱাৰিলে। কবিৰ মনত দেশখন ভগৱানতকৈ বহুতো উৰ্ধত। সেয়েহে তুমি কাব্যৰ অটলস্পৰ্শী ভগৱৎ প্ৰেমৰ ঠাইত পাচৰ ৰচনাত দেখা গ'ল সুগভীৰ স্বদেশ-প্ৰেম। গদ্য, পদ্য সকলো লিখনিৰ মাজতে কবিৰ এই স্বদেশ-প্ৰেম পৰিস্ফুট। কম বেচি পৰিমাণে বহুতো কবি-সাহিত্যিক অগ্ৰজসকলৰ দ্বাৰা প্ৰভাৱান্বিত। ৰায়চৌধুৰী কোনো অগ্ৰজৰ দ্বাৰা প্ৰভৱান্বিত নহয়। তুমি কবি ৰায়চৌধুৰীয়ে সাহিত্য সাধনাৰপৰা আঁতৰি আহি ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰা বাবে ডক্টৰ কাকতিয়ে Spoilt child of Assam বুলি তিৰস্কাৰ কৰিছিল।

ৰাজনৈতিক কৰ্মী হিচাপে ৰায়চৌধুৰী ডাঙৰীয়াই কেবাবাৰো কাৰাবৰণ কৰি জীৱনৰ নানান দুখ-কষ্টৰ মাজেৰে দিন অতিবাহিত কৰিও চিৰদিনেই দেশৰ প্ৰতি নিষ্ঠা আৰু ঐকান্তিকতা অটুট ৰাখিব পাৰিছিল। মৃত্যুৰ কেইদিনমান আগতে আকাশবাণী কবি সন্মিলনীত অংশ গ্ৰহণ কৰি পোৱা ৫০ টকাৰ চেকখনো প্ৰতিৰক্ষা পুঁজিত দান দি গ'ল।

যেতিয়াই অসমৰ ন্যায্য স্বাৰ্থত আশঙ্কাৰ ছাঁ দেখিছিল তেতিয়াই ৰায়-চৌধুৰী সিংহ নিনাদেৰে গৰ্জি উঠিছিল—'অসম গেল কিবা এটা কৰ'। সেইবাবে অগ্নিকাগিৰী অসম-কেশৰী—আগ্নেয়গিৰী। দেশ আৰু জাতিৰ বাবে নিষ্ঠাৰে সংগ্ৰাম কৰি গ'ল যদিও জীৱদ্দশাত তাৰ স্বীকৃতি আৰু সমাদৰ পালে খুব কম। আনকি 'বেদনাৰ উল্কা'খনৰ বাবে সাহিত্য একাডেমীৰ পাঁচ হাজাৰ টকীয়া পুৰস্কাৰৰ কথা ঘোষণা হ'ল মৃত্যুৰ পাচতহে।

মৃত্যুৰ দুদিন আগতে হেনো ভাৰতৰ বাহিৰৰ এখন বিদেশী কাকতৰ অসমৰ বিৰুদ্ধে তোলা এক সৰ্বগ্ৰাসী মনোভাবৰ উমান পাই বৃদ্ধ কবি বৰ বিচলিত হৈ পৰিছিল। সেই বেদনাৰ আৰু চিন্তাৰ কথা মনত লৈয়ে নৰনাট সামৰিলে।

# ৰায়চৌধুৰীৰ গ্ৰন্থপঞ্জী

॥ কবিতা ॥

তুমি— ৰচনা, বৰপেটা ১৯০৭, প্ৰথম প্ৰকাশ ডিব্ৰুগড় ১৯১৬ খৃঃ।

বীণা— ৰচনা, বৰপেটা ১৯০৭, প্ৰথম প্ৰকাশ ডিব্ৰুগড় ১৯১৬ খৃঃ,।

অনুভূতি— ৰচনা ১৯১০-১৯৫৪ খৃঃ, ৬১ টা কবিতাৰ সঙ্কলন, প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৫৪।

স্থাপন কৰ স্থাপন কৰ—স্থাপন কৰ স্থাপন কৰ আৰু মই আছো মই আছো—দুটি কবিতাৰ সঙ্কলন। দ্বিতীয় কবিতা আংশিকভাৱে অনুভূতিৰ অন্তৰ্গত। প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৫৮।

বেদনাৰ উল্কা—৪৬ টা কবিটাৰ সঙ্কলন। ৰচনা ১৯২০—১৯৬০ খৃঃ প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৬৪।

দেশেই ভগবান—প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৬৫।

॥ গীত ॥

বন্দো কি ছন্দেৰে—ৰচনা ১৯০৫—১৯৫০ খৃঃ। ২৫ টা গীতৰ সঙ্কলন। প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৫৮ খৃঃ।

॥ গদ্য ৰচনা ॥

জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ পথ—ৰচনা ১৯১৪ খৃঃ প্ৰথম প্ৰকাশ ডিব্ৰুগড় ১৯১৬ খৃঃ, পিচত আহুতিৰ অন্তৰ্গত।

শতধাৰ— ৰচনা গুৱাহাটী ১৯২৩ খৃঃ।

আহুতি— ৪১ টা প্ৰবন্ধৰ সঙ্কলন। ৰচনা ১৯১৪ ১৯৫০ খৃঃ। প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৫৩।

ডেকা-ডেকেৰীৰ বেদ—ৰচনা ১৯৩৫—৪২ খৃঃ, প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৪২ খৃঃ ।

ভাৰতীয় স্বৰাজ আৰু অসমীয়া স্বৰাজ—প্ৰথম প্ৰকাশ ১৯৩৪ খৃঃ, পিচত আহুতিৰ অন্তৰ্গত ।

স্বাধীন পঞ্চায়ৎ ৰাষ্ট্ৰগঠনৰ প্ৰাথমিক আঁচনি—প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৪২। পিচত দ্বিতীয় সংস্কৰণ (১৯৫৮) ডেকা-ডেকেৰীৰ বেদৰ অন্তৰ্গত ।

আত্মৰক্ষী বাহিনী গঠন—প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৪৭, পিচত দ্বিতীয় সংস্কৰণ ডেকা-ডেকেৰীৰ বেদৰ অন্তৰ্গত ।

॥ নাটক ॥

জয়দ্ৰথ বধ—ৰচনা, বৰপেটা ১৯১১ খৃঃ, প্ৰথম প্ৰকাশ, গুৱাহাটী ১৯৬১ খৃঃ ।

কল্যাণময়ী ৰচনা,—বৰপেটা ১৯১১ ১৯১৪, আবাহনত প্ৰকাশিত ।

॥ বিবিধ ॥

স্বৰ্গ মৰ্ত ডাক বিভাগ—ৰূপাত্মক ৰচনা, আসাম বান্ধব ২য় বছৰ ১ম সংখ্যাৰ পৰা প্ৰকাশিত ।

বিপ্লৱৰ শেষ— চেতনাত প্ৰকাশিত ।

বিশ্বনাট্য— ৰূপক নাট, ৰচনা, ১৯১৯ খৃঃ ১ম বছৰ চেতনাত প্ৰকাশিত ।

ধুনপেচ— নাট্য দৃশ্য, আসাম বান্ধৱ ৮ম বছৰ ১২ শ সংখ্যা ।

শ্ৰীৰামচন্দ্ৰ আৰু তাৰা—ৰেডিঅ' নাট ১৯৬৫ খৃঃত প্ৰচাৰিত ।

ফৰাচী মহিলাৰ উক্তি—নাটকীয় কবিতা, আসাম বান্ধৱ ৭ম বছৰ ৩য় সংখ্যা ।

॥ সম্পাদিত ॥

সাহিত্য মঞ্জৰী—শ্ৰীমতী শুচিব্ৰতা ৰায়চৌধুৰী সৈতে যুক্তভাৱে সম্পাদিত, প্ৰথম প্ৰকাশ গুৱাহাটী ১৯৫১ ।



॥ অপ্ৰকাশিত ॥

বেণু— গীতৰ সঙ্কলন ।

মোৰ দাদা—স্বৰ্গীয় গিৰীশচন্দ্ৰ ৰায়চৌধুৰীৰ জীৱনী ।

মোৰ জীৱনৰ ধুমুহা এছাটি—অসম বাণী, অসম বাতৰি, ৰামধেনু আদিত প্ৰকাশিত প্ৰবন্ধৰ সঙ্কলন ।

বন্দিনী ভাৰত, নাটক—ৰচনা গুৱাহাটী ১৯০৪ ।

ভক্ত গৌৰৱ বা শিখীধ্বজৰ দান পৰীক্ষা—যাত্ৰা গীতিনাট্য, ৰচনা বৰপেটা ১৯১১ খৃঃ ।

॥ প্ৰকাশিত বিবিধ প্ৰবন্ধ ॥

অসমীয়াৰ আত্মকথা—আসাম বান্ধৱ, ৭ম বছৰ ৩য় সংখ্যা ।

আসামত আকাল—আসাম বান্ধৱ, ৭ম বছৰ ৭ম সংখ্যা ।

গোৱালপাৰা অসমীয়া নে বঙালী—আসাম বান্ধৱ, ৭ম বছৰ ৭ম সংখ্যা ।

দেশৰ কথা—আসাম বান্ধৱ, ৭ম বছৰ ৬ষ্ঠ ৭ম ৮ম সংখ্যা ।

বিবিধ প্ৰবন্ধ—আসাম বান্ধৱ, ৭ম বছৰ ১১শ ১২শ সংখ্যা ।

শঙ্কৰ বিদ্যা সংস্কৃত টোল—আসাম বান্ধৱ, ৭ম বছৰ ৪ৰ্থ সংখ্যা ।

জেল কাহিনী—চেতনা, ৪ৰ্থ বছৰ ৮ম সংখ্যা ।

দন্দুৱা দ্ৰোহ সংশোধনৰ প্ৰস্তাৱৰ বিষয়ে—চেতনা ৪ৰ্থ বছৰ ১০ম সংখ্যা ।

অসমীয়া হিন্দু মুছলমান—চেতনা, ৭ম বছৰ ১০ম সংখ্যা ।

অসমত কংগ্ৰেছ মহাসভা—চেতনা, ৭ম বছৰ ১০ম সংখ্যা ।

কংগ্ৰেছ মহাসভাৰ অধিৱেশনৰ লগত অসমীয়াৰ মান-ইজ্জতৰ সম্বন্ধ—চেতনা, ৭ম বছৰ ১১শ সংখ্যা ।

দেশৰ বৰ্তমান ৰাজনৈতিক অৱস্থা—চেতনা, ৭ম বছৰ ১১শ সংখ্যা ।

অসমীয়া সংৰক্ষিণী সভা স্থাপনৰ আৱশ্যকতা কিয় হ'ল—চেতনা, ৭ম বছৰ ১২শ সংখ্যা ।

হিন্দুৰ জাতি ভেদ—চেতনা, ৫ম বছৰ ৩য় সংখ্যা ।

স্বৰাজ—চেতনা, ৫ম বছৰ ৪ৰ্থ সংখ্যা আৰু ১১শ সংখ্যা ।

জগত ব্যাপি শান্তিৰ প্ৰথম খোপ—চেতনা, ৫ম বছৰ ৫ম সংখ্যা ।

বৃটিছ পণ্য বৰ্জন—চেতনা, ৫ম বছৰ ৫ম সংখ্যা ।

অসমীয়া লোকৰ সংখ্যা—চেতনা, ৫ম বছৰ ৫ম সংখ্যা ।
জাতীয় ভাষা—চেতনা, ৫ম বছৰ ৬ষ্ঠ সংখ্যা ।
আসামৰ চেঞ্চাচ—৫ম বছৰ ৭ম সংখ্যা ।
বৰগীত—৫ম বছৰ ৭ম সংখ্যা ।
হিন্দু আৰু মুছলমান ৰাজ—৫ম বছৰ ১০ম সংখ্যা ।
হিন্দুৰ উন্নতিৰ অন্তৰায় কোন—৫ম বছৰ ১১শ সংখ্যা ।
অসমীয়াৰ বেকাৰ সমস্যা—৫ম বছৰ ১১শ সংখ্যা ।
মাধৱদেৱ—চেতনা, ২য় বছৰ ৩য় সংখ্যা ।
আমি যুঁজিবলগীয়া শক্ৰ-শক্তি—চেতনা, ৬ষ্ঠ বছৰ ৭ম সংখ্যা ।
'আমেৰিকা আৰু জাপানৰ কথা—চেতনা, ৬ষ্ঠ বছৰ ১ম সংখ্যা ।
চীনৰ ধ্বংস—চেতনা, ৬ষ্ঠ বছৰ ১ম সংখ্যা ।
হিন্দু জাতি আৰু স্বৰাজৰ যোগ্যতা—চেতনা, ৬ষ্ঠ বছৰ ১০ম সংখ্যা ।
নিবনুৱা সমস্যা—চেতনা, ৬ষ্ঠ বছৰ ৪ৰ্থ সংখ্যা ।
পঞ্জাৱত শিখবিলাকৰ অৱস্থা—চেতনা, ৬ষ্ঠ বছৰ ৭ম সংখ্যা ।
পালিয়ামেণ্টৰ লৰ্ড সভাত ভাৰত সম্বন্ধে কথা—চেতনা, ৬ষ্ঠ বছৰ সংখ্যা ।
বিজ্ঞানৰ টোকা—৬ষ্ঠ বছৰ ৪ৰ্থ সংখ্যা ।
ভাৰতৰ ক্ৰম দৈন্য—চেতনা, ৬ষ্ঠ বছৰ ৪ৰ্থ সংখ্যা ।
মহৎলোক সম্বন্ধে কিছু কথা—চেতনা, ৬ষ্ঠ বছৰ ১ম সংখ্যা ।
মহাত্মাৰ কথা—চেতনা, ৬ষ্ঠ বছৰ ১ম সংখ্যা ।
মহাত্মাৰ বাণী—চেতনা, ৬ষ্ঠ বছৰ ১ম সংখ্যা ।
অসমত সঙ্গীত চৰ্চা সম্পৰ্কে—তিনিদিনীয়া অসমীয়া ২ আহাৰ ১৮৫৪ শঁক, জুন ১৯৩২ চন,
দুৰ্গাপূজা অসমীয়াৰ কিয় জাতীয় উৎসৱ নহয়—আৱাহন ২য় বছৰ ১১শ সংখ্যা ।
চেতনা, যুগ—১২শ বছৰ ৫ম সংখ্যা ।
অসমৰ সমস্যা : নগা-সমস্যা—অসম বাতৰি, ১জুন, ১৯৬৬ বুধবাৰ সংখ্যা ।
মই লিখোঁ কিয় ?—অসম বাতৰি, ২ মাৰ্চ ১৯৬৬ চন বুধবাৰ ।
ডঃ কাকতিৰ পুণ্য স্মৃতি—দৈনিক অসম, ১৫ নবেম্বৰ, ১৯৬৫ ।
"আক্ৰমণ" বনাম "আত্মৰক্ষা"—অসমবাণী, ১৯ আগষ্ট ১৯৬০ চন ।
ডাক্তৰ দাদাক স্মৰণ কৰি—অসমবাণী ১২ ডিচেম্বৰ ১৯৫৮ চন ।
ভাৰতৰ স্বাধীনতা যুদ্ধত দেশাত্মবোধক সঙ্গীতৰ ভূমিকা—অসমবাণী ১৯৫৮ চন ১৭ জানুৱাৰী ।



॥ লিখিত ভাষণ ॥

ছাত্ৰ পৰিষদৰ সভাপতিৰ অভিভাষণ, গোৱালপাৰা, ১৯৫৪ ।
অসম সাহিত্য সভাৰ সঙ্গীত সন্মিলনৰ সভাপতিৰ অভিভাষণ, শিৱসাগৰ ১৯৪৫ ।
অসম সাহিত্য সভাৰ এক বিংশতম অধিৱেশন সভাপতিৰ অভিভাষণ, মাৰ্ঘেৰিটা ১৯৫০ ।

॥ ইংৰাজী ॥

Songs of the Cell—Gauhati 1942
translated by Dr. Banikanta Kakati and Dr. Birinchi Kumar Barua.
Final Goal of A Man and Lasting Peace—Gauhati 1960.
translated by Principal Mahendra Bora.

॥ বায়চৌধুৰীৰ বিষয়ে লিখা পুথি ॥

অসম-কেশৰী অম্বিকাগিৰী—প্ৰথম খণ্ড
শ্ৰীদীনবন্ধু তালুকদাৰ,
প্ৰথম প্ৰকাশ গুৱাহাটী—১৯৪২
অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন—প্ৰথম খণ্ড
শ্ৰীতিলকচন্দ্ৰ দাস—
প্ৰথম প্ৰকাশ গুৱাহাটী—১৯৫২

# ৰায়চৌধুৰীৰ বিয়োগত সহানুভূতিৰ বাণী

১

সিংহপুৰুষ ৰায়চৌধুৰীৰ বিয়োগত দেশ আজি ম্ৰিয়মান। তেখেতৰ আত্মাই যেন চিৰ শান্তি লাভ কৰে। গোটেই পৰিয়াললৈ আমাৰ সমবেদনা জনালোঁ।

এই বিপদত পৰমেশ্বৰ আপোনালোকৰ সহায় হওক।

শ্ৰীনকুলচন্দ্ৰ ভূঞা

২

সাহিত্য সভাত ডিব্ৰুগড়ত থাকোঁতে স্বনামধন্য ৰায়চৌধুৰী স্বৰ্গগামী হোৱা সংবাদ পাই মৰ্মাহত হ'লোঁ। ........দেশপ্ৰাণ ৰায়চৌধুৰী ডাঙৰীয়া যে মোৰ কিমান শ্ৰদ্ধাৰ অন্তৰঙ্গ বন্ধু আছিল তাক মই মুখেৰে প্ৰকাশ কৰিব নোৱাৰোঁ। তেওঁ দেশৰ বাবে যি ধৰণৰ প্ৰাণোৎসৰ্গ কৰি গ'ল, যি অন্তৰ্দাহ বুকুত লৈ, চিতাৰ অগ্নিকো হয়তো উত্তপ্ত কৰিলে, তাৰ তুলনা পোৱা টান হব। ......তেওঁৰ দেশপ্ৰেম কেঁচা সোণতকৈও নিভাঁজ; তেওঁ সিংহবিহীন অসমত যথাৰ্থ অসম-কেশৰী; তেওঁৰ কলডিলীয়া কলিজাটো শত কামানৰো গুলী ওফৰাই পঠিয়াব পৰা আছিল। তেওঁ স্বভাৱতে বিপ্লৱী আছিল। অসম মাতৃৰ দুৰ্দশাই তেওঁক আৰু বিপ্লৱী কৰি তুলিছিল। ......জননী জন্মভূমি যে স্বৰ্গতকৈও অধিক, অম্বিকাগিৰীৰ জীৱনীয়েই তাৰ বিশদ ব্যাখ্যা।..........তেওঁৰ প্ৰেৰণাৰ সোঁতে ব্ৰহ্মপুত্ৰৰ বিশাল সোঁতত সদায় খলকনি লগাই থাকিব। তেওঁৰ সিংহনাদৰ ধ্বনিয়ে পৰ্বত-ভৈয়াম জনজনাই থাকিব। অম্বিকাগিৰী আজি মৰি অমৰ হ'ল।

শ্ৰীনীলমণি ফুকন



৩

সাহিত্য সভাৰ ডিব্ৰুগড় অধিবেশনৰপৰা তিনচুকীয়ালৈ গৈ তাতে ৰাতৰি কাকতৰ যোগেদি মোৰ অন্তৰঙ্গ পুৰণি বন্ধু নিৰ্ভীক স্পষ্টবাদী নেতা, কবি, সাহিত্যিক অসম-কেশৰী ৰাঁয়চৌধুৰীৰ পৰলোক প্ৰাপ্তিৰ সংবাদ পাই বিনামেঘে বজ্ৰঘাত যেন লাগিল। অসমী আইৰ হকে আজীৱন প্ৰাণপণে যুজোঁতা ৰায়চৌধুৰীক হেৰুৱাই সঁচাকৈয়ে বিঙা বিঙা লাগিছে।

......মৃতকৰ আত্মাৰ উদ্দেশ্যে হিয়াভৰা শ্ৰদ্ধাঞ্জলি আগবঢ়াইছোঁ।

শ্ৰীপদ্মধৰ চলিহা

৪

দুখৰ বাতৰি Radio আৰু কাকতৰ যোগে যথা সময়তে পালোঁ। আমাৰেই দুৰ্ভাগ্য যি সময়ত যি কেইজন পুৰুষক পাব লাগিছিল, সেই সময়তে ঈশ্বৰে ভৱসংসাৰৰ জঞ্জালৰপৰা হাত সকৰাই ওচৰলৈ চপাই নিলে। মঙ্গলময়ৰ বিধানৰ ওপৰত কাৰো হাত নাই।

...পৰিশেষত পুণ্যাত্মাৰ অৰ্থে শ্ৰীশ্ৰীবাসুদেৱৰ চৰণত প্ৰাৰ্থনা জনাইছোঁ।

শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত

৫

আমাৰ অতি শ্ৰদ্ধাভাজন ৰায়চৌধুৰী ডাঙৰীয়াৰ পৰলোক হোৱা সংবাদ ঠিক ডিব্ৰুগড়ৰ সাহিত্য সভাৰ সামৰণিৰ লগে লগেই শুনি মৰ্মাহত হ'লোঁ। এইজন পুৰুষ প্ৰতিজন অসমীয়াৰে আপোন। পিতৃয়ে যেনেকৈ পুত্ৰ-কন্যাসকলৰ সকলো প্ৰকাৰ উন্নতিৰ নিমিত্তে চেষ্টা কৰে, এখেতেও সেইদৰে গোটেই দেশখনকে নিজৰ ঘৰ যেন ভাবি আৰু তাত থকা সকলোকে নিজৰ ভাই-ককাই, পুত্ৰ-কন্যা, নাতি-পুতিৰ দৰে ভাবি লব পাৰিছিল। ......আজি অসম-কেশৰীৰ সিংহ গৰ্জননাদ বাস্তৱত মাৰ যাব পাৰে, কিন্তু তাৰ প্ৰতিধ্বনি আৰু আদৰ্শ আমাৰ মাজত থাকিব, সেয়ে আমাৰ ডেকা সমাজক 'ডেকা গিৰি'ৰ নিচিনা কৰি জীৱন যুদ্ধত-আগুৱাই যাবলৈ সামৰ্থ্য দিব।

পবিত্ৰ আত্মাৰ পবিত্ৰ আৰু শান্তিময় স্থান পৰলোকত নিশ্চয় হব। তেখেতৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে আমিও ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ।

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা

৬

কালি অনাতাঁৰে যিটি বাতৰি বহন কৰি আনি শুনালে সেই বাতৰি পাই মৰ্মাহত হৈছোঁ। অসমৰ জীৱনী-শক্তিস্বৰূপ স্পষ্ট ভাষাৰে অসমী আইৰ সৰ্বপ্ৰকাৰ সন্মান দাবী কৰা অগ্নিবৰ্ষী কবিতাৰে জাতিৰ প্ৰাণত জীৱনীশক্তি সঞ্চাৰ কৰি থকা বিপ্লৱী জীৱনৰ প্ৰতিমূৰ্তি সেই চিৰ স্মৰণীয় ৰায়চৌধুৰীদেৱে নশ্বৰ জীৱন সামৰিলে। এই বাতৰি সমগ্ৰ অসমৰ প্ৰত্যেক অসমীয়াৰ প্ৰাণত বজ্ৰ-বাতৰিস্বৰূপে আঘাত দিছে। ......অসমৰ আকাশৰপৰা এটি উজ্জ্বল ধ্ৰুৱতৰা খহি পৰিল। ....সমস্যা-বহুল অসমৰ এই সন্ধিক্ষণত ৰায়চৌধুৰীদেৱক হেৰুওৱা ক্ষতি অসমী আইৰ অপূৰণীয় ক্ষতি। নিয়তিৰ অধীন মানুহৰ নিয়তি প্ৰতিৰোধ কৰাৰ ক্ষমতা নাই—

'নিয়তি কেন বাধ্যতে'

পৰম পৱিত্ৰ আত্মাৰ স্বৰ্গবাস হওক।

শ্ৰীনলিনীবালা দেৱী

৭

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰীদেৱে নশ্বৰ দেহ পৰিত্যাগ কৰি নিত্যধামলৈ গমন কৰা বাতৰি পাই আমি মৰ্মাহত হৈছোঁ। তেখেতে আজীৱন কাল দুঃখ-দৈন্যক আপোন বুলি আঁকোৱালি লৈ অকপট চিত্তে দেশসেৱা কৰি প্ৰত্যেক অসমীয়াৰ প্ৰাণত জাতীয়তা বোধৰ হেন্দোলনি তুলি চেতনা জাগ্ৰত কৰি গ'ল।

শঙ্কৰ-মাধৱ দুজনা গুৰুৰ অপাৰ কৰুণা গুণত সেই অমৰ আত্মাই শান্তি লভোক—ইয়াকে প্ৰাৰ্থনা জনোৱা হৈছে।

শ্ৰীগহনচন্দ্ৰ গোস্বামী

৮

শ্ৰীৰায়চৌধুৰী অসমৰ চিন্তা-জগতৰ এগৰাকী শক্তিশালী পুৰুষ আছিল। আমাৰ দেশৰ অতি কম আদৰ্শবাদীসকলৰ ভিতৰত তেখেত এজন। ভগৱন্তই তেখেতৰ আত্মাক চিৰশান্তি দিয়ক।

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা



৯

সদৌ অসমীয়া ৰাইজৰ লগতেই নহয় ব্যক্তিগতভাৱে আমাৰ পৰিয়ালৰ সকলোৱেই তেখেতৰ বিয়োগত মৰ্মাহত হৈছোঁ। দৈনিক অসমে ঠিকেই লিখিছে, 'একুৰা জুই নুমাই গ'ল।' কিন্তু সেই জুইকুৰাৰ ফিৰিঙতি যদি জাতিটোৱে প্ৰাণত জ্বলাই লব পাৰে তেনেহলে স্বৰ্গগত ৰায়চৌধুৰীদেৱৰ জীৱন জোৰা সাধনা সাৰ্থক হব। সেইটো নিৰ্ভৰ কৰিছে দেশবাসীৰ ওপৰত আৰু তাৰ ওপৰত নিৰ্ভৰ কৰিছে দেশৰ ভৱিষ্যত।

তেখেতৰ মুক্ত আত্মাই আমাক নিৰন্তৰ প্ৰেৰণা যোগাওক—ভগৱানৰ ওচৰত এই প্ৰাৰ্থনা জনালোঁ।

শ্ৰীমহিম বৰা

১০

ৰুদ্ৰতেজত জন্মা স্বৰ্গীয় অম্বিকাগিৰী ৰায়চৌধুৰী সমগ্ৰ অসমীয়া জাতিৰ এজন নিৰ্ভীক মহাসেনাপতি, তেজোদ্দীপ্ত কবি, বক্তা, দেশপ্ৰেমিক আৰু ধৰ্মপ্ৰাণ মহান ব্যক্তি।

তেখেতৰ ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধা জনাই, শ্ৰদ্ধাৰ চকুলো এটুপিৰ তৰ্পণেৰে সমবেদনা জ্ঞাপন কৰিলোঁ।

অসম-কেশৰী অম্বিকাগিৰী
যাউতীযুগীয়া একুৰা জুই
গীতৰ ছন্দেৰে হীনতা-নীচতা ধুই
দি গ'লা দান, এটি মহাপ্ৰাণ
হে মহান,
তোমাৰ স্মৃতিত যাচিলোঁ এটুপি
অশ্ৰু দান।

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

১১

## স্মৃতি তৰ্পণ

(অসম-কেশৰী, জাতীয়তাবাদী কবি শ্ৰদ্ধেয় অম্বিকাগিৰী ৰায়চৌধুৰী-দেৱৰ বিয়োগত)

'ডেকা অসম'ক 'তুমি' দিছিলা 'চেতনা'
পাতি গ'লা দীপাৱলী শিল্পসংস্কৃতিৰ
জিলিকালা অসমৰ প্ৰাগজ্যোতিষত
ভাষা-সাহিত্যৰ সেই সোণৰ মন্দিৰ।
তোমাৰেই সুমধুৰ শুনি 'বীণা' ধ্বনি
সাৰ পাই উঠিছিল উৰ্বশী শিলাই
নাচিছিল ধূৰ্জতীৰ হাতত ত্ৰিশূল
জয় গীত গাইছিল দেৱী কামাখ্যাই।
জগাই তুলিলা পুনু মানৱ প্ৰাণত
জাতীয় ভাৱৰ সেই 'অনুভূতি' বোৰ
ছন্দেৰে বন্দনা কৰি দিছিলা 'আহুতি'
মাতৃৰ পূজাত দেৱ, তুমিয়েই মোৰ।
স্বদেশৰ মান ৰাখি সাধি গ'লা কাম
তোমাক 'অম্বিকাগিৰী' কৰিছোঁ প্ৰণাম।

শ্ৰীঅম্বেশ্বৰ চেতিয়া ফুকন

১২

গুণমুগ্ধ অসমীয়াই তেখেতৰ আদৰ্শৰ প্ৰতি শ্ৰদ্ধাঞ্জলি যিভাৱে দিলে ই অতি প্ৰশংসনীয়। পঞ্চভূতি দেহাৰ অন্ত হ'ল; কিন্তু অমৰ আত্মাই অসমীয়াৰ প্ৰাণত অনুভূতিৰ হেন্দোলনি তুলি অসমীয়া ডেকা-ডেকেৰীক অনুপ্ৰাণিত কৰিব।

চিৰশান্তি ধামত পুণ্যাত্মাই ঠাই পায় যেন এয়ে আমাৰ একান্ত কামনা।

শ্ৰীৰাধানাথ হাজৰিকা



১৩

অসম-কেশৰী ৰণত পৰিল। অসমীয়া জাতি কাণ্ডাৰীবিহীন যেন হ'ল। এতিয়া সেই কাণ্ডাৰী কোনে হাতত লৈ জাতিটোক সুপথত চলাব? অসম-কেশৰীৰ পিচত কোন?

....ভগৱানৰ ওচৰত স্বৰ্গীয় আত্মাৰ সদগতি কামনা কৰিলোঁ।

শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস

১৪

আমাৰ পৰম শ্ৰদ্ধাভাজন শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰীৰ আকস্মিক বিয়োগত আমি মৰ্মাহত হৈছোঁ। তেখেতৰ বিয়োগত অসমৰ যি ক্ষতি হ'ল সি অপূৰণীয়। তেখেতে দেশৰ কাৰণে, বিশেষকৈ অসমীয়া জাতিৰ কাৰণে যি বৰঙনি দি গ'ল সি সদায় জনসাধাৰণক প্ৰেৰণা দিব।...... তেখেতে দেশৰ স্বাৰ্থৰ হকে কৰা ত্যাগ আৰু কষ্ট বৰণৰ বিনিময়ত কোনো সুযোগ বা সুবিধা নিবিচাৰি এক মহান আদৰ্শ দাঙি ধৰি থৈ গ'ল।

অসম প্ৰজা ছচিয়েলিষ্ট পাৰ্টিয়ে তেখেতৰ বিয়োগত গভীৰ শোক প্ৰকাশ কৰে আৰু তেখেতৰ আত্মাৰ চিৰ শান্তিৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়।

শ্ৰীবিশ্ব গোস্বামী

১৫

অসমীয়া জাতিক জীয়াই ৰখাৰ সঙ্কল্পত নিজৰ সুখ-সম্পদ বিসৰ্জন দিয়া প্ৰাতঃস্মৰণীয় জাতীয় নেতা, সাংবাদিক, সাহিত্যিক, বিপ্লৱী কবি গৰাকীৰ মৃত্যুৰ বাতৰি পাই মৰ্মাহত হৈছোঁ। মৃত্যুৰ সময়লৈকে তেখেতে চিৰচেনেহী অসমীৰ কথাকেই চিন্তা কৰি গ'ল। আজি প্ৰত্যেক অসমীয়া শোকত ম্ৰিয়মান। তেখেতৰ পৱিত্ৰ আত্মাই শান্তি পাওক তাকেই আজি প্ৰাৰ্থনা জনাইছোঁ।

শ্ৰীভদ্ৰ বৰ

১৬

যোৱা মাহত এটিৰ পিচত আনটিকৈ তিনটি মৰ্মান্তিক বেজাৰ পাই বুঢ়াকালত পৰিতপ্ত হৈছোঁ। তাৰ ভিতৰত এই বিয়োগ বেদনাই মোৰ পক্ষে সকলোতকৈ বেচি অসহনীয় হৈছে।

....তেখেতৰ মৃত্যুত দেশজুৰি হোৱা শোকৰ উচ্ছ্বাসে ক্ষমতাত অধিষ্ঠিত দলীয় নেতাতকৈয়ো দেশে তেখেতক বেচিকৈ সন্মান জনাইছে। তেখেতৰ পৰলোকস্থ আত্মাই তাকে দেখি নিশ্চয় তৃপ্তি লাভ কৰিছে।

শ্ৰীমোহনচন্দ্ৰ মহন্ত

১৭

অসম আৰু ভাৰতৰ হাজাৰ বিজাৰ ভক্তৰ এজন হৈ পুৰুষসিংহ গৰাকীৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি তৰ্পণ কৰিছোঁ। অসমৰ বুৰঞ্জীত এটা পাত লিখা হৈ গ'ল; অসমীয়া ৰাইজ এতিয়াহে স্মৃতি-সজাগ হৈ উঠিব।

....এইজনা যথাৰ্থ দৰদী অনলবৰ্ষী কবিক সাহিত্যৰ দৰবাৰত সাহিত্যিকে অভিষিক্ত কৰিব কিন্তু আমাৰ দৰে সৰ্বসাধাৰণ প্ৰাণেৰে তেখেতক স্মৰণ কৰিম।

শ্ৰীমুক্তিনাথ বৰদলৈ

১৮

তেখেতে অসমৰ নানা বিভিন্নতা আৰু বৈচিত্ৰ্যৰ মাজত এটা ঐক্য স্থাপন কৰি সমগ্ৰ জাতিটোকে উন্নতিৰ পথত আগবঢ়াই দিবলৈ যি জীৱন-জোৰা অক্লান্ত সাধনা কৰিছিল সেই কথা অসমীয়া সাহিত্যৰ বুৰঞ্জীত স্বৰ্ণাক্ষৰে ৰঞ্জিত হৈ থাকিব। অসমৰ যি কোনো সঙ্কটৰ সময়তে তেখেতে পিতামহ ভীষ্মৰ দৰে অসমীয়াক সাৱধান বাণী শুনাই, উপদেশ দি সমগ্ৰ জাতিটোকে বিপদৰপৰা ৰক্ষা কৰিবলৈ যি আপ্ৰাণ চেষ্টা কৰিছিল সেই কথা অসমীয়া জাতিয়ে পাহৰিব নোৱাৰিব।

....পৰম কৰুণাময় শক্তিৰ কৃপাত তেখেতৰ মহান আত্মাই শান্তি লাভ কৰক ইয়াকেই অন্তৰেৰে কামনা কৰিছোঁ।

শ্ৰীঅনন্ত দেৱ শৰ্মা



১৯

আমাৰ আটাইৰে অশেষ শ্ৰদ্ধাৰ থলি শ্ৰীযুক্ত ৰায়চৌধুৰীদেৱৰ বিয়োগ বাতৰি পাই বৰ মৰ্মাহত হৈছোঁ। অসম মাতৃৰ এই গৰাকী সুসন্তানৰ গুণাৱলী বৰ্ণাবলৈ মোৰ দৰে অভাজন অক্ষম।

তেখেতৰ পৱিত্ৰ আত্মাৰ সদগতি কামনা কৰিছোঁ।

শ্ৰীভবানন্দ ৰাজখোৱা

২০

অসমৰ খ্যাতনামা সাহিত্যিক, ত্যাগী দেশকৰ্মী আৰু জাতীয়তাবাদী নেতা শ্ৰদ্ধেয় শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰীৰ মৃত্যুৰ বাতৰি শুনি মৰ্মান্তিক শোক পালোঁ। তেখেতৰ দেশপ্ৰাণ আত্মাৰ সদগতি কামনা কৰি, সদৌ পৰিয়াললৈ আমাৰ আন্তৰিক সমবেদনা জ্ঞাপন কৰিছোঁ।

শ্ৰীলীলা গগৈ

২১

আমাৰ জাতীয় জীৱনৰ কৰ্ণধাৰ স্বৰূপ অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ মৃত্যুৰ বাতৰি পাই মৰ্মাহত হ'লোঁ। ....কিন্তু অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ পিচতেই যে তেখেতৰ জীৱনৰ অৱসান ঘটিব তাক বুজিব পৰা নাছিলোঁ। তেখেতৰ বিয়োগত আমাৰ ভাষা, সাহিত্য আৰু সমাজৰ যথেষ্ট ক্ষতি হ'ল।

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

২২

'অসম অসমীয়াৰ', এয়ে আছিল তেখেতৰ বাণী। দেশ-প্ৰেমিকৰ অন্ত নাই। কিন্তু তেখেতৰ নিচিনা দেশ-প্ৰেমিক বিৰল। তেখেতৰ জীৱনী অখণ্ড বস্তি।

শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱা

২৩

মৰ্মন্তুদ নিষ্ঠুৰ বাতৰিত মৰ্মাহত। জাতিৰ, দেশৰ অপূৰণীয় ক্ষতি হ'ল। অসম-কেশৰীৰ মেঘমন্দ্ৰ নাদৰ অৱসান হ'ল। জাতীয় প্ৰেমৰ জলন্ত প্ৰতীক বাস্তৱৰূপৰ অন্তৰ্হিত হ'ল। ....আজীৱন দাৰিদ্ৰ্যৰে সংগ্ৰাম কৰি দেশ-সেৱাৰ ব্ৰতী হৈ শৰীৰৰ প্ৰতিবিন্দু শোণিতেৰে মাতৃভাষা জননীৰ চৰণ ধুৱাই অমৰধামলৈ প্ৰয়াণ কৰিলে।

শ্ৰীভুবন ফুকন

২৪

তেওঁ অসমীয়া জাতিৰ সংৰক্ষক, সংগঠক, দেশ-মাতৃকাৰ একান্ত নিৰ্ভীক পূজাৰী আছিল। তেওঁৰ ত্যাগ, তেওঁৰ দেশপ্ৰেম অতুলনীয়। তেওঁৰ বজ্ৰ বাহুৰ পৰশত, বজ্ৰ কঠোৰ আহবানত জাতি সজাগ হৈছিল। বিশেষকৈ সমস্যা জৰ্জৰিত অসমত তেওঁৰ দৰে বলিষ্ঠ নেতাৰ চিৰদিন প্ৰয়োজন আছিল।

শ্ৰীকীৰ্তিনাথ বাভা

২৫

"মই কাল বিজয়ী বিপ্লৱী,
মই কাল বিনাশী তাণ্ডৱী
আজি বিপ্লৱ তোলো ক'ত
মই তাণ্ডৱ তোলো ক'ত..................."
আমি কওঁ, যোৱা বীৰ
স্বৰ্গত গৈ তোলাগৈ আজি
বিপ্লৱী বীণাৰ সুৰ
আত্মা পৰক জুৰ ॥

জনম ভূমি



২৬

শৈশৱৰেপৰা মৃত্যুৰ মুহূৰ্ত পৰ্য্যন্ত অসমক ইমান গভীৰ ভাৱে ভাল পাব পৰা আৰু অসমৰ বৃহত্তৰ স্বাৰ্থৰ বাবে আজীৱন অম্লান বদনে যুদ্ধত ব্ৰতী হব পৰা লোক আমাৰ ৰাজ্যত তেওঁৰ দৰে কেইজনে জন্ম গ্ৰহণ কৰিছিল আৰু কৰিব ?

অসম বাতৰি

২৭

Ambikagiri's death has created a void in the life of Assam which will seldom be filled up. Ambikagiri was not a public man in the ordinary sense of the term ; he was more than that. He was in fact a rare combination of an ardent patriot, a forceful writer and brave journalist, but what made him rather an uncommon figure in the public life of Assam was his extra ordinary love for the cause of the Assamese people and their aspirations.

The Aassam Tibune

২৮

শ্ৰীঅম্বিকাগিৰীৰ নিচিনা এজন জাতে পাতে অসমীয়া লোকৰ মৃত্যু কিমান অপূৰণীয় ক্ষতি সেই কথা অসমৰ প্ৰতিজন অসমীয়াই হৃদয়ঙ্গম নকৰাকৈ থকা নাই। আৰু তেওঁৰ মৃত্যুত সমগ্ৰ অসমবাসী সচাসচিকৈ জঁয় পৰিল। তেওঁৰ দৰে এজন অগ্নিবৰ্ষী প্ৰেৰণাদায়ক মাত-কথাৰ লোকৰ অভাৱ অসমৰ বাবে সদায় অপূৰণীয় হৈ থাকিব।

শ্ৰীঅম্বিকাগিৰীৰ লগে লগে অসমৰ এক পীড়ি শেষ হ'ল।

ৰামধেনু

২৯

অসমীয়া জাতি আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পৰ্ক এনে নিবিড় যে এটাৰ অবিহনে আনটো ভাবিব নোৱৰা কথা।

অসমবাণী

৩০

আমাৰ সাহিত্য, সংস্কৃতি আৰু সামাজিক জীৱনত অম্বিকাগিৰীয়ে যি দান দি গ'ল সেই কথা অতুলনীয়। তেওঁৰ দানসমহলৈ লক্ষ্য কৰিলে আমি পাওঁ—তেওঁৰ দান অকৃত্ৰিম, নিৰ্মল স্ফটিক ধাৰাৰ দৰে আছিল তেওঁৰ মনৰ ভালপোৱা, আৰু সেই ভালপোৱাই প্ৰকাশ পাইছিল ভীষ্ম প্ৰতিম পুৰুষৰ প্ৰতিজ্ঞাৰ দৰে অগ্নিস্ফুলিঙ্গৰ দৰে। অসম আৰু অসমীয়াৰ প্ৰতি ভালপোৱা আৰু সেই অকৃত্ৰিম ভালপোৱাৰ এনাজৰীৰে বান্ধ খুৱাই গঢ়া বিশাল ভাৰতবৰ্ষৰ নিৰ্মল আৰু উন্নত ৰূপৰ আকাঙ্ক্ষাই আছিল ৰায়চৌধুৰীৰ সামাজিক জীৱনৰ দৰ্শন।

আমাৰ প্ৰতিনিধি

৩১

অসমীয়াসকল ভাৰতীয় জাতিৰ এটা অংশ। অসমীয়াৰ উন্নতি ভাৰতীয়ৰে উন্নতি। পৰোক্ষভাৱে অসমীয়াৰ পশ্চাৎপদতা ভাৰতীয় সমাজৰ পক্ষেই ক্ষতিকৰ। ৺অম্বিকাগিৰী আছিল অসমীয়াৰ উন্নতি কামী আৰু সেয়ে তেওঁ আছিল এজন জাতীয়তাবাদী।

আৱাহন

৩২

প্ৰকৃত পক্ষে খণ্ডৰ মাজেদি অখণ্ডক আৰু নিজৰ মাজেদি দেশক, বিশ্ব আৰু ভগৱানক পাই পূৰ্ণতা লাভ কৰাই আছিল অম্বিকাগিৰীৰ ৰ্শন।

নৱযুগ

৩৩

মানুহ হিচাপে উচ্চ পৰ্য্যায়লৈ উঠিব নোৱাৰিলে আন একো হিচাপেই যে উচ্চ পৰ্য্যায়লৈ উঠিব নোৱাৰি, ৰায়চৌধুৰীৰ জীৱনেই তাৰ ডাঙৰ প্ৰমাণ।

মণিদীপ

# পত্ৰলেখা

---

Plas Penrhyn
Penrhyndeudraeth,
Merioneth
Tel Penrhyndeudraeth 242
15th April 1962

Dear Ambikagiri Ray Choudhury,

Thank you for your recent letter, which I appreciated very much. I have read your booklet with interest, and I am in agreement with many of the arguments that you make. I hope that all booklets presenting this sort of case will be widely read, as it is the lack of the wide presentation of sane argument that allows the present lunatic policies of East and West to continue.

Bertrand Russell

O

60 Bazlullah Road
Tyagarayanagra
Madras-17
16th July 1962

Dear Sir,

Thank you for honouring me with a copy of your booklet, beautiful both in substance and form. I can add nothing to what Earl Russell has said with which I agree.

C. Rajagopalacharl

New Delhi,
17th September '46

Dear friend,

I have your telegram. I do not think there is any necessity for Assam to be perturbed by my broadcast. There appears to be some confusion between 'section' and 'group.' At no time have we refused to go into a section to discuss matters. But the question of forming groups is another matter and it is for the province to agree or not to agree. The resolution passed by the Assam Assembly was not happily worded and I wrote at that time to Mr. Bardoloi about it.

Jawaharlal Nehru

o

Minister
Scientic Research and Cultural Affairs.
India, New Delhi.
September 29, 1962.

Dear Shri Ray Choudhury,

Thank you for your letter of 16th September, 1962, and your brochure entitled The Final Goal of Man and Lasting Peace.

The thoughts you have expressed are unexceptionable and I hope your views will find wide acceptance. Regarding the translation of your brochure into the national languages of India, I suggest you write direct to Dr. Keskar, the Chairman of the National Book Trust.

Humayun Kabir



ছোভিয়েত যুক্তৰাষ্ট্ৰৰ কলিকতাত থকা
দুতস্থানৰ বাতৰি-যোগনিয়াৰ বিভাগ
১১ উড্ ষ্ট্ৰীট্, কলিকতা-১৬
June, 16, 1962.

Dear Mr. Roychowdhury,

I thank you for your letter dated 6th June. Though my stay at Gauhati was very short, I had the pleasure and privilege of meeting some of the distinguished freinds like you.

I have gone through your book entitled, "The Final Goal of Man and Lasting Peace," with deep interest and found it quite interesting and thought provoking. I have, according to your wish, sent the copies of your book to N. S. Khrushchav and to the editor of Pravda. I hope you will get the acknowledgement in due course.

With best wishes.

V. M. Kupisco

o

Gauhati, Assam.

Dear Roy Choudhury,

Not having the correspondence of Tarun Assam or the Bulletin of the Tribal league in question before me, it is not possible far me to say in what particular manner, the correspondent of Tarun Assam has sought to misrepresent me and Sjt B. R. Medhi. Sufficient is it for me to say that it is a complete misrepresentation. We could never agree nor did ever agree to showing the Tribals wholesale as Tribals irrespective of their religion and without questioning them and without that we might have agreed to Hindu and Christian Tribals, showing as Tribals also, provided they voluntarily wanted to do so, just as at present the Saranias, Lalungs & the Meris are allowed to do. This was done not for placating the Tribals

but in recognition of the existing practice recognized by previous Govts. and also of individual liberty.

It is needless to add that we have been the severest of critics of the present census policy of Govt. and that we could not do so, if the representation of the correspondent of Tarun Assam was anything but perverse and purposefully misleading.

If you propose to refer this matter in your paper, (i.e. Deka Asom) I shall be obliged if you will make mention of this letter of mine with its contents in toto.

Gopinath Bardoloi

O

শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰী,

আপোনাৰ ১৮ তাৰিখৰ চিঠি পালোঁ। ট্ৰাষ্ট বোৰ্ডৰ চৰ্তত চন্দ্ৰকান্ত অভিধান পুনৰ ছপা কৰিবৰ সকলোৰে ইচ্ছা আছে। সেই কাৰ্য্য কৰিব পাৰিলে আমাৰ বৰ যশস্যা হব। কিন্তু তাৰ ছপাৰ খৰচ বহুত হব। সেই টকা সাহিত্য সভাই বহন কৰিব লাগিব। প্ৰথম 'এদিচন' ছপা কৰোঁতে ১৬-১৭ হেজাৰমান খৰচ পৰিছিল। তেতিয়া সভাৰ প্ৰেচিডেণ্ট ডেপুটী কমিচনাৰ শ্ৰীযুত কেণ্টলি চাহাব আছিল। সেই টকা তেখেতে মোৰপুৰা ধাৰ কৰি কাম সমাধা প্ৰথম জাৰ্মান যুদ্ধৰ আগেয়ে কৰিলে। এতিয়া তেনে সহায় কৰিবৰ সমৰ্থ মোৰ নাই। আপোনালোকে যেই কানো উপায়েৰে ছপাব পাৰিলে বৰ ভাল হব।

অসমীয়া ৰাইজে মোৰ যি অভিনন্দন উৎসৱ কৰিব খুজিছে তাৰ বাবে মই ধন্যবাদ দিছোঁ। কিন্তু মই তাৰ উপযুক্তও নহওঁ আৰু কৰিবও নেলাগে।

মোৰ এতিয়া একেবাৰে বৃদ্ধ অৱস্থা। নিজে লিখা পঢ়া কৰিব নোৱাৰা হৈ আছোঁ। ইতি—

আপোনাৰ
ৰাধাকান্ত সন্দিকৈ



'পদ্মকুটীৰ', তেজপুৰ
১১।৬।৩৬ চন

প্ৰিয় ৰায়চৌধুৰীদেৱ !

ইয়াৰ আগতে দিয়া মোৰ পত্ৰ পাইছে বোধকৰোঁ। মই যোৰাটো স্থিৰেই। আমাৰ সভাৰ অহা বৈঠকত ভিন ভিন ঠাইৰ প্ৰতিনিধি সভ্য উপস্থিত থাকিলে ভাল; বিশেষকৈ কলিকতাৰ শ্ৰীমান জ্ঞাননাথ বৰা-দেৱৰ উপস্থিতি একান্ত বাঞ্ছনীয়। আপুনি এই পত্ৰ পোৱা মাত্ৰকে তেওঁলৈ টানি লেখিব, অন্ততঃ এদিনৰ কাৰণে হ'লেও গুৱাহাটীলৈ আহি ২০ তাৰিখে অহা সংৰক্ষিণী বৈঠকত তেওঁ উপস্থিত হয়হি যেন। অহা বৈঠকত আলোচ্য বিষয়ৰ তালিকা এখন ফেৰত ডাকত মোলৈ পঠাব। শ্ৰীযুত নীলমণি ফুকন অৱশ্যে অহা বৈঠকলৈ আহিব বুলিয়েই ধৰিছোঁ। তথাপি তেওঁলৈকো টানি লিখিব। ইতি—

আপোনাৰ
শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা

শিৱসাগৰ
১৮।২।৫১

নিবেদন,

আপোনাৰ গত ৭।২। তাৰিখৰ কথাখিনি পাই সকলো বুজিলোঁ। তদুত্তৰে জনাওঁ যে আমাৰ হাতত বৰ্তমান 'হেমকোষ' এখনো নাই। কিনিবলৈকো ইয়াত পাবলৈ নাই। বহুত যত্ন কৰি স্কুলীয়া ছাত্ৰৰ এখন 'হেমকোষ' ঠিক কৰি থৈছোঁ। কিন্তু তেওঁ কৈছে যে তেওঁক কিতাপখন ঘূৰাই দিব লাগিব। যদি আপুনি অনুগ্ৰহ কৰি কিতাপখন ঘূৰাই দিব পাৰে তেন্তে ডাকত পঠাব পাৰোঁ।

উত্তৰ পাবলৈ আশা কৰিলোঁ। কিমধিকমিতি।

আপোনাৰ
শ্ৰীআনন্দৰাম বৰুৱা

14 Bahir Mirzapore Road
Calcutta
14.11.26.

প্ৰীতি ভাজনেষু,

প্ৰিয় ৰায়চৌধুৰী, আপুনি কৈ গৈছিল যে এইবাৰৰ পৰা মোলৈ ‘চেতনা’ পঠাব, কিন্তু দুখৰ বিষয় কোনো এখন চেতনাকে এই পৰ্যন্ত পোৱা নাই। সৌভাগ্য ক্ৰমে ধুবুড়ীত সাহিত্য সন্মিলনত এইবাৰ আপোনাক দেখা পালোঁ। মই আসাম হিতৈষী কৃপণক সেৱা কৰা হোৱা দেখি এৰি পেলালোঁ, কিন্তু এখন কাকত মোক সুকীয়াকৈ লাগে মোৰ নিজভাৱে সাহিত্য প্ৰচাৰ কৰিবলৈ। কিন্তু দুখৰ বিষয় অৱস্থাই তাক কৰিব নিদিয়ে। এখন আদৰ্শ সমালোচনাৰ কাকত বৰ্তমান সময়োপযোগী আমাৰ দেশত নাই, ই বৰ দুখৰ কথা। মই মাজে মাজে ভাবোঁ চেতনা-খনকে আমি দুয়ো লগ লাগি ১২ ফৰ্মা কৰি নানা প্ৰকাৰ চিত্ৰ দি উলিয়াওঁহক। “মন কৰিলেই ছন হয়”, টকা চেষ্টা কৰিলেই মোৰ বিশ্বাস হৈ উঠিব। আপোনাৰ অভিমত কি মই জানিব খোজোঁ। চেতনাৰ মই সম্পাদক হওঁ, আপুনি মেনেজাৰ হক। হিতৈষীখনক মই আদৰ্শ কৰি কৰিবৰ ইচ্ছা কৰিছিলোঁ, পিছে দেখিলোঁ....বাবুৰ মত বেয়া তেওঁক ভিন বেতনত ........সম্পাদকো লাগে আৰু প্ৰুফ বিডাৰো লাগে, কাকতখনৰ উদ্দেশ্য বুজিলোঁ বিজ্ঞাপন গোটোৱা। এবছৰ বিনা বেতনত কাম কৰি দিলোঁ। বিশেষ বঙ্গালীক আসামৰ পইছা টানিবলৈ মোৰ দায়িত্ব ৰাখি সুবিধা দিয়া হয়। বঙ্গদেশৰ পৰা অনেক ফটুৱাই খাবলৈ ভাত নাপাই আসামত ফাকি কৰি পইছা ঘাটিবলৈ যায়। কোনো যায় আসামৰ ঐতিহাসিক আৰু সামাজিক তত্ত্ব গবেষণাকাৰী হৈ, কোনো যায় স্বামীজী হৈ, কোনো যায় হিন্দুধৰ্ম প্ৰচাৰক হৈ। এইবিলাক ফটুৱা মানুহক ভোদা অসমীয়াই ভাবে সিহঁত যেন বৰ বিদ্বান মানুহ। আসামৰ পৰা এইবিলাক লোকে সোনা ভৰাই ভৰাই পইছা আনে, আমি হলে দেশত পইছাৰ অভাৱত একো কৰিব নোৱাৰোঁ। ঈশ্বৰে কৰিলে কংগ্ৰেছলৈ যাম। কংগ্ৰেছ ভাগি গ’লে কথা-বতৰা পাতিমহক। মই সপৰিয়ালে ভালে আছোঁ। আপোনাৰ বতৰা দি সুখী কৰিব। ইতি—

আপোনাৰ
শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য



New Delhi
23 Ferojshah Road
Dated 31.8.47

প্ৰিয় ৰায়চৌধুৰী,

আপোনাৰ নানা বিষয়ৰ Telegram-বিলাক ও চিঠি এখন পাইছো। প্ৰত্যেক বিষয়ত Premier বৰদলৈ আৰু Minister Nicholls Roy-এ ইয়াত Dominion Minister-ৰ লগত আলোচনা কৰিছে। ফলাফল পিচত জানিব পৰা যাব। আশাকৰোঁ আপোনাৰ শৰীৰ ভালে আছে আৰু আপোনাৰ পৰিবাৰবৰ্গ কুশলে আছে। ইতি—

আপোনাৰ
শ্ৰীৰোহিণীকুমাৰ চৌধুৰী

০

নগাঁও, অসম
৭।১০।৪০

প্ৰিয়বৰেষু,

আপোনাৰ ৫।১০।৪০ তাৰিখৰ চিঠিখনি পালোঁ। তাৰ আগতে ‘তৰুণ অসম’ত প্ৰকাশ পোৱা আপোনাৰ চিঠিখনিও পঢ়িছোঁ। মই আগন্তুক চেন্সাসৰ বিষয়ে অহা Instruction আদি পঢ়িবলৈ পোৱা নাই। কাছাৰী খুলিলেই সেইবোৰ ভালকৈ পঢ়ি চাম আৰু সেই বিষয়ে আপোনাৰ লগত পৰামৰ্শ কৰি যথাবিহিত কৰিবলৈ চেষ্টা কৰিম।

মই Hon'ble Premier-ৰ দৃষ্টি আকৰ্ষণ কৰি আজি এখন চিঠি পঠাইছোঁ। তাৰ Copy আপোনালৈ ইয়াৰ লগতে পঠালোঁ। তাৰ উত্তৰত কি পাওঁ ( উত্তৰ যে দিব সেই বিষয়ে অৱশ্যে মোৰ সন্দেহ আছে ) আপোনাক জনাম।

আপোনাৰ কুশল কামনা কৰোঁ। ইতি—

আপোনাৰ
শ্ৰীমহীচন্দ্ৰ বৰা

Indiana University
Bloomington
22.4.63

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ প্ৰথম চিঠি আৰু কিতাপ কেইখন পোৱাৰ পিচতেই কেই-দিনমানৰ কাৰণে ব্লুমিংটনৰ পৰা আঁতৰি আছিলোঁ। ২১ তাৰিখে ঘূৰি আহিছোঁ।

শ্ৰীসতীশ কাকতীলৈ আপোনাৰ চিঠি পোৱা বুলি জনাবলৈ লিখিছিলোঁ। আপোনাৰ কিতাপৰ একো কৰিব পৰা নাই। কাকনো দিওঁ—ঠিকেই কৰিব পৰা নাই। ইয়াৰ কোনো কোনো বিশ্ববিদ্যালয়ত World Peace Committee হৈছে—তালৈকে পঠাম।

কিন্তু এই দেশৰ মানুহে কোনো "বিশ্বৰ" কথালৈ মন নকৰে। অধ্যাপক, ছাত্ৰ, ছাত্ৰী আৰু যি চাৰিজন সাধাৰণ মানুহ লগ পাইছোঁ—সকলো নিজৰ কথাতে ব্যস্ত। ৰাতি-দিন কাম কৰিব—ধন ঘটিব আৰু স্ফূৰ্তি কৰিব। এই দেশত যেনে চিনেমা চলে, ছাত্ৰ-ছাত্ৰীয়ে যেনেকৈ ফুৰা-চকা কৰে, কানি-কাপোৰ পিন্ধে, যি ধৰণৰ গল্পৰ কিতাপ-উপন্যাস পঢ়ে আমাৰ দেশত ভাবিবই নোৱাৰি। ইয়াৰ বাতৰি কাকতৰ পৃষ্ঠা সংখ্যা দেওবাৰে ১৩০।১৪০। কিন্তু তাত 'বিশ্ব বাৰ্তা' নাই বুলিলেই হয়। তিৰোতাৰ বিলাসৰ সামগ্ৰী, মটৰৰ জাননী, ঘৰ সজোৱা, ঘৰুৱা বস্তুৰ জাননী। পৃথিৱীৰ সমস্যা বা ৰাজনৈতিক বিষয়ৰ মানুহে আলোচনাই কৰিব নোখোজে—নিজৰ দেশৰ বাহিৰে। বহুতৰ লগত ভাৰতবৰ্ষৰ সমস্যাৰ বিষয়ে আলোচনা কৰিবলৈ চেষ্টা কৰি বিফল হৈছোঁ। এথাৰ দুষাৰতে আলোচনা শেষ কৰে। কিছুয়ে কথা পাতিব খোজে কচ্ছদেশৰ বিষয়ে। নিজৰ কাম কৰি খাই-বৈ স্ফূৰ্তি কৰাৰ বাহিৰে আন কথা ভাবিবলৈ মানুহৰ অৱসৰেই নাই। সকলো নিজৰ স্বামী-স্ত্ৰীতে ব্যস্ত। অৱশ্যে সকলোৱে নিজৰ কৰ্তব্য সুন্দৰভাৱে সম্পন্ন কৰে। অধ্যয়নৰ সময়ত ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়নেই কৰে—পুৱা ৭।। বজাৰ পৰা ৰাতি ১১।১২ বজালৈকে লাইব্ৰেৰীত ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে। ভালেমান বিষয়ত ৰাপ আছে—বহুত কিতাপ পঢ়ে, বহু ভাষা শিকে। বহু ছাত্ৰ-ছাত্ৰীক লগ পাইছোঁ—নাচ গান জানে ( এই বিষয়ে অধ্যয়ন কৰে—Theory আদি জানে ) ; চীন, জাপান, থাইলেণ্ড, আৰবী ভাষা শিকিছে। শনি-দেওবাৰে ৰাতি-দিন স্ফূৰ্তি কৰে। ছাত্ৰ-ছাত্ৰী অধিকৰে ডাঙৰ ডাঙৰ



মটৰ গাড়ী আছে—এইবোৰ দৌৰায়। আমাৰ নিচিনা বাটত খোজ কাঢ়ি ফুৰা মানুহ নিচেই কম। দেওবাৰে ছাত্ৰ-ছাত্ৰীক গিৰ্জালৈ যোৱা দেখিছোঁ তাকো স্ফূৰ্তিৰ কাৰণেহে যায়। যৌন কথাটো তেনেই সাধাৰণ ভাৱে গ্ৰহণ কৰিছে। মানুহৰ আহাৰৰ দৰে ইয়াকো গ্ৰহণ কৰিছে। তিৰোতাৰ সৌন্দৰ্য্য যি কোনো প্ৰকাৰে প্ৰমাণ কৰা সাংস্কৃতিক মন আৰু সভ্যতাৰ চৰম নিদৰ্শন বুলি গণ্য কৰিছে। এই বিষয়ে কোনো কোনোৰ লগত আলোচনা হৈছে। সময় হ'লে দীঘল চিঠি দিম।

ইয়াত পঢ়াবলৈ আহি মই নিজেই ৰাতি-দিন পঢ়িব লগা হৈছে। মই বহুত কথাই নেজানো। বহু কিতাপ-পত্ৰৰ নাম শুনাই নাছিলোঁ।

শ্ৰদ্ধা গ্ৰহণ কৰিব। ইতি—

শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা

০

ধিং পোঃ আঃ
২৩।৪।২৬

প্ৰিয় চৌধুৰী,

আপোনাৰ চিঠিখন পাই বৰ সুখী হ'লোঁ। মোৰো জীৱনত কালি এটা পৰিবৰ্তন হৈ গ'ল। অৰ্থাৎ চৰকাৰে মোক কামৰপৰা অৱসৰ দিছে। আজি বহুত দিনৰপৰা যোৱা মে মাহৰপৰা মোৰ শনি গ্ৰহ স্বৰূপ এটা Deputy Commissioner লগত মোৰ মনান্তৰ হৈ আছিল। ইয়াৰ কাৰণ অসমীয়া মৈমনসিঙীয়াৰ স্বাৰ্থযুদ্ধ। ............মই কিছুমান মধ্যবিত্ত শ্ৰেণীৰ অসমীয়াক সেই মাটিৰ পাট্টা দিবলৈ হুকুম দিওঁ। সেই মতে (hand records) লিখা হ'ল। তাৰ পিছত late কলনী জেছনৰ Advice মতে সেই মাটি আকৌ মৈমনসিঙীয়াৰ নিমিত্তে মেলিছিল আৰু মই দিয়া অসমীয়াৰ পাট্টা Cancell কৰিলে। তাত অসমীয়াক কিয় পাট্টা দিছিলোঁ সেই এটা মোৰ ওপৰত অভিযোগ। তাৰ পিচত য'ত য'ত মই অসমীয়াক পাট্টা দিওঁ সেই পাট্টাবিলাক Cancell কৰে।

আৰু অসমীয়াৰ নিমিত্তে Reserved Area বিলাক মৈমনসিঙীয়াক খুলি দিবলৈ চাহাব বৰ ইচ্ছুক। ............এতিয়া আমাৰ Prichard চাহাবে মুক্তহস্তে অসমীয়াৰ কাৰণে Reserved কৰা মাটিবিলাক মৈমনসিঙীয়াক খুলি দিছে। অথচ Govt. ৰ খোলোচা হুকুম আছে মৈমনসিঙীয়াক আৰু মাটি নিদিবলৈ সেই হুকুমৰ বিৰুদ্ধে আৰু সেই হুকুমৰ পিচত নতুন নতুন মাটি মৈমনসিঙীয়াক দিব লাগিছে। এইবোৰৰ খবৰ কোনে লব? পিচে সবিশেষ খবৰ দিম। আমাৰ একৰকম মঙ্গল। আপোনাৰ শুভাশুভ লিখি সুখী কৰিব। ইতি—

আপোনাৰ
শ্ৰীদেবানন্দ ভৰালী





